# ব্ৰজবুলি ভাষা আৰু সাহিত্য

ডঃ নাৰায়ণ দাস
দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়
মির্জা - ৭৮১১২৫



বীণা লাইব্ৰেৰী
গুৱাহাটী : অসম

# প্ৰথম তাঙৰণৰ
# লেখকৰ নিবেদন

ব্ৰজবুলি ভাষা আৰু সাহিত্য সম্পৰ্কে এখনি পুথি লিখিবলৈ বহুদিনৰ পৰাই ভাবি আছিলোঁ। ইংৰাজী ১৯৮৪ চনত বিশ্ববিদ্যালয় অনুদান আয়োগৰ সৌজন্যত এবছৰীয়া শিক্ষক-ফেলোশ্বিপ লাভ কৰাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত এম. ফিল. পাঠ্যক্ৰমৰ প্ৰথম দলত যোগদান কৰি উক্ত পাঠ্যক্ৰমৰ আংশিক প্ৰয়োজন পূৰ্তিৰ বাবে অসমীয়া ব্ৰজবুলি ভাষা সম্পৰ্কে এখনি গৱেষণা গ্ৰন্থ প্ৰস্তুত কৰা কালছোৱাৰ ভিতৰতে বৰ্তমানৰ গ্ৰন্থখনি লিখি ছপাশালত দিয়া হৈছিল। পিছে এশ এবুৰি অকথিত বেমেজালিৰ কাৰণে পুথিখনি ছপা হৈ ওলাবলৈ কেবা বছৰো কাল লাগিল। পুথিখনিৰ প্ৰথম ভাগত ব্ৰজবুলি ভাষা আৰু সাহিত্যৰ আলোচনা, দ্বিতীয় ভাগত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া প্ৰধান পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত ব্ৰজবুলি গীতিগুচ্ছৰ নিৰ্বাচিত চয়নিকা আৰু তৃতীয় ভাগত ব্ৰজবুলিত সচৰাচৰ প্ৰয়োগ হোৱা শব্দাৱলীৰ অৰ্থ দিয়া হৈছে। সাহিত্যৰ আলোচনা সাধাৰণতে পূৰ্বসূৰিসকলৰ আলোচনা বিলোচনাকে চমুকৈ পৰ্যালোচনা কৰাটো উল্লেখযোগ্য। শব্দকোষত ইচ্ছাকৃত ভাৱে পদৰ নামোল্লেখ কৰা নাই। আগ্ৰহীজনৰ বাবে শেষত সংযোজনা কৰা হৈছে এখনি দীঘলীয়া গ্ৰন্থপঞ্জী।

কিতাপখনিত ভালেখিনি ছপাৰ ভুল থাকিল। অন্যান্য ভুলো নিশ্চয় আছে। সহৃদয় পাঠকমণ্ডলীয়ে শুধৰাই পঢ়ে যেন।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ বৰ্তমান ৰবীন্দ্ৰনাথ ঠাকুৰ অধ্যাপক ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামীদেৱৰ তত্ত্বাৱধানত এম.ফিল. ছাত্ৰ হিচাপে অসমীয়া ব্ৰজবুলি সম্পৰ্কে গৱেষণা কৰাৰ সুযোগ নোপোৱা হ'লে হয়তো এই পুথিখনবো ৰচনা সম্ভৱ হৈ নুঠিলহেঁতেন। গতিকে জয়জয়তে ড° গোস্বামী ছাৰক আন্তৰিক শ্ৰদ্ধা নিবেদন কৰোঁ। গুৱাহাটীৰ প্ৰসিদ্ধ গ্ৰন্থ প্ৰকাশক আৰু *বীণা লাইব্ৰেৰী*-ৰ স্বত্বাধিকাৰী শ্ৰীশান্তিৰঞ্জন দে ভাওলীয়াই গ্ৰন্থখনি প্ৰকাশৰ গধুৰ দায়িত্ব বহন কৰি গ্ৰন্থকাৰক কৃতজ্ঞতাৰ পাশত বান্ধিছে। একাধিক দৰ্কাৰী তথ্য আৰু গ্ৰন্থৰ যোগান ধৰি দৰং মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক শ্ৰীসতীশচন্দ্ৰ ভট্টাচাৰ্য, ছপাকাম বেগা সমাধা কৰি *কলিতা আৰ্ট প্ৰেছ*-ৰ শ্ৰীতোষেশ্বৰ কলিতা প্ৰমুখ্যে কৰ্মীবৃন্দ আৰু প্ৰেছ প্ৰতিলিপি প্ৰস্তুত কৰি দি সৰ্বশ্ৰী দেৱজিৎ দাস আৰু প্ৰসেনজিৎ দাস লেখকৰ কৃতজ্ঞতা আৰু শলাগৰ ভাগী হৈছে। সৰ্বশেষত ব্ৰজবুলি *ভাষা আৰু সাহিত্য*-ক পাঠক সমাজে মৰমৰ চকুৰে চালে কৃতাৰ্থ মানিম।

ডেকাপাৰা, গুৱাহাটী-৭৮১০১১
দিনাংক ঃ ২৫ ডিচেম্বৰ, ১৯৯০

ভৱদীয়
নাৰায়ণ দাস

# দ্বিতীয় তাঙৰণৰ মুখবন্ধ

ইংৰাজী ১৯৯০ চনত *ব্ৰজবুলি ভাষা আৰু সাহিত্যৰ* প্ৰথম সংস্কৰণ প্ৰকাশ পায় আৰু অতি কম দিনৰ ভিতৰতে আটাইখিনি ছপা পুথি শেষ হৈ যায়। উন্নত তাঙৰণ এটি প্ৰস্তুতিৰ চিন্তা কৰাত পুথিখনিৰ দ্বিতীয় প্ৰকাশত ভালেখিনি পলম হ'ল। পিছে বিভিন্ন কাৰণত এই তাঙৰণটি যেনেদৰে প্ৰকাশ কৰিব লাগিছিল, তেনেদৰে প্ৰকাশ কৰিব পৰা নগ'ল। বৰ্তমানৰ সংস্কৰণটিত ছপাৰ ভুলসমূহ আঁতৰ কৰিবলৈ যত্ন কৰাৰ লগতে নতুনকৈ 'অৰ্বাচীন অৱহট্‌ঠ আৰু ব্ৰজবুলি' আৰু 'ব্ৰজবুলি আৰু মধ্যকালীন উত্তৰ ভাৰতীয় সন্ত কবিৰ ভাষা' শীৰ্ষক দুটি অধ্যায় সংযোগ কৰা হৈছে। অধ্যায় দুটিত সন্নিবিষ্ট প্ৰবন্ধ দুটিৰ চমু ৰূপ একোটা অধ্যাপক নাহেন্দ্ৰ পাদুন সম্পাদিত *ভাষাৰ তত্ত্বকথা* আৰু ললিত চন্দ্ৰ ভৰালী মহাবিদ্যালয়ৰ ৰূপালী জয়ন্তী সাহিত্য গ্ৰন্থ *আঢ়ৈ দশকৰ চিন্তাৰ* উপৰি অধ্যাপক ভৱপ্ৰসাদ চলিহা সম্পাদিত, অসম ভাষা-বিজ্ঞান সমিতিৰ গৱেষণা পত্ৰিকা *প্ৰভাষিকাৰ* দেৱানন্দ ভৰালি সোঁৱৰণী সংখ্যাত প্ৰকাশ পাইছিল। এইখিনিতে উক্ত সংকলন কেইখনিৰ সন্মানীয় সম্পাদক মণ্ডলীলৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। পুথিখনি প্ৰকাশ পোৱাৰ পিছত 'আকাশবাণী-গুৱাহাটী'ৰ যোগেদি অধ্যাপক ড° ৰামচৰণ ঠাকুৰীয়াই আৰু অধ্যাপক উপেন্দ্ৰ বৰকটকী সম্পাদিত *অসম সাহিত্য সভা পত্ৰিকাৰ* সপ্তচত্বাৰিংশ বৰ্ষৰ তৃতীয় সংখ্যাত মোৰ গৱেষণাৰ শিক্ষাগুৰু ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী ছাৰে পুথিখনিৰ একোটিকৈ গঠনমূলক সমালোচনা আগবঢ়াই লেখকক উৎসাহিত কৰাৰ লগতে কৃতজ্ঞতাৰ পাশত বন্ধাটো এইখিনিতে উল্লেখযোগ্য। *অসম সাহিত্য সভা পত্ৰিকাত* প্ৰকাশিত গোস্বামী ছাৰৰ আলোক সন্ধানী নাতিদীৰ্ঘ সমালোচনা নিবন্ধটোৰ উদ্ধৃতি তলত দিয়া হ'ল—

> 'সাহিত্য সমাজৰ প্ৰতিবিম্ব। সেই সাহিত্য আকৌ বৰ্তি থাকে মানুহৰ মাত-কথা তথা ভাষাৰ আশ্ৰয়ত। যি কোনো দেশৰ বা জাতিৰ ভাল-বেয়া, ঐতিহ্য-সংস্কৃতি আদি সকলো কথা নিহিত থাকে— সেই দেশৰ বা জাতিৰ মাজত। ভাষাৰ কামেই হ'ল— আদৰণীয়-অনাদৰণীয় সকলোকে ধাৰণ কৰা। অসমৰ সমাজ-সংস্কৃতি-সভ্যতা আদি সকলো কথা ঘাইকৈ অসমীয়া ভাষাৰ জৰিয়তে বিবিধ ৰচনাৰ মাজত নানা ৰূপত প্ৰবৰ্তি আছে। অসম বা ইয়াৰ জনসাধাৰণৰ বিষয়ে জানিবলৈ হ'লে এই সাহিত্যৰাজিয়েই হ'ল প্ৰধান অৱলম্বন। অসমত যে কেৱল অসমীয়া ভাষাহে আছে এনে নহয়, ইয়াত আৰু ভালেমান ভাষা আছে, তাৰে কেতবোৰ মহাকালৰ বুকুত জাহ গৈছে, কেতবোৰ ঠিক জাহ যোৱাৰ পথগামী নহ'লেও প্ৰসাৰ তথা চৰ্চাৰ পিনৰপৰা ডাঠ কুঁৱলীৰ মাজত। এনেকুৱা ধৰণৰ বিবিধ গতি-প্ৰকৃতিৰ সন্মুখীন হোৱা একালৰ অন্যতম শক্তিশালী ভাষা হ'ল ব্ৰজবুলি। সম্প্ৰতি ভাষাতাত্ত্বিক বিচাৰ-বিশ্লেষণত এইটো কথা একপ্ৰকাৰ প্ৰায় নিশ্চিতই হৈছে যে ভাৰতীয় আৰ্য ভাষাৰ ক্ৰমবিকাশৰ বিশেষকৈ মধ্যভাৰতীয়

আৰ্যভাষাৰ কালছোৱাৰ তৃতীয় খলপাৰ প্ৰাকৃতোদ্ভূত ভাষা অপভ্ৰংশৰে অৰ্বাচীন ৰূপ অৱহট্‌ঠৰ পৰা ব্ৰজবুলিৰ বিকাশ। চমু কথাত ভাৰতীয় আৰ্যভাষাৰ মধ্যস্তৰৰ শেষৰ খলপাৰ ভাষাটোৱেই হ'ল অৱহট্‌ঠ। নানা গীত, পদ আদি ৰচনাত ইয়াৰ চৰ্চা জনসাধাৰণৰ মাজত অপভ্ৰংশৰ দৰেই চলি আছিল। আৰ্যভাষাৰ আধুনিক স্তৰৰো কিছু কাললৈকে সেই গীত আদিৰ ৰচনাৰীতি অব্যাহত আছিল। দৰাচলতে মানুহৰ মুখ বাগৰি প্ৰবৰ্তি থকা এই অৱহট্‌ঠৰ ভুমুঠিৰ ওপৰত আৰ্যভাষাৰ নানা স্থানীয় ঘঁহনি-পিহনিৰ ফলত ব্ৰজবুলিৰ উদ্ভৱ হ'ল। ইয়াৰ প্ৰধান পৃষ্ঠপোষক আছিল বৈষ্ণৱ সাধু-সন্ত, কবি-সাহিত্যিকসকল। ফলত আৰ্যাবৰ্তৰ অন্তৰ্গত অসম, বঙ্গ, উৰিষ্যা, মৈথিল, অযোধ্যা, কোশল আদি খণ্ডত ব্ৰজবুলিয়েই সেই বৈষ্ণৱ ভক্তিবাদী কবিসকলৰ বিশেষ প্ৰৱণ্ঠত একশ্ৰেণী সাহিত্যৰ বাহক তথা আধাৰ হৈ পৰিল। নৱবৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোঁতাসকলে সেই সূত্ৰেই ব্ৰজবুলিক বিশেষ মৰ্যাদা দিছিল। অসমৰ শংকৰ-মাধৱ দুইজন বৈষ্ণৱ পুৰুষে এই ভাষাত গীত-পদ, নাট ৰচনা কৰি একশৰণ ভাগৱতী ধৰ্মৰ ভাৱাদৰ্শ, ৰীতি-নীতি জনপ্ৰিয় কৰি তুলিবলৈ ব্ৰজবুলিৰ আশ্ৰয় লৈছিল। এই ক্ষেত্ৰত তেওঁলোক উভয়ে মিথিলা খণ্ডত প্ৰচলিত এনেকুৱা ভাষাৰ গীত-পদৰ দ্বাৰা বহুখিনি অনুপ্ৰাণিত হোৱাই নহয় কিছু পৰিমাণে প্ৰভাৱান্বিতও হৈছিল। সেই প্ৰেৰণাৰ দ্বাৰা উদ্বুদ্ধ হৈয়েই স্বয়ং শংকৰদেৱে বদৰিকাশ্ৰমত থাকোঁতে সম্ভৱতঃ 'মন মেৰি ৰাম চৰণহি লাগু' গীতটিৰ ৰচনা কৰি সহযাত্ৰী সন্ত-মহন্তসকলক শুনাইছিল। নিজৰ মুখৰ মাত-কথাৰ ৰং-ৰহণ সানি সৃষ্টি কৰা এই পদ তথা গীতটোৱে অসমীয়া কবিৰ ব্ৰজবুলিত ৰচিত প্ৰথম সাহিত্যিক নিদৰ্শন। অসমৰ অন্যান্য ভক্তবৃন্দই এই গীতৰ ভাষাৰ বিষয়ে সোধাত মাধৱদেৱে ইয়াক 'ব্ৰজবোল'ৰূপে অভিহিত কৰিছিল ; শংকৰ পুৰুষৰ মুখৰ ভাষাত ব্ৰজ-ধামৰ বিষয়বস্তু কৃষ্ণ কথা বোল বোলাই মনত পুলক জগোৱা অভিনৱ ভাষা এইটো। আমাৰ সাহিত্যৰ বহু মূল্যবান সম্পদ ধাৰণ কৰি আছে এই ব্ৰজবুলিয়ে। গতিকে এই সাহিত্যৰ পুংখানুপুংখ বিচাৰ বিশ্লেষণৰ লগতে ভাষাটোৰ গঠন-ৰীতি, ঐতিহ্য আদিৰ বিচাৰ বিশ্লেষণ কৰাও দৰকাৰ। আজি আৰু তাহানিৰ সেই ভাষাটোৰ প্ৰচলন নাই বুলিয়েই যে তাৰ কদৰো নাইকিয়া হ'ল এনে নহয়। অৱশ্যে দুই-এখন সত্ৰত ডেকা অধিকাৰে সম্পূৰ্ণ কৃত্ৰিমতা আৰোপ কৰি দুটা-এটা গীত, পদ-নাট আদি ব্ৰজবুলিত ৰচনা কৰা ৰীতিটো নামত ৰক্ষা কৰি আছে যদিও প্ৰকৃতাৰ্থত পূৰ্বৰ ব্ৰজবুলিৰ চৰ্চা নাইকিয়া হৈ পৰিছে। আচলতে ব্ৰজবুলি ভাষা কাহানিবাই মৰিল, সংস্কৃতৰ দৰে একে অৱস্থাই হ'ল। তথাপি কিন্তু ব্ৰজাবুলিত যিকণ সাহিত্য প্ৰবৰ্তি আছে, তাৰ আদৰ অকণো হ্ৰাস পোৱা নাই, — বৈষ্ণৱ

ভক্ত কিম্বা আনলোকেও সেইবোৰ অধ্যয়ন নকৰিলে নহয়। সেই সূত্ৰেই ভাষাটোৰ অধ্যয়ন অপৰিহাৰ্য হৈ পৰিছে। তদুপৰি এই ভাষাত কৃত্ৰিমতা আৰোপিত হৈছিল নেকি, নে নিতান্তই স্বাভাৱিক সৃষ্টি ইত্যাদি কিছু প্ৰশ্নৰ আজিও মীমাংসা হোৱা নাই। সেইবিলাক কথা চিন্তা কৰিয়েই সম্ভৱতঃ অধ্যয়ন অভিলাষী ডেকা শিক্ষক নাৰায়ণ দাসে গৱেষণাকৰ্মত প্ৰবৃত্ত হ'ল, অসমৰ ব্ৰজবুলি ভাষা-সাহিত্যৰ অধ্যয়নৰ যোগেদি। তাৰেই এটি লেখত লবলগীয়া সুফল এই *ব্ৰজবুলি ভাষা আৰু সাহিত্য* গ্ৰন্থখনি। ইতিমধ্যে এই লেখকৰ পৰা পঢ়ুৱৈ সমাজে একাধিক গৱেষণা জাতীয় গ্ৰন্থ পঢ়িবলৈ পাইছে। এই গ্ৰন্থখনি শেহতীয়াভাৱে প্ৰকাশ পাইছে। আকাৰ প্ৰকাৰ ৰুচি-বিন্যাস আদি কেওপিনৰপৰা গ্ৰন্থখনি তাৎপৰ্যপূৰ্ণ।

ডিমাই আকাৰৰ এই পুথিখনৰ পৰিকল্পনাত চাৰিটা খলপা চকুত পৰে। ইয়াৰে প্ৰথম খণ্ডত *ব্ৰজবুলি ভাষা আৰু সাহিত্য* শিতানত দহটা অধ্যায়[১]ত ব্ৰজবুলি ভাষা আৰু ইয়াত ৰচিত সাহিত্যৰাজিৰ ঐতিহাসিক বিকাশ যথাসম্ভৱ আলোচনা সন্নিবিষ্ট হৈছে। পৰৱৰ্তী দ্বিতীয় খণ্ডত সন্নিবিষ্ট হৈছে গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত *ব্ৰজবুলি গীতিগুচ্ছ*ৰ অন্তৰ্গত ব্ৰজবুলি গীতখিনিৰ সৰল অৰ্থ আৰু তৃতীয় খণ্ডত আধুনিক অসমীয়া অৰ্থসহ কিছুসংখ্যক ব্ৰজবুলি শব্দৰ তালিকা দিয়া হৈছে। তদুপৰি গ্ৰন্থৰ আদি আৰু অন্তত ক্ৰমে বিষয়সূচী, পাতনি আৰু দীঘলীয়া গ্ৰন্থপঞ্জী সন্নিবিষ্ট কৰা হৈছে। পুথিখনিৰ এই পৰিকল্পনাত দুটা কথা চকুত পৰে : (১) ব্ৰজবুলি ভাষাৰ ঐতিহ্য বিচাৰ তথা ভাষাতাত্ত্বিক অধ্যয়ন আৰু ব্ৰজবলিত ৰচিত সাহিত্যৰ বিকাশৰ থুলমূল ইতিহাসৰ পৰিচয় আৰু (২) আমাৰ স্নাতক বা স্নাতকোত্তৰ মহলাৰ শিক্ষাৰ্থীসকল কিছুপৰিমাণে হ'লেও অৰ্থোদ্ধাৰত বিপাঙত পৰা এই নিৰ্বাচিত ব্ৰজবুলি গীত-পদকেইটাৰ সৰল অৰ্থৰ লগতে ব্ৰজবুলিত ব্যৱহাৰ হোৱা শব্দৰ আধুনিক অসমীয়া অৰ্থপ্ৰদান।

গ্ৰন্থকাৰৰ প্ৰথম খণ্ডটোৱে হ'ল সৰ্বাধিক আকৰ্ষণীয়। বিষয়বস্তু, তাৰ পৰিবেশন পদ্ধতি তথা অধ্যয়ন বিভাজন আৰু বিভিন্ন উপবিভাগৰ উপস্থাপন তথা বিশ্লেষণ ৰীতিৰ মাজত যি কোনো অনুসন্ধিৎসু পাঠকৰ কৌতূহল নিবাৰণৰ বহু থল আছে। প্ৰথমতে 'ব্ৰজবুলিৰ উৎপত্তি আৰু বিকাশ' প্ৰসঙ্গত ব্ৰজবুলি শব্দৰ ব্যুৎপত্তি এই ভাষা প্ৰচলিত অঞ্চলৰ প্ৰাকালীন আৰু সম-সাময়িক অন্যান্য ভাষাৰ লগত ব্ৰজবুলিৰ সম্পৰ্ক আদিৰ চমু আলোচনা সন্নিবিষ্ট হৈছে। পৰৱৰ্তী দুটা অধ্যায়ত ক্ৰমে চৰ্যাগীতৰ লগত ব্ৰজবুলিৰ ভাষাগত সাদৃশ্যাদিৰ তুলনামূলক চমু আলচ *কীৰ্ত্তিলতা, কীৰ্ত্তিপতাকা* ৰচোতা

১. দ্বিতীয় তাঙৰণত অধ্যায়ৰ সংখ্যা -১১

বিদ্যাপতিৰ গীতৰ ভাষা অৱহট্‌ঠৰ লগত ব্ৰজবুলিৰ সম্পৰ্কাদিৰ দৃষ্টান্ত দাঙি ধৰি যুগুতোৱা আলচ সন্নিবিষ্ট হৈছে। তুলনামূলক আলোচনাৰ ইমানতে যতি পৰা নাই। লেখকে পুৰণি অসমীয়া কাব্যৰ ভাষানিৰ ভাষাৰ লগতো ব্ৰজবুলিৰ ভাষাগত মিশ্ৰৰ তৌলনৰ প্ৰচেষ্টা কৰিছে পৰৱৰ্তী অধ্যায়টোত। ভাষাতত্ত্বৰ বৰ্ণনামূলক দৃষ্টিভঙ্গীৰে ব্ৰজবুলিৰ সংক্ষিপ্ত বিশ্লেষণ চকুত পৰে, গ্ৰন্থৰ পঞ্চম[২] অধ্যায়ত। ইয়াৰ পিছৰ চাৰিটা অধ্যায়ত ব্ৰজবুলি সাহিত্যৰ বিষয়বস্তু আৰু তাত বিষ্ণু, বৈষ্ণৱ ভক্তি-সাধনাৰ ধাৰাৰ চমু আভাস 'ব্ৰজবুলি সাহিত্যৰ ধাৰা'ৰ অন্তৰ্গত অসম, উৰিষ্যা, বংগ-নেপাল আদিত প্ৰচলিত এই জাতীয় সাহিত্যৰ পৰিচয় আৰু 'ব্ৰজবুলি সাহিত্যৰ বিভিন্ন দিশ'ৰ অন্তৰ্গত ভক্তিমূলক সাহিত্যৰ ৰস-তত্ত্ব দাৰ্শনিক দিশ আদিৰ বিচাৰ বিশ্লেষণৰ যথাযথভাৱে বিস্তৃত আলোচনা কৰিবলৈ গ্ৰন্থকৰ্তাই যত্ন কৰিছে। গ্ৰন্থৰ পৰৱৰ্তী তথা শেষৰ অধ্যায়টোত আছে কেৱল 'মিথিলা-বঙ্গৰ পদাকাৰ চাৰিজন'ৰ জীৱন পৰিচিতি আৰু তেওঁলোকৰ ব্ৰজবুলিত ৰচিত পদৰ সমীক্ষামূলক চমু আলোচনা। পূৰ্বোল্লিখিত গীতি-গুচ্ছৰ গীত-মাতৰ প্ৰসংগ উল্লেখ কৰি যুগুত কৰা প্ৰতিটো গীতৰ বিকল অৰ্থই হ'ল দ্বিতীয় খণ্ডৰ মূল কথা। ব্ৰজবুলি শব্দৰ অসমীয়া অৰ্থ দি যুগুত কৰা তালিকাখনো যথেষ্ট দীঘলীয়া। গ্ৰন্থপঞ্জীখন তাৎপৰ্যপূৰ্ণ বুলিবৰ মন গৈছে এইবুলিয়ে যে গ্ৰন্থপঞ্জীখন গৱেষণাৰ ক্ষেত্ৰত নমুনা হিচাপে লব পাৰে; এইখন যুগুত কৰোঁতে গ্ৰন্থকৰ্তাই অধ্যয়নৰ বিষয়টোৰ লগত সঙ্গতি ৰাখি মুখ্য উৎস, গৌণ উৎসে আদি কঢ়িয়াই দেখুৱাবলৈ যত্ন কৰিছে। থূলমূলকৈ এইখিনিয়েই হ'ল গ্ৰন্থখনিৰ ভিতৰত স্থান পোৱা বিষয়ৰ আলোচনা।

নকলেও হ'ব অসমীয়া সাহিত্যত ব্ৰজবুলি বিষয়ক গ্ৰন্থৰ যথেষ্ট অভাৱ। ড° ভূপেন্দ্ৰ ৰায় চৌধুৰীৰ *ব্ৰজবুলি সাহিত্য মুকুৰ* এই ভাষাত ৰচিত গীত-মাত আদি সাহিত্যখিনিৰ আলোচনামূলক গ্ৰন্থখনিৰ পিছতেই প্ৰকাশ পাইছে কমলবাৰী সত্ৰৰ অধিকাৰ নাৰায়ণ দেৱ গোস্বামীয়ে শংকৰ-মাধৱ ৰচিত ব্ৰজবুলি সাহিত্যৰ বিশেষকৈ বৰগীতৰ আলমত যুগুত কৰা *ব্ৰজাৱলী ভাষাৰ ব্যাকৰণ আৰু অভিধান* গ্ৰন্থখনি। এই দুয়োখন গ্ৰন্থৰ পৰিসৰ যথেষ্ট সীমাবদ্ধ আৰু পৰিকল্পনাৰ গণ্ডীও আলোচ্য গ্ৰন্থখনিৰ তুলনাত বহু সংকীৰ্ণ। আলোচ্য গ্ৰন্থখনিত ব্ৰজবুলি সাহিত্যৰাজিৰ চমু যদিও নিৰ্ভৰযোগ্য আলোচনাৰ উপৰি সন্নিবিষ্ট হৈছে ব্ৰজবুলিৰ ভাষাতাত্ত্বিক বিশ্লেষণ আৰু লগতে দিয়া হৈছে প্ৰধান ছয়ৰাকী ব্ৰজবুলি গীতিকাৰৰ বাইশটা গীতৰ সৰল অসমীয়া অৰ্থ। অৱশ্যে এই গীতকেইটা গ্ৰন্থকৰ্তাৰ নিজস্ব বাছনি নহয়। গীতৰ অৰ্থ

---

২. বৰ্তমান তাঙৰণত সপ্তম অধ্যায়

আৰু শব্দাৰ্থৰ তালিকা দাসৰ নিজৰ প্ৰচেষ্টাৰ ফল। ব্ৰজবুলিৰ উৎপত্তি আৰু অনান্য প্ৰাদেশিক ভাষাৰ লগত ব্ৰজবুলিৰ সাদৃশ্য, কম পৰিমাণে হ'লেও ব্ৰজবুলিয়ে ভিন্ন কবিৰ নিজৰ আঞ্চলিক ভাষাৰ ৰহণ সনা কথাৰ আলোচনাত গ্ৰন্থকৰ্তাৰ ব্যক্তিগত চিন্তা-প্ৰযত্ন প্ৰকাশ পাইছে। ব্ৰজবুলি ভাষা আৰু সাহিত্যৰ দুয়োটা দিশৰ প্ৰণালীবদ্ধ সুচিন্তিত আলোচনাৰ এক মনোগ্ৰাহী নিদৰ্শন এই গ্ৰন্থখনি। অৱশ্যে লেখকে নিজেই উল্লেখ কৰি গৈছে যে বিদ্যায়তনিক গৱেষণাৰ কৰ্মৰ লগত জড়িত হৈ এই গ্ৰন্থ প্ৰণয়ন কৰিবলৈ মনত বল পাইছিল। সেইপিনৰ পৰাও এইয়া লেখকৰ গৱেষণাৰ প্ৰথম পৰ্যায়ৰ ৰচনা। সেই হিচাপে ইয়াত ঠাই বিশেষে দুই এটা সমালোচনা কৰিবলগীয়া দুৰ্বল দিশ থকাটো স্বাভাৱিক। তথাপি কিন্তু ক'ব লাগিব যে অসমীয়া সাহিত্যত *ব্ৰজবুলি ভাষা আৰু সাহিত্য* এক বিস্ময়কৰ সৃষ্টি, যি কোনো পাঠকেই ইয়াৰ দ্বাৰা বহুপৰিমাণে উপকৃত হ'ব, বিশেষকৈ গৱেষক আৰু শিক্ষাৰ্থীসকল।

গ্ৰন্থত দিয়া শব্দাৰ্থৰ তালিকাত একে অৰ্থসূচক শব্দবোৰ পৃথক পৃথককৈ নিদি একেলগে দিয়া হ'লে পাঠক বেছি লাভবান হ'লহেঁতেন। যেনে— অঞ্চল / আঞ্চোৰ = আঁচল ; আউৰ / আওৰ / আৰ / আৱৰ / আৱৰি = আন / আকৌ / আৰু দুনাই, অৰকত / অলৰাত / আৰকত = ৰঙচুৱা, তোৰ / তোমাৰ, অমল / অমোল / আমূল আমোল = অমূল্য ইত্যাদি। আকৌ শব্দাৰ্থৰ তালিকা মূল শব্দটোৰ নিচেই কাষ চপা শব্দৰ দ্বাৰাহে অৰ্থটো দিয়া উচিত। যেনে :— অপৰুব = অপৰূপ, অপূৰ্ব নিদিয়া হলেই ভাল; আকৌ দোকানি, দুধ, চাকৰ, গৰল, ঘাট, পাৰ আদি শব্দৰ অৰ্থ দিয়াৰ কোনো প্ৰয়োজন নাই। আকৌ গ্ৰন্থৰ বিষয়ৰ পৰিবেশন পদ্ধতিৰ পিনৰ পৰাও সূক্ষ্মভাৱে চালে সপ্তম আধ্যায়ৰ কথাখিনি ষষ্ঠ অধ্যায়ৰ লগত সামৰিবলৈ যত্ন কৰা হ'লে ভাল হ'লহেঁতেন বুলি ভাবিবৰ থল আছে। কিয়নো গ্ৰন্থখনিৰ আৰম্ভণিৰেপৰা পৰ্যায়ক্ৰমে বিষয়বস্তুৰ উপস্থাপন কৰা পৰিকল্পনালৈ চালে উক্ত কথাখিনিৰ সুকীয়া অধ্যায় হিচাপে ব্যাখ্যামূলক পৰিচয় দিয়াৰ যুক্তি বৰ সবল নহয়[৩]। এইখিনি কথাৰ উল্লেখ কৰা হ'ল পৰৱৰ্তী সংস্কৰণটো অধিকতৰ সুন্দৰ ৰূপত যাতে আমি পাওঁ সেই কামনাৰেহে। এইবোৰ গ্ৰন্থৰ কোনো ডাঙৰ ত্ৰুটি নহয়, সাধাৰণ পাঠকৰ বাবে হয়তো ই এখনি অতি উপাদেয় গ্ৰন্থৰূপেই বিবেচনা হ'ব; কিন্তু এনেকুৱা গৱেষণামূলক গ্ৰন্থত বিদ্যায়তনিক দৃষ্টিভংগী আৰু মৰ্যাদাৰ ওপৰতহে অধিক গুৰুত্ব দিয়া হয়। লেখকে গ্ৰন্থৰ প্ৰতিটো অধ্যায়তে দক্ষতাৰ পৰিচয় দিছে। তেওঁৰ বক্তব্য

৩ দ্বিতীয় তাঙৰণত দুয়োটা অধ্যায় এটা কৰা হৈছে।

উপস্থাপনত ভাবাবেগৰ প্ৰকাশত অৰ্থহীন ভাবোচ্ছাস প্ৰকাশ পোৱা নাই। বছা বছা শব্দ প্ৰয়োগ কৰি সযতনে বিষয়বস্তুৰ আলোচনা কৰিবলৈ প্ৰয়াস কৰিছে। ভাষাত কঠিনতা নাই আৰু প্ৰকাশভঙ্গীতো জড়তা নাই, বক্তব্য বিষয় পোনপটীয়া আৰু প্ৰাঞ্জল। ৰচনাৰীতি সংযত হোৱা বাবেই সম্ভৱতঃ আলোচনাত অবাস্তৱতা চকুত নপৰে। অৱশ্যে কোনো কোনো কথাত যুক্তি উত্থাপনত, প্ৰসঙ্গ উদ্ধৃতিত মাত্ৰাধিক্য ঘটিছে। আচলতে এনে বিষয়ত সৰ্বাধুনিক প্ৰসঙ্গৰ উল্লেখেই যথেষ্ঠ, কিন্তু শিক্ষাৰ্থী বা সাধাৰণ পাঠকৰ বাবে একাধিক উল্লেখৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। গৱেষণাৰ ক্ষেত্ৰত কিন্তু এনেকুৱা উল্লেখৰ মাত্ৰাধিক্য আদৰণীয় নহয়। এইবোৰ আচলতে অতি সূক্ষ্ম দৃষ্টিত ধৰা দিয়া কথাহে।

ব্ৰজবুলিৰ ভাষাগত আৰু সহিত্যগত দুয়োটা দিশ সামৰি যুগুত কৰা এই গ্ৰন্থখনিক নিঃসন্দেহে নিৰ্ভৰযোগ্য উৎকৃষ্ট গ্ৰন্থ বুলিব পাৰি। ব্যক্তিগতভাৱে যিমানদূৰ জানো আধুনিক ভাৰতীয় ভাষাসমূহ-উৰিয়া, মৈথিলী, বঙলা আদি কেবাটাও ভাষাত দুয়োটা দিশ সামৰি যুগুত কৰা ব্ৰজবুলিৰ এনেকুৱা গ্ৰন্থ বিৰল। সেইপিনৰপৰা গ্ৰন্থকৰ্তা শ্ৰীদাস প্ৰশংসাৰ পাত্ৰ। উল্লিখিত পৰামৰ্শকেইটা আগত ৰাখি পৰৱৰ্তী সংস্কৰণটি যাতে লেখকে সোনকালে যুগুত কৰিবলৈ যত্ন কৰে সেই আশাৰে আটকধুনীয়া ৰূপত পুথিখনি পাম বুলি আশা কৰিলোঁ। আমাৰ উঠি অহা ডেকা-গাভৰু আৰু শিক্ষকসকলৰ বহুদিনৰ অভাৱ পূৰণৰ বাবে এই উপাদেয় গ্ৰন্থখনি ছপাই উলিওৱা বাবে গ্ৰন্থ প্ৰকাশকো ধন্যবাদৰ পাত্ৰ।

গুৱাহাটীৰ সুপ্ৰসিদ্ধ গ্ৰন্থ প্ৰকাশক আৰু *বীণা লাইব্ৰেৰীৰ* স্বত্বাধিকাৰী শ্ৰীযুত শান্তিৰঞ্জন দে ডাঙৰীয়াই পুথিখনিৰ পৰিবৰ্ধিত তাঙৰণটিৰো প্ৰকাশৰ দায়িত্ব লৈ গ্ৰন্থকাৰক কৃতজ্ঞতাৰ পাশত পাল্কিছে। সদৌশেষত প্ৰথম তাঙৰণৰ দৰে *ব্ৰজবুলি ভাষা আৰু সাহিত্যৰ* বৰ্তমানৰ সংস্কৰণটিকো পাঠক সমাজে মৰমৰ চকুৰে চাব বুলি আশা কৰিলোঁ।

ডেকাপাৰা, গুৱাহাটী- ৭৮১০১৫
দিনাংক — ২৯ নৱেম্বৰ, ২০০০

ভৱদীয়
শ্ৰীনাৰায়ণ দাস

# বিষয় নিৰ্দেশিকা

## প্ৰথম খণ্ড

## ব্ৰজবুলি ভাষা আৰু সাহিত্য

প্ৰথম অধ্যায় : ব্ৰজবুলিৰ উৎপত্তি আৰু বিকাশ পৃঃ ১-৭

নামকৰণ : ব্ৰজবুলি নে ব্ৰজাৱলী ? ই কৃত্ৰিম নে স্বাভাৱিক ১, ব্ৰজবুলিৰ উৎপত্তি মৈথিলীৰপৰা ৩ , ব্ৰজভাষাৰপৰা ৩, অৱহট্‌ঠৰপৰা ৪, ব্ৰজবুলি আৰু শৌৰসেনী অপভ্ৰংশ ৪, ব্ৰজবুলিৰ বিকাশ : মৈথিল পাৰিজাত হৰণ নাট ৫, উৰিষ্যা ৫, নেপাল ৬, মৌৰংগ, ত্ৰিপুৰা ৬, বংগদেশ ৬, অসম ৬-৭

দ্বিতীয় অধ্যায় : অৰ্বাচীন অৱহট্‌ঠ আৰু ব্ৰজবুলি পৃঃ ৮-৩৪

অৱহট্‌ঠ শব্দৰ ব্যৱহাৰ ৮, অৱহংস ৮, অপভ্ৰংশ আৰু দেশী ৯, অৱহট্‌ঠৰ মূল শৌৰসেনী অপভ্ৰংশ ১০, অৱহট্‌ঠ আৰু ব্ৰজবুলিৰ ধ্বনিতাত্ত্বিক সাদৃশ্য ১১, ৰূপতাত্ত্বিক সাদৃশ্য ১৪, পদান্ত স্বৰ অনুযায়ী পদৰ ভাগ ১৪, কাৰক-বিভক্তি-কৰ্তা ১৫, কৰ্ম ১৫, কৰণ ১৬, নিমিত্ত ১৬, অপাদান ১৭, সম্বন্ধ ১৭, অধিকৰণ ১৮, সম্বোধন ১৮, সৰ্বনাম ১৯, উত্তম পুৰুষ ১৯, মধ্যম পুৰুষ ১৯, তৃতীয় পুৰুষ ২০, সম্বন্ধবাচক ২০, আত্মবাচক ২১, অনিশ্চয়বাচক ২১, প্ৰশ্নবাচক ২২, দূৰ নিশ্চয়বাচক ২২, নিকট নিশ্চয়বাচক ২৩, বিবিধ সৰ্বনাম ২৩, নিষেধাৰ্থক ২৩, ক্ৰিয়া বিশেষণ ২৪, কালবাচক ২৪, স্থানবাচক ২৪, লক্ষণ বাচক ২৪, ক্ৰিয়াপদ ২৫, ক্ৰিয়াৰ কাল - বৰ্তমান ২৫, সহায়ক ক্ৰিয়া ২৭, ভূতকাল ২৭, ভবিষ্যৎ কাল ২৭, অসমাপিকা ২৮, অপূৰ্ণ কৃদন্ত ২৮, বৰ্তমানকালীক কৃদন্ত ২৮, ক্ৰিয়াৰ্থক সংজ্ঞা ২৯, পাচনীক্ৰিয়া ২৯, স্বাৰ্থিক প্ৰত্যয়, অৱহট্‌ঠ আৰু ব্ৰজবুলিৰ শব্দসম্ভাৰৰ সাদৃশ্য-বিশেষ্য-বিশেষণ ৩০, ধাতু আৰু ক্ৰিয়া ৩২, সামৰণি ৩৪।

তৃতীয় অধ্যায় : চৰ্যাপদ আৰু অসমীয়া ব্ৰজবুলি পৃঃ ৩৫-৪৯

চৰ্যাপদৰ ৰচনা কাল ৩৫, চৰ্যাপদ আৰু অসমীয়া ব্ৰজবুলিৰ সাদৃশ্য : শব্দ বিভক্তি ৩৬, সৰ্বনাম ৩৭, ক্ৰিয়াৰ কাল ৩৮, নাস্ত্যৰ্থক ক্ৰিয়া ৩৯, স্ত্ৰী প্ৰত্যয় ৩৯, শব্দসম্ভাৰৰ মিল ৪০-৪৮

চতুৰ্থ অধ্যায় : ব্ৰজ বুলি আৰু মধ্যকালীন উত্তৰ ভাৰতীয় সন্তকবিৰ ভাষা পৃঃ ৫০-৫৮

আভাস ৫০, ৰূপতাত্ত্বিক সাদৃশ্য ৫০, কাৰক-বিভক্তি-নিৰ্বিভক্তিৰ প্ৰয়োগ ৫০,

সবিভক্তিক প্ৰয়োগ ৫১, সৰ্বনাম ৫২, উত্তমপুৰুষ ৫২, মধ্যম পুৰুষ ৫৩, তৃতীয় পুৰুষ ৫৫, নিশ্চয়বাচক দূৰবৰ্তী ৫৫, নিকট বাচক ৫৫, অনিশ্চয়বাচক ৫৬, নিজবাচক ৫৬, প্ৰশ্নবাচক ৫৭, বিভক্তিসদৃশ প্ৰযুক্ত অব্যয় শব্দ-মালা ৫৭, স্থানবাচক ৫৭, নিষেধবাচক ৫৮, ৰীতিবাচক ৫৮, অন্যান্য ৫৮, সামৰণি ৫৮।

পঞ্চম অধ্যায় ঃ প্ৰাৰম্ভিক ব্ৰজবুলি পৃঃ ৫৯-৭১

আভাস ৫৯, বিদ্যাপতিৰ ৰচনা আৰু প্ৰাৰম্ভিক ব্ৰজবুলি ৬০, প্ৰাৰম্ভিক ব্ৰজবুলি আৰু অসমৰ ব্ৰজবুলিৰ সাদৃশ্য— ধ্বনিমূলক ৬০, ৰূপতত্ত্বমূলক ৬১, বচন ৬২, লিংগ ৬২, কাৰক-বিভক্তি ৬২, সৰ্বনাম ৬৫, প্ৰথম পুৰুষ ৬৫, দ্বিতীয় পুৰুষ ৬৫, নিজবাচক ৬৫, দূৰ নিৰ্দেশক ৬৬, নিকট নিৰ্দেশক ৬৬, সম্বন্ধ বাচক ৬৬, প্ৰশ্নবাচক ৬৭, অনিশ্চয়বাচক ৬৭, সৰ্বনামজাত বিশেষণ ৬৭, কাল আৰু ক্ৰিয়াবিশেষণ ৬৮, ক্ৰিয়াৰ ভাৱ আৰু কাল—বৰ্তমান ৬৮, অতীত ৬৯, ভবিষ্যৎ ৬৯, অস্ত্যৰ্থক ক্ৰিয়া ৬৯, নঞ্যৰ্থক ক্ৰিয়া ৭০, পূৰ্বকালিক কৃদন্ত ৭০, বৰ্তমানকালিক কৃদন্ত ৭০, অতীতকালিক কৃদন্ত ৭০, ক্ৰিয়া বিশেষণ ৭০, সম্বোধনসূচক শব্দ ৭১, সামৰণি ৭১।

ষষ্ঠ অধ্যায় ঃ অসমীয়া ব্ৰজবুলি আৰু পুৰণি অসমীয়া কাব্য-কথাৰ ভাষা পৃঃ ৭২-৭৭

ব্ৰজবুলিৰ সৈতে পুৰণি অসমীয়া কাব্য সাহিত্যৰ সাদৃশ্য ঃ শব্দবিভক্তি ৭২, স্ত্ৰী প্ৰত্যয় ৭৩, বহুবচনৰ প্ৰত্যয় ৭৩, নিৰ্দিষ্টবাচক প্ৰত্যয় ৭৩, সৰ্বনাম ৭৩, ক্ৰিয়া বিভক্তি ৭৩, পুৰণি কথা সাহিত্যৰ সাদৃশ্য-বিভক্তি ৭৪, বহুবচন ৭৪, স্ত্ৰী প্ৰত্যয় ৭৫, সৰ্বনাম ৭৫, ক্ৰিয়া বিভক্তি ৭৫, সামৰণি ৭৭।

সপ্তম অধ্যায় ঃ ব্ৰজবুলিৰ ভাষাতাত্ত্বিক বৈশিষ্ট্য পৃঃ ৭৮-১০২

ব্ৰজবুলিত আৰবী-ফাৰ্চী শব্দ ৭৮, ধ্বনিতত্ত্ব ঃ স্বৰধ্বনি ৭৮, দ্বিস্বৰ আৰু ত্ৰিস্বৰ ৭৯, ব্যঞ্জন ধ্বনি ৭৯, স্বৰৰ ভিন্ন পৰিবৰ্তনসমূহ ৮০, লিংগ ৮১, বচন ৮২, নিৰ্দিষ্টবাচক প্ৰত্যয় ৮২, অনিৰ্দিষ্ট বাচক ৮২, সংখ্যা শব্দ ৮২, কাৰক বিভক্তি ৮২, সৰ্বনাম ৮৪, বিশেষণ ৮৭, ক্ৰিয়া বিশেষণ ৮৮, ধাতু ৮৯, ক্ৰিয়াৰ কাল ৯২, অনুজ্ঞা ৯৫, অস্ত্যৰ্থক ক্ৰিয়া ৯৫, নাস্ত্যৰ্থক ক্ৰিয়া ৯৬, অনিয়মিত ক্ৰিয়া ৯৬, ভূতাৰ্থ কৃদন্ত ৯৭, ক্ৰিয়াৰ তুমন্ত ৰূপ ৯৯, ধ্বন্যাত্মক শব্দ ১০০, পুনৰুক্তি ১০০, কৰ্মবাচ্য ১০০, অব্যয় ১০১।

অষ্টম অধ্যায় ঃ ভাৰতীয় বৈষ্ণৱ ভক্তি সাধনাৰ ধাৰা পৃঃ ১০৩-১২২

ক° ঃ প্ৰবেশিকা

বিষ্ণুৰ ক্ৰমবিকাশ ১০৩, নাৰায়ণ ১০৫, বাসুদেৱ ১০৬, কৃষ্ণ ১০৭, ৰাধা ১১১

খ° ঃ ভাৰতীয় বৈষ্ণৱ ভক্তি সাধনাৰ ধাৰা

ভক্তিৰ অৰ্থ ১১৫, ভক্তিৰ সংজ্ঞা ১১৫, ইয়াৰ ভাগ, সাধন আৰু সাধ্য ১১৬, ৰাগাত্মিকা

ভক্তি ১১৭, ভক্তিৰ ক্ৰমবিকাশ ১১৭, অদ্বৈতবাদ ১১৮, বিশিষ্টাদ্বৈতবাদ ১১৮, দ্বৈতাদ্বৈতবাদ ১১৯, বিশুদ্ধাদ্বৈতবাদ ১১৯, অচিন্ত্য ভেদাভেদতত্ত্ব ১২০, শংকৰদেৱৰ ভক্তি ধৰ্ম ১২১, অষ্টছাপ সম্প্ৰদায় ১২১, নাথ সম্প্ৰদায় ১২২, পঞ্জাবৰ ভক্তি ধৰ্ম ১২২, পূৰ্বভাৰতীয় ভক্তি ধৰ্ম ১২২।

নৱম অধ্যায় ঃ ব্ৰজবুলি সাহিত্যৰ ধাৰা পৃঃ ১২৩-১৪৫

ক° অসমৰ ব্ৰজবুলি সাহিত্য ঃ শংকৰদেৱৰ নাট ১২৪, মাধৱদেৱৰ নাট ১২৪, শংকৰদেৱৰ পৰৱৰ্তী নাট , ভৱানীপুৰীয়া গোপাল আতা, ৰাম আতা আৰু অন্যান্য নাট্যকাৰসকল ১২৫-১৩২, গুৰুজনাৰ বৰগীত ১৩২, ভটিমা ১৩৪, বিভিন্ন গীতিকাৰ ঃ গোপাল আতা ১৩৫, ৰাম আতা ১৩৫, অনিৰুদ্ধদেৱ ১৩৫, পুৰুষোত্তম ঠাকুৰ ১৩৬, হৰিৰামদেৱ ১৩৬, ব্ৰজবুলি গীতৰ ৰস ভেদ ১৩৭, খ° উৰিষ্যাৰ ব্ৰজবুলি সাহিত্য ঃ ১৩৭, গ° নেপালৰ ব্ৰজবুলি সাহিত্য ১৩৯, ঘ° বংগদেশৰ ব্ৰজবুলি সাহিত্য ১৪১, গৌড়ীয় বৈষ্ণৱ পদাৱলীৰ কেন্দ্ৰ বিন্দু ১৪২, বৈষ্ণৱ পদাৱলী সংকলন ১৪৩, বংগদেশৰ পদকাৰ সকল ১৪৪

দশম অধ্যায় ঃ ব্ৰজবুলি সাহিত্যৰ ভিন্ন দিশ পৃঃ ১৪৬-১৭৯

ক° ব্ৰজবুলি সাহিত্যৰ ৰসতত্ত্ব ঃ ৰসৰ সংখ্যা ১৪৬, ভক্তি ৰস ১৪৭, শান্ত, দাস্য, সখ্য বাৎসল্য আৰু মধুৰ ১৪৭, মধুৰ ৰতিৰ ভাগ ১৪৮, পূৰ্বৰাগ , মান, প্ৰেম বৈচিত্ৰ্য , প্ৰৱাস ১৪৯, খ° ব্ৰজবুলি সাহিত্যৰ নায়িকা ভেদ ১৫১, স্বকীয়া নায়িকা ১৫১, পৰকীয়া ১৫২, নায়িকাৰ অষ্টাবস্থা ঃ অভিসাৰিকা নায়িকা ১৫২, বাসকসজ্জিকা ১৫৪, উৎকণ্ঠিতা ১৫৬, বিপ্ৰলব্ধা , খণ্ডিতা , কলহা ন্তৰিতা ১৫৯, প্ৰোষিত-ভৰ্তৃকা ১৬১, স্বাধীন ভৰ্তৃকা ১৬৩, গ° ব্ৰজবুলি সাহিত্যৰ নায়ক ভেদ ১৬৫, ঘ° নায়িকাৰ সখী-দূতীভেদ ১৬৫, ঙ° ব্ৰজবুলি গীত-পদত মাথুৰ বিৰহৰ ছবি ১৬৬, বিদ্যাপতি ১৬৯, কবি চণ্ডীদাস ১৬৮, জ্ঞানদাস ১৬৮, গোবিন্দদাস ১৬৯, অসমীয়া ব্ৰজবুলি গীতনাটক মাথুৰ বিৰহৰ ছবি ১৭০, ব্ৰজবুলি সাহিত্যৰ দাৰ্শনিক দিশ ১৭২, দেৱ, নাম, গুৰু, ভকত ১৭২, ঈশ্বৰ ১৭৪, মায়া ১৭৪, জীৱ আৰু ব্ৰহ্ম ১৭৫, ভক্তিৰ শ্ৰেষ্ঠতা ১৭৫, গৌড়ীয় বৈষ্ণৱ দৰ্শন ১৭৬, কৃষ্ণতত্ত্ব ১৭৬, গোপীতত্ত্ব ১৭৬, প্ৰেমতত্ত্ব ১৭৬, স্বকীয়া আৰু পৰকীয়া প্ৰেমবাদ ১৭৭, অচিন্ত্য ভেদাভেদ বাদ ১৭৮।

একাদশ অধ্যায় ঃ মিথিলা বংগৰ পদকাৰ চাৰিজন পৃঃ ১৮০-১৯৯

ক° কবি বিদ্যাপতি ঃ ১৮০, ৰচনাৱলী আৰু প্ৰতিভা ১৮১, জীৱনবৃত্ত ১৮১, প্ৰেম আৰু সৌন্দৰ্যৰ কবি ১৮২, বয়ঃসন্ধিৰ পদ ১৮৩, অলংকাৰ ১৮৪, খ° চণ্ডীদাস ১৮৫, কবি জ্ঞানদাস ১৮৯, জ্ঞানদাসৰ ভাষা ১৯২, ঘ° গোবিন্দদাস কবিৰাজ ১৯২, সংকলনত গোবিন্দদাসৰ পদাৱলী ১৯৩, দ্বিতীয় বিদ্যাপতি ১৯৪, গোবিন্দদাসৰ গীতি গুচ্ছত গৌড় চন্দ্ৰিকাৰ ছবি ১৯৫, ৰূপানুৰাগৰ ছবি ১৯৫, শৃংগাৰৰ ছবি ১৯৭, বিৰহৰ

*ছবি, নায়িকা ভেদৰ চিত্ৰ ১৯৭, সামৰণি ১৯৯।*

দ্বিতীয় খণ্ড ঃ পৃঃ ২০৩-২২৩

ব্ৰজবুলি গীতিগুচ্ছ ঃ প্ৰসংগ আৰু সৰলাৰ্থ সমেত - বিদ্যাপতি ঃ ৰাধাৰ বিৰহ, ৰাধাৰ বিৰহ (২)২০৩, ৰাধাৰ বিৰহ(৩)২০৪; ৰাধাৰ বিৰহ(৪)২০৫; ৰাধাৰ বিৰহ(৫)২০৬, শংকৰদেৱ ঃ মাথুৰ বিৰহ (১)২০৭, মাথুৰ বিৰহ (২)২০৮, মাথুৰ বিৰহ (৩)২০৯, মাথুৰ বিৰহ (৪)২১০, মাধৱদেৱ ঃ চিৰন্তন মাতৃ ২১১, ৰায় ৰামানন্দ; মাথুৰ বিৰহ, ২১২, চণ্ডীদাস ঃ আক্ষেপানুৰাগ ২১৩, বাসকসজ্জা নায়িকা ২১৪, বিপ্ৰলব্ধা নায়িকা ২১৫, খণ্ডিতা নায়িকা ২১৬, মানিনী নায়িকা ২১৭, জ্ঞান দাস ঃ কলহান্তৰিতা ২১৮, প্ৰোষিতভৰ্ত্ৰী নায়িকা ২১৯, গোবিন্দদাস ঃ অভিসাৰিকা নায়িকা ২১৯, মানান্তৰ মিলন ২২০, বৰ্ষাভিষাৰ ২২১, মাথুৰ বিৰহ ২২২।

তৃতীয় খণ্ড

সংক্ষিপ্ত ব্ৰজবুলি শব্দকোষ পৃ° ২২৪-২৫৭

গ্ৰন্থপঞ্জী পৃ° ২৫৮-২৬৯

•••

# সংকেত - সূচী

অ° = অৰ্জুন ভঞ্জন
অজা = অজামিল উপাখ্যান.
অপ° = অপভ্ৰংশ
উ° = উজ্জ্বল নীলমণি
= উদ্ধৱযান (ভাষা অংশ)
উ°ব্য° = উক্তি ব্যক্তি প্ৰকৰণ
ঋ° = ঋগ্বেদ
ক° = মাধৱকন্দলি
ক°গী° = কথা-গীতা
ক°গ্ৰ° = কবীৰ গ্ৰন্থাৱলী
ক°ৰা° = কথা-ৰামায়ণ
ক°সা° = কবীৰ সাথী
কা° = কালিদমন নাট
কী° = কীৰ্তিলতা
কু° = কুমৰ হৰণ নাট
কো° = কোটৰা খেলা
কৈ° = কৈৱল্যা নন্দদেৱৰ গীত
কং = কংসবধ নাট
কং ২ = কংসবধ (কৈৱল্যানন্দ)
গী° = গীতাৱলী (তুলসী দাস)
গু°বি° = গুৱাহাটী বিশ্ববিদ্যালয়
চ° = চৰ্যাগীতিকোষ
চৈ°চ° = চৈতন্য চৰিত্ৰামৃত
চো° = চোৰধৰা
জ° = জন্মযাত্ৰা নাট
তা° = তাণ্ডৱণ
তু = তুলনীয়
দো° কো° = দোহাকোশ
দোহা = কবীৰ দোহা
ন°ভা°আ° = নব্য ভাৰতীয় আৰ্যভাষা
নৃ° = নৃসিংহ যাত্ৰা
প° = পত্নীপ্ৰসাদ
প°ক°ত° = পদকল্পতৰু
প°চ° = পউম চৰিউ
পদ্মা = পদ্মাৱৎ কাব্য
পা°হ° = পৰিজাত হৰণ (উমাপতি)
পি° = পিম্পৰা গুছোৱা
পৃ° = পৃষ্ঠা
প্ৰা° = প্ৰাকৃত
প্ৰা°পৈ° = প্ৰাকৃত পৈংগলম্
প্ৰা°ভা°আ° = প্ৰাচীন ভাৰতীয় আৰ্যভাষা
ব° = বলিছলন নাট
বি° = বিদ্যাপতি - পদাৱলী
বিনয় = বিনয় পত্ৰিকা
বৈ° = বৈষ্ণৱ পদাৱলী (হৰেকৃষ্ণ মুখোপাধ্যায়)
বো° = বোধদয় নাট
ব্ৰ° = ব্ৰজবুলি
ব্ৰ°গী° = ব্ৰজবুলি গীতিগুচ্ছ (ড° নেওগ)
ব্ৰহ্মা° = ব্ৰহ্মামোহন নাট
ব্ৰা° = ব্ৰাহ্মণ
ভ°গী°স° = ভক্তিগীত সংকলন
ভা° = ভাগৱত পুৰাণ
ভা°ক° = ভাগৱত-কথা
ভূ° = ভূষণহৰণ নাট
ভো°ব° = ভোজন ব্যৱহাৰ
ম°ভা°আ° = মধ্য ভাৰতীয় আৰ্যভাষা
মা°ব° = মাধৱদেৱৰ বৰগীত
মা°ভ° = মাধৱদেৱৰ ভটিমা
য° = যদুমণিদেৱৰ গীত

| | | |
|---|---|---|
| ৰ° | = | ৰসমঞ্জৰী |
| ৰা° | = | ৰামবিজয় নাট |
| ৰা°চ° | = | ৰামচৰিত মানস |
| ৰাগ° | = | ৰাগতৰংগিনী |
| ৰা°বে° | = | ৰাউল বেল |
| ৰাম° | = | ৰাম আতাৰ গীত |
| ৰামা° | = | ৰামানন্দ দেৱৰ গীত |
| ৰাস° | = | ৰাসঝুমুৰা |
| ৰু° | = | ৰুক্মিণীহৰণ নাট |
| লব° | = | লৱকুশৰ যুদ্ধ |
| শ°ব° | = | শংকৰদেৱৰ বৰগীত |
| শ°ভ° | = | শংকৰদেৱৰ ভটিমা |
| স°ৰা° | = | সন্দেশ ৰাসক |
| সম্পা° | = | সম্পাদিত |
| সা | = | সাহিত্য দৰ্পণ |
| সী° | = | সীতাহৰণ নাট |
| সু° | = | সুভদ্ৰাহৰণ নাট |
| সু°সা° | = | সুৰ সাগৰ |
| সুখ চা° | = | সুখমণি চাহেব |
| স্য° | = | স্যমন্ত হৰণ নাট (দৈত্যাৰি) |
| স্য°২ | = | স্যমন্তহৰণ নাট |
| AFD | = | Assamese, Its Formation and Development |
| FML | = | The Formation of Maithili Language |
| ODB | = | Origin and Development of Bhojpuri |
| ODBL | = | The Origin and Development of Bengali Language |
| PG | = | Prakrit Grammar by Pischel |

## সংকেত - চিহ্ন

| | | |
|---|---|---|
| > | = | এটাৰ পৰা হোৱা |
| < | = | এটাৰ পৰা অহা |
| * | = | শব্দ বা সংখ্যাৰ স্পষ্টতা সূচক |
| ** | = | কল্পিতৰূপ |
| √ | = | ধাতু |
| // | = | বিশিষ্টধ্বনি |
| / | = | পাৰ্থক্যসূচক |
| s | = | পৰিচ্ছেদ |

# প্ৰথম অধ্যায়

## ব্ৰজবুলিৰ উৎপত্তি আৰু বিকাশ

১.০. বৈষ্ণৱ গুৰু শংকৰদেৱ আৰু মাধৱদেৱৰ বৰগীত আৰু অংকমালাত ব্যৱহৃত ভাষাটো ব্ৰজবুলি নামে জনাজাত। পঞ্চদশ শতাব্দীৰ অন্তিম লহৰত আৰম্ভ কৰি উনবিংশ শতাব্দীৰ সমাপ্তিলৈকে এই ভাষাত অসমীয়া বৈষ্ণৱ সন্ত-মহন্তসকলে বহুখিনি নাট আৰু গীত ৰচনা কৰে। অসমৰ উপৰি মিথিলা, নেপাল, বংগদেশ আৰু উৰিষ্যাৰ কবিসকলেও ভগৱান শ্ৰীকৃষ্ণৰ লীলাবিষয়ক বহুখিনি গীত আৰু কিছুসংখ্যক নাট এই ভাষাত ৰচনা কৰাটো মন কৰিবলগীয়া। এই ভাষাটো অধ্যয়ন কৰিবলৈ যাওঁতে একাধিক সমস্যাৰ সন্মুখীন হ'বলগীয়া হয়। ইয়াৰ প্ৰথমটো হ'ল-নামকৰণৰ সমস্যা। বংগদেশ আৰু উৰিষ্যাত যিটো ভাষা *ব্ৰজবুলি* নামেৰে জনা যায়, সেইটো ভাষাকেই বুজাবলৈ অসমত *ব্ৰজাৱলী* আৰু *ব্ৰজবুলি* দুয়োটা শব্দৰ প্ৰয়োগ আছে। নাম দুটাৰ কোনটো অধিক তাৎপৰ্যপূৰ্ণ আৰু কাৰ প্ৰয়োগ প্ৰাচীনতৰ তাক চালিজাৰি চোৱা প্ৰয়োজন। ব্ৰজবুলিৰ আনটো সমস্যা তাৰ উৎপত্তিৰ সৈতে সংলগ্ন। এই ভাষাটো কৃত্ৰিম নে স্বাভাৱিক, ইয়াৰ ভেঁটিনো কি - সেই সম্পৰ্কে পণ্ডিতসকলৰ মতবিৰোধ আছে।

১.২. সত্ৰসমূহত অংক আৰু বৰগীতৰ ভাষাটো দীৰ্ঘদিন জুৰি *ব্ৰজাৱলী* নামেৰে চলি অহা বুলি সৰ্বসাধাৰণৰ ধাৰণা। এক বিশিষ্ট ভাষা বা বাক্‌ৰীতিক মহাপুৰুষ মাধৱদেৱে *ব্ৰজাৱলী*আখ্যা দিয়া কথাও মন কৰিবলগীয়া[১]। কিন্তু এই শব্দটো শংকৰোত্তৰ গীত-মাত নাইবা চৰিত পুথিসমূহত পোৱা নাযায়। অৱশ্যে শংকৰদেৱে নিজেই তীৰ্থ ভ্ৰমণত শুনা *মাত বুলি ফাৰ্চীৰ*কথা চৰিত পুথিত উল্লিখিত হৈছে[২]। ৰসৰাজ বেজবৰুৱাৰ ৰচনাত যেনেকৈ *ব্ৰজাৱলী*[৩]ৰ উল্লেখ আছে, তেনেদৰে একাধিকবাৰ *ব্ৰজবুলি*[৪] ও প্ৰয়োগ হৈছে। পৰৱৰ্তী কেবাগৰাকী কৃতীমান লেখকে *ব্ৰজাৱলীৰ* সপক্ষে অভিমত আগবঢ়োৱা দেখা যায়[৫]।

---

১. সুকুমাৰ সেন — *বৈষ্ণবীয় নিবন্ধ*, পৃ° ২

২. মহেশ্বৰ নেওগ — *অংকমালাৰ আগকথা*, পৃ° ঘ

৩. অতুল চন্দ্ৰ হাজৰিকা—(সম্পা°) *বেজবৰুৱা গ্ৰন্থাৱলী*, দ্বিতীয়খণ্ড, পৃ°১৭৩৫

৪. হাজৰিকা- উক্ত গ্ৰন্থ, পৃ° ১৮৮৩

৫. অম্বিকানাথ বৰা- *ৰুক্মিণী হৰণ নাটৰ ভূমিকা*, ১৯৩৩, কালিৰাম মেধি- *কালিৰাম মেধি ৰচনাৱলী*, পৃ° ৪৪০, বিৰিঞ্চিকুমাৰ বৰুৱা- *অসমীয়া কথা সাহিত্য*, পুৰণি ভাগ, পৃ° ৩-৫ আৰু সত্যেন্দ্ৰনাথ শৰ্মাৰ *অসমীয়া নাট্য সাহিত্য*, পৃ° ১৩ ৰ নাম উল্লেখযোগ্য।

১.৩. *ব্ৰজ* শব্দৰ লগত - আৱলী প্ৰত্যয় যোগ হৈ বিশেষণ শব্দৰূপে *ব্ৰজাৱলীৰ* আত্ম প্ৰকাশ। — আৱলী (= সমূহ, শাৰী প্ৰভৃতি অৰ্থত) প্ৰত্যয়ৰ প্ৰয়োগ শংকৰদেৱৰ লেখাতে পোৱা যায় — 'চন্দ্ৰাৱলী ৰাতি শৰতকাল' (*কীৰ্তন* ২২।২৭), 'শৰতকালে চন্দ্ৰাৱলী পাই' (*কীৰ্তন* ২৩।২০৯)। মুক্তাৱলী ছন্দ, ৰত্নাৱলী পুথি প্ৰভৃতিত - আৱলী প্ৰত্যয় সংযুক্ত হোৱাৰদৰে *ব্ৰজ* শব্দটোত - আৱলী প্ৰয়োগ ব্যকৰণসন্মত।

১.৪. *ব্ৰজ* শব্দই শ্ৰীকৃষ্ণৰ লীলাভূমি ব্ৰজৰ কথা সোঁৱৰায়। পশু, বিচৰণ প্ৰভৃতি অৰ্থত *ব্ৰজ শব্দৰ প্ৰয়োগ* ঋগ্বেদত (২-৩৮-৮) পোৱা যায়। পশুপালনৰ প্ৰাধান্য থকা বাবে ব্ৰজধাম আখ্যা পোৱা ভূ-খণ্ডৰ ভাষাই *ব্ৰজভাষা*। ১৮৫৭ খ্ৰীষ্টাব্দত লিখা গোপালৰ *ৰসবিলাস টীকা*[৬] নাইবা অষ্টদশ শতাব্দীৰ কবি ভিখাৰী দাসৰ *কাব্য নিৰ্ণয়ত*[৭] ব্ৰজভাষাৰ নামোল্লেখ হৈছে। *ব্ৰজভাষাৰ*পৰা *ব্ৰজাৱলী*নামৰ উৎপত্তি নিঃসন্দেহে হোৱা নাই। *ব্ৰজধামৰ ভাষা* এনে অৰ্থত *ব্ৰজবোলী*[৮] *ব্ৰজাৱলী*[৯] আৰু *ব্ৰজবুলি*[১০] আদি নামকৰণৰ কথা পণ্ডিতসকলে উল্লেখ কৰিছে। অৱশ্যে বেৰেইলী, আলিগড়, আগ্ৰা, মথুৰা, প্ৰভৃতি স্থানত অদ্যাপি প্ৰচলিত শৌৰসেনী অপভ্ৰংশজাত ব্ৰজভাষাৰসৈতে আলোচিত ব্ৰজবুলি ভাষাৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক দুই এটা বিষয়ত মিল থাকিলেও দুয়োটি ভাষা যে একে নহয়, তাক দোহাৰিবৰ আৱশ্যক নাই। বংগদেশত *ব্ৰজবুলি* শব্দটো জয়জয়তে প্ৰয়োগ কৰে -উনবিংশ শতাব্দীৰ কবি ঈশ্বৰচন্দ্ৰ গুপ্তই[১১]। হিন্দী *বোলীৰ* (=ভাষা, যেনে *খড়ীবোলী*) অনুকৰণত বঙলা কবিয়ে গঢ়ি তোলা *ব্ৰজবুলি* শব্দটো বংগদেশত জনপ্ৰিয়তা অৰ্জন কৰাৰ পিছত সেই শব্দটোৱে অসমত প্ৰবেশ কৰিছিল আৰু সি অংক আৰু গীতত ব্যৱহৃত ভাষাক সূচাইছিল। ভাষা বিৱৰ্তনৰ পৰম্পৰা অনুসৰি কালক্ৰমত ব্ৰজবুলি *ব্ৰজাৱলী* হল। পিছে ভাষাতাত্ত্বিক দৃষ্টি ভংগীত *বোলী* অৰ্থাৎ ভাষা বুজাবলৈ - আৱলী প্ৰত্যয়তকৈ *বুলি*অধিক তাৎপৰ্যপূৰ্ণ। গতিকে *ব্ৰজাৱলীৰ* ঠাইত *ব্ৰজবুলিৰ* প্ৰয়োগ যথাৰ্থ[১২]।

১.৫. মধ্যযুগীয় উত্তৰপূৰ্ব ভাৰত ভূমিত প্ৰচলিত ব্ৰজবুলি ভাষাৰ উৎপত্তি

---

৬. মৰুভাষা নিৰজল তজী কবি ব্ৰজভাষা চৌজ। ৩৪৪

৭. ভাষা ব্ৰজভাষা ৰুচিৰ, কহে সুমতি সব কোয়।
মিলৈ সংস্কৃত পৰস্যো গৈ অতি-সুগম হোই।। *কাব্য নিৰ্ণয়* ১/১৪

৮. কণিকা তোমৰ- *ব্ৰজভাষা ঔৰ ব্ৰজবুলি সাহিত্য*, পৃ° ৩৮২

৯. *অংকমালাৰ* আগকথা, পৃ°ম

১০. সুকুমাৰ সেন - প্ৰাগুক্ত প° ২

১১. সুকুমাৰ সেন- প্ৰাগুক্ত গ্ৰন্থ, পৃ° ২

১২. বাণীকান্ত কাকতি (*আচামিজ, ইটচ্‌ ফৰমেশ্বন এণ্ড ডেভলেপ্‌মেণ্ট*, দ্বিতীয় তা° ছেদ ২৫), ডিম্বেশ্বৰ নেওগ (*অসমীয়া সাহিত্যৰ বুৰঞ্জী*, পৃ° ৩৩৭-৮৯), মহেশ্বৰ নেওগ (*শ্ৰীশ্ৰী শংকৰদেৱ*, পৃ° ১৬৩) আৰু উপেন্দ্ৰনাথ গোস্বামীয়ে (*ভাষা আৰু সাহিত্য*, পৃ° ২৩) ব্ৰজবুলি ব্যৱহাৰ কৰিছে।

সম্পৰ্কে প্ৰচলিত মত হ'ল - বঙলা কবিসকলে তিৰহুতৰ কবি বিদ্যাপতিৰ অনুসৰণ কৰোঁতে নিজৰ অজ্ঞাতসাৰে যি এটা নতুন ভাষাৰ সৃষ্টি কৰিলে, সেয়ে ব্ৰজবুলি। এটা কালত মিথিলা প্ৰবাসী বঙালী ছাত্ৰসকলে মৈথিলী ভাষাত লিখা বিদ্যাপতিৰ গীত-সমূহ বংগদেশলৈ আনিলেও লোক মুখত পৰাত মূল ভাষাৰ ভালেখিনি বৈশিষ্ট্য নাইকিয়া হ'ল, আনহাতে বঙলা ভাষাৰ বৈশিষ্ট্য তাত সোমাই পৰিল। বাঙলা বাক্ৰীতি সমৃদ্ধ সেই ভাষাৰ অনুকৰণত বৈষ্ণৱ কবিসকলে ৰাধাকৃষ্ণ বিষয়ক গীত ৰচনাত আগ ভাগ লয় [১৩]।

১.৬. মৈথিলী ভাষাৰ অনুকৰণত সৃষ্টি হোৱা বোলাৰ লগে লগে ভাষাটোৰ সন্দৰ্ভত আন এটা কথাৰ সংযোজন ঘটিল - এইটো এটা কৃত্ৰিম ভাষা। বঙলা ব্ৰজবুলিৰ সন্দৰ্ভত কোৱা হ'ল - বঙলা ভাষাৰ ই এটা সাহিত্যিক উপভাষা। মৈথিলী ইয়াৰ জননী - বঙলা হ'ল ধাত্ৰী[১৪]। উৰিয়া ভাষাৰ সৈতে 'ব্ৰজৰ মাত' অৰ্থাৎ ব্ৰজ ভাষাৰ মিশ্ৰণেই উৰিয়া ব্ৰজবুলি। অমসৰ ব্ৰজবুলিৰ উৎপত্তিৰ ক্ষেত্ৰতো একে ধৰণৰে কথা ঃ মৈথিলী ভাষাই ইয়াৰ ভেটি। ইয়াৰ ওপৰত অসমীয়া বৈয়াকৰণ আৰু আভিধানিক ৰূপৰ উপৰি পশ্চিমা হিন্দীৰো ভগা চিগা ৰূপ লগ লগাই অসমীয়া ব্ৰজবুলিৰ সৌধ নিৰ্মাণ কৰা হৈছে। ই এটা কৃত্ৰিম সাহিত্যিক ভাষা[১৭]।

১.৭. ব্ৰজবুলি ভাষাৰ ভেটি মৈথিলী নহয় - পশ্চিমা হিন্দী অৰ্থাৎ ব্ৰজভাষাহে এনে এটি মত আছে। শৌৰসেনী অপভ্ৰংশজাত যিটো ভাষাত মীৰাবায়ে *গীত গোবিন্দৰ* টীকা ৰচিছিল, সুৰদাসে ষাঠি হাজাৰ গীতেৰে *সুৰ সাগৰ* মথিছিল, বৃন্দাবনৰ স্বামী হৰিদাসে তেওঁৰ সাধাৰণ সিদ্ধান্ত ৰচিছিল; সেইটো ভাষাতেই মিথিলাৰ উমাপতি আৰু বিদ্যাপতি, গৌড়ৰ যশোহৰ খাঁ, উৰিষ্যাৰ ৰামানন্দ ৰায় আৰু অসমৰ শংকৰ-মাধৱে গীত আৰু অংক ৰচনা কৰিছিল[১৮]। এই মতবাদ স্পষ্টতৰ কৰিবলৈ ড° কীথে সংস্কৃত নাটকৰ ইতিহাসত দিয়া মন্তব্য আগবঢ়ায়[১৯]।

১.৮. ব্ৰজবুলিৰ উৎপত্তি সম্পৰ্কে আন এটি মত হ'ল - ইয়াৰ উৎপত্তি মৈথিলী বা ব্ৰজভাষাৰপৰা হোৱা নাই, ইয়াৰ উৎপত্তি হৈছে অৰ্বাচীন অপভ্ৰংশ বা

---

১৩. Grierson, G.A. - *An Introduction to the Maithili Language of the North containing a Grammar, Chrestomathy and Vocabulary vol. II.*

১৪. Sen. S– *A History of Brajabuli Literature, pp 1-2*

১৫. Mukharjee, P– *TheHistory of Medieval Vaisnavism in Orissa*, p-71

১৬. মহেশ্বৰ নেওগ— *শ্ৰীশ্ৰীশংকৰদেৱ*, পৃ° ১৬৩

১৭. কালিৰাম মেধি— অংকাৱলী, ইংৰাজী ভূমিকা

১৮. যতীন্দ্ৰনাথ গোস্বামী আৰু মুৰাৰিচৰণ দাস (সম্পা°)— *কালিৰাম মেধি ৰচনাৱলী*, পৃ° ৩১

১৯. Keith, A.B– *Sanskrit Drama*, pp40-41

অৱহট্‌ঠৰপৰাহে[২০]। খ্ৰীষ্টীয় নৱম শতাব্দীত আৰম্ভ কৰি পঞ্চদশ শতাব্দীৰ প্ৰস্তুতি পৰলৈকে সমগ্ৰ আৰ্যাৱৰ্তত লোকসাহিত্যৰ বাহন আছিল অৱহট্‌ঠ। ব্ৰাহ্মণ পণ্ডিতসকলে শিষ্টসমাজৰ কাৰণে ৰচনা কৰা সাহিত্যত সংস্কৃত প্ৰয়োগ কৰিছিল যদিও বৌদ্ধ আৰু জৈন ধৰ্মাৱলম্বী লেখকসকলে সদায় লৌকিক ভাষা প্ৰয়োগত উৎসাহ দেখুৱাইছিল। বৌদ্ধ ভিক্ষু শ্ৰাৱকসকলে সংস্কৃতৰ সৈতে প্ৰাকৃত অপভ্ৰংশ মিহলাই জনবোধগম্য কৰাৰ প্ৰযত্ন পৰিলক্ষিত হয় - *বৌদ্ধ-সংস্কৃতত*। বৌদ্ধ সহজযানী আৰু শৈৱ তান্ত্ৰিক যোগীসকলে তেওঁলোকৰ গীতিমালাত সদায় লোকমুখৰ ভাষা অৱহট্‌ঠ ব্যৱহাৰ কৰিছিল। লৌকিক প্ৰেম-প্ৰণয় গাথাৰো বাহন আছিল এই ভাষা। সময়ৰ অগ্ৰগতিৰ লগে লগে অৱহট্‌ঠত প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ বিৱৰ্তনৰ সৰলতৰ ৰূপটো দেখা যায়। এই ভাষাৰ প্ৰয়োগ প্ৰত্নলেখতো হৈছিল। মালৱৰ (অধুনা মধ্যপ্ৰদেশৰ অন্তৰ্গত) ধাৰ নামে ঠাইত প্ৰাপ্ত, সম্প্ৰতি বোম্বেৰ প্ৰিন্স অব ৱেলচ্ যাদুঘৰত সংৰক্ষিত ভিন্ন অঞ্চলৰ দাসী আৰু বাৰাংগনাৰ চিত্ত প্ৰমাথী দেহজ ৰূপ সৌন্দৰ্যচ্ছটাৰ বৰ্ণনাদীপ্ত ফলিখনে তাৰ প্ৰমাণ[২১]। পুৰালিপিতত্ত্বৰ ফালৰপৰা খ্ৰীষ্টীয় দ্বাদশ-ত্ৰয়োদশ শতকৰ ৰচনা সম্ভাৱৰূপে সাব্যস্ত কৰা এই লিপিত প্ৰত্ন দক্ষিণী (গোল্ল), প্ৰত্ন-মাৰাঠী (কানোড), প্ৰত্ন-গুজৰাটী (টোল্ল পুচু), প্ৰত্ন ডোগৰী (টাক) আৰু প্ৰত্ন-পূৰ্বভাৰতীয় (গৌড়) ভাষাৰ নিদৰ্শন থকা বুলি বিশেষজ্ঞৰ অভিমত[২২]। মধ্যভাৰতীয় বিভিন্ন ভাষাৰ প্ৰত্নৰূপৰ নিদৰ্শন সেই লিপিত সংৰক্ষিত হোৱাৰ মূল কাৰণটো হ'ল - আৰ্যাবৰ্তৰ *লিংগা ফ্ৰাংকা* অৱহট্‌ঠৰ প্ৰয়োগ।

১.৯. *লিংগা ফ্ৰাংকা* ৰূপে আৰ্যাৱৰ্তত প্ৰচলিত অৱহট্‌ঠ ভাষাত পূৰ্বী প্ৰাকৃততকৈ পশ্চিমা শৌৰসেনী প্ৰাকৃতৰ প্ৰভাৱ আছিল বেছি। সেই কাৰণে কোনো কোনোৱে ইয়াক *শৌৰসেনী অপভ্ৰংশ* আখ্যা দিছিল[২৩]। ৰাজপুত নৃপতি আৰু চাৰণ-ভাটৰ কল্যাণত এই ভাষাই এটা কালত গুজৰাটৰপৰা বংগদেশলৈ ৰাষ্ট্ৰভাষাৰূপে স্বীকৃতি পায় আৰু সাহিত্যিক ভাষাৰো মৰ্যাদা লাভ কৰে[২৪]। দৰাচলতে *শৌৰসেনী অপভ্ৰংশ* আখ্যা দিয়া ভাষাটোৱে অৱহট্‌ঠ ভাষা। সময়ৰ অগ্ৰগতিৰ লগে লগে এই ভাষাৰ পূবা-পশ্চিমা প্ৰভৃতি আঞ্চলিক ভেদ প্ৰকাশ পালেও মোটামুটিভাৱে ভাষাটো একেই যোগাযোগৰ ভাষা। ই কোনো প্ৰদেশ বিশেষৰ সম্পত্তি নহয়, ই আৰ্যভাষাৰ সাধাৰণ

২০. সুকুমাৰ সেন— *বৈষ্ণৱীয় নিবন্ধ*, পৃ° ৯
২১. Bhayoni, *Prince of wales Museum Stone Inscription from Dhar in Bharatiya Vidya vol. xvll, No. 34*
২২. সুকুমাৰ সেন— *বাংগালা সাহিত্যেৰ ইতিহাস*, প্ৰথমখণ্ড, পূৰ্বাৰ্ধ, পৃ° ৫১-৫৬
২৩. Chaterjee S.K.– *The Origin and Development of Bengali Language*, pp - 61-62.
২৪. শিৱপ্ৰসাদ সিংহ — *কীৰ্তিলতা ঔৰ অৱহট্‌ঠ ভাষা*, পৃ° ৯৪

সম্পত্তি আৰু এই কালৰপৰা কনিষ্ঠতম সৰ্বভাৰতীয় সাধু অৱহট্‌ঠভাষা[২৫]। এই ভাষাৰ প্ৰথম স্তৰৰ নিদৰ্শন হ'ল— সৰহৰ *দোহাকোষ* আৰু দ্বিতীয় স্তৰৰ নমুনা হ'ল— বিদ্যাপতি ঠাকুৰৰ *কীৰ্তিলতা*।

১.১০. সুৰপূৰ্ব ব্ৰজভাষা, প্ৰাচীন অৱধী, মৈথিলী প্ৰভৃতি ভাষাত অৱহট্‌ঠৰ প্ৰভাৱ মচিব নোৱাৰা। এই প্ৰভাৱৰ ফলতেই অৱহট্‌ঠজাত ব্ৰজবুলিৰ সৈতে পুৰণি ব্ৰজভাষাত ৰচিত *সুৰসাগৰ, প্ৰদ্যুম্নচৰিত, হৰিশ্চন্দ্ৰ পুৰাণ, মহাভাৰত-কথা, ৰুক্মিণী মণ্ডল,* আদিৰ ভাষাৰ কিছু সাদৃশ্য দেখা যায়। কবীৰদাস, তুলসীদাস, মহম্মদ জায়সী প্ৰভৃতিৰ ভাষাৰো অসমাপিকা ক্ৰিয়া, সৰ্বনাম আৰু অব্যয়ৰ কিছুৰূপ অসমীয়া ব্ৰজবুলিৰে মিলি যোৱাৰ কাৰণো একেটাই।

১.১১. অবচিন অৱহট্‌ঠৰপৰা খ্ৰীষ্টীয় পঞ্চদশ শতাব্দীত উত্তৰ-পূৰ্ব ভাৰত ভূমিত বিকশিত হোৱা ব্ৰজবুলি ভাষা যে এটা স্বাভাৱিক ভাষা, কৃত্ৰিম নহয়, এইটো ইতিমধ্যে সুন্দৰকৈ প্ৰমাণিত হৈছে[২৬]। সাধাৰণতে দেখা যায় যে ব্ৰজবুলি সাহিত্যৰ বিকাশত ৰাজদৰবাৰসমূহে অকুণ্ঠ সাহায্য দান কৰিছিল। মিথিলা, মোৰংগ, নেপাল, উৰিষ্যা আৰু অসমৰ ব্ৰজবুলি তাৰ সাক্ষী।

১.১২. মিথিলাৰ ৰাজমন্ত্ৰী উমাপতি ওঝাৰ (চতুৰ্দশ শতাব্দীৰ প্ৰথম চৰণ) *পাৰিজাত হৰণ নাটৰ*ভাষা সংস্কৃত যদিও তাৰ অন্তৰ্ভুক্ত গীতবোৰ বিদ্যাপতিৰ পদাবলীৰ অনুৰূপ। উমাপতিৰ নাটৰ গীতৰ ভাষাক *ব্ৰজবুলি* বুলি ধৰিলে সেয়া নিঃসন্দেহে হ'ব আলোচিত ভাষাটোৰ প্ৰথম লহৰ। বিদ্যাপতিৰ পদাবলী দ্বিতীয় লহৰৰ স্বাক্ষৰ। পিছে মৈথিলী ভাষাৰ আলোচকসকলে উক্ত দুই কবিৰ ৰচনাক *ব্ৰজবুলি* ভাষাৰ সত্তাৰূপে স্বীকৃতি দিয়া নাই, পুৰণি মৈথিলীহে বুলিছে[২৭]। পুৰণি মৈথিলী বোলা ভাষাটোৰ মূল- অবচিন অপভ্ৰংশ বা অৱহট্‌ঠ।

১.১৩. মিথিলাক বাদ দি ব্ৰজবুলি ভাষাৰ প্ৰাচীনতম গীতটো পোৱা গৈছে - উৰিষ্যাত। এই গীতটো *পৰশুৰাম বিজয়* নামক একাংক বিশেষৰ অন্তৰ্ভুক্ত[২৮]। ৰচয়িতা উৰিষ্যাৰ নৃপতি গজপতি কপিলেন্দ্ৰদেৱৰ (খ্ৰীঃ ১৪৩৫-৩৬) জনৈক সভাকবি। ইয়াৰ শ্ৰেষ্ঠ ব্ৰজবুলি কবি হ'ল - চৈতন্যদেৱৰ সুহৃদ ৰজা প্ৰতাপৰুদ্ৰৰ কৰ্মচাৰী ৰামানন্দ ৰায়। ষোড়শ শতাব্দীৰ তৃতীয় চৰণত তেওঁ গীত ৰচনাত হাত দিছিল। ইয়াৰ আন উল্লেখযোগ্য কবিৰ ভিতৰত বলোৰাম দাস, জগন্নাথ দাস, অচ্যুতানন্দ, যশোৱন্ত আৰু অনন্তদাস লেখৰ। পিছে অসম আৰু বংগদেশত ব্ৰজবুলি ভাষাত যিমানখিনি নাট আৰু গীত ৰচিত হৈছে, উৰিষ্যাত সিমান খিনি নহ'ল।

১.১৪. ব্ৰজবুলিৰ চৰ্চা নেপাল, মোৰংগ প্ৰভৃতি ৰাজসভাত ভালেখিনি হৈছিল।

---

২৫. সুকুমাৰ সেন— *বৈষ্ণবীয় নিবন্ধ*, পৃ° ১০

২৬. কণিকা তোমৰ— *ব্ৰজভাষা ঔৰ ব্ৰজবুলি সাহিত্য*, পৃ° ৩৮-৩৯

২৭. Misra J.K. – *History of Maithili Literature*, pp-69-98

২৮. সুকুমাৰ সেন— *বাংগালা সাহিত্যেৰ ইতিহাস*, পৃ° ১০৯

নেপালত গীতৰ লগতে নাটৰো নিয়মিত চৰ্চা হয়। সেই গীত-নাটৰ ভাষাক কোনোৱে মৈথিলী[২৯] অথবা প্ৰাচীন বাংলা[৩০] বুলিলেও সি প্ৰকৃততে ব্ৰজবুলিহে। ইংৰাজী অষ্টদশ শতাব্দীৰ তৃতীয় চৰণলৈকে নাট ৰচনাত উৎসাহ দেখুৱা নেপালৰ ৰাজসভাত বহুখিনি নাটৰ সৃষ্টি সম্ভৱ হয়। সি সবৰ ভিতৰত নিম্নলিখিত নাট্যকাৰসকলৰ নাটসমূহ প্ৰখ্যাত-

মাণিক - *অভিনৱ ৰাধাবান্ধৱ* আৰু *ভৈৰৱানন্দ নাট*
নৃপতি জগজ্যোতি মল্লদেৱ - *হৰগৌৰী বিবাহ* আৰু *কুঞ্জবিহাৰী নাট*
নৃপতি প্ৰতাপমল্লদেৱ - *অবলোকিতেশ্বৰ স্তৱৰাজি*
কবি বংশমণি - *দিগম্বৰ নাট, চতুৰংগ তৰংগন* আৰু *গোপীচন্দ্ৰ নাট*
ৰামভদ্ৰ - *হৰিশ্চন্দ্ৰ, ললিত কুৱলয়াস্ব মদালসা নাট*
ৰজা ভূপতিমল্ল - *মাধৱানল, ৰুক্মিণী পৰিণয়, বিদ্যাবিলাপ* আৰু *মহাভাৰত নাট*
নৃপতি ৰণজিৎমল্ল - *ৰামচৰিত্ৰ, মাধৱ-কামকন্দনা, উষাহৰণ, অন্ধকাসুৰ বধোপাখ্যান, কৃষ্ণচৰিত, মদন চৰিত, কৌলাসুৰ বধোপাখ্যান* আৰু *ৰামায়ণ নাট*।

ত্ৰিপুৰাৰ ৰাজসভাতো ব্ৰজবুলিৰ বিকাশ ঘটিছিল। এই ৰাজ্যৰ ধন্যমাণিকৰ (১৪৯০-১৫২২ খ্ৰীঃ) সভাপতি ৰাজে লিখা এটা গীত সুভদ্ৰ ঝা সম্পাদিত *বিদ্যাপতি গীত সংগ্ৰহৰ* (পৰিশিষ্ট-ক) অন্তৰ্ভুক্ত হৈছে।

১.১৫. বংগদেশত ব্ৰজবুলি ৰচনাৰ প্ৰথম উন্মেষ ঘটে হোসেন শাহৰ (১৪৯০-১৫১৯ খ্ৰীঃ) সভাকবি যশোৰাজ খাঁৰ হাতত। জ্ঞানদাস আৰু গোবিন্দদাস কবিৰাজ ইয়াৰ শ্ৰেষ্ঠ পদাকাৰ। বংগদেশত পদাকাৰৰ সংখ্যা বহুত। *পদকল্পতৰু, ৰসমঞ্জৰী, গীত-চিন্তামণি, পদকল্পলতিকা* প্ৰভৃতি সংগ্ৰহত বহু পদাকাৰৰ কেবা হাজাৰো গীত সংগৃহীত হৈছে। ডঃ কণিকা তোমৰে ৪৩ জন বঙলা ব্ৰজবুলি পদাকাৰৰ তালিকা দিছে[৩১]। দীনেশ চন্দ্ৰ সেনৰ *বংগভাষা আৰু সাহিত্যত* ৬৪ জন পদকৰ্তাৰ গীতৰ হিচাপ আছে[৩২]। সাহিত্যৰত্ন ড° হৰেকৃষ্ণ মুখোপাধ্যায়ৰ *বৈষ্ণব পদাবলীত* সৰ্বমুঠ ২০৮ জন গীতিকাৰৰ বহুসংখ্যক গীতে স্থান পোৱাটো এইখিনিতে উল্লেখযোগ্য[৩৩]।

১.১৬. অসমত ব্ৰজবুলিৰ সাৰ্থক ৰচয়িতা শংকৰদেৱে প্ৰথম গীতটো ৰচে ১৪৮৮ খ্ৰীষ্টাব্দত বদৰিকাশ্ৰমত[৩৪]। গীত আৰু নাট ৰচনাত অসামান্য প্ৰতিভাৰ স্বাক্ষৰ

---

২৯. Misra J.K.– *Ibid, p. 150-163*
৩০. ননীগোপাল বন্দ্যোপাধ্যায়— *নেপালে ভাষা নাটক দ্ৰষ্টব্য*
৩১. কণিকা তোমৰ— *প্ৰাগুক্ত গ্ৰন্থ*, নৱম অধ্যায়
৩২. দীনেশচন্দ্ৰ সেন— *বংগভাষা ও সাহিত্য*, পৃ° ১৭৭-৮০
৩৩. হৰেকৃষ্ণ মুখোপাধ্যায়— *বৈষ্ণব পদাবলী দ্ৰষ্টব্য*
৩৪. *কথা গুৰুচৰিত* ৫১২ ছেদ

থৈ যোৱা শংকৰদেৱক ব্ৰজবুলি ভাষাৰ প্ৰথম কবি ৰূপে স্বীকৃতি পাবৰ যোগ্য। অন্যহে ব্ৰজবুলি ভাষাত প্ৰয়োগ হোৱা কেইটামান শব্দ ত্ৰয়োদশ শতাব্দীৰ প্ৰথম চৰণত ৰচিত *আমবাৰী শিলালিপি*[৩৫] আৰু চতুৰ্দশ শতাব্দীৰ অন্তিম লহৰত ৰচিত গছতল *শিলালিপি*[৩৬]ত ব্যৱহৃত হোৱাটো মন কৰিবলগীয়া।

১.১৭. পূৰ্বী অৱহট্‌ঠৰপৰা ক্ৰমবিকশিত হৈ পূৰ্বভাৰতৰ অন্যান্য প্ৰান্তৰদৰে অসমতো মহাপুৰুষ শংকৰদেৱৰ হাতত ব্ৰজবুলিয়ে স্বমহিম্নি ৰূপ পৰিগ্ৰহ কৰিছিল। উপৰ্যুক্ত ফলি দুখনৰ ভাষাৰ এইখিনিতে আঙুলিয়াব পাৰি। দৰাচলতে অসমৰ ব্ৰজবুলি মিথিলাৰপৰা আহি অসমত প্ৰতিষ্ঠা লাভ কৰা ভাষা নহয়। ই অৱহট্‌ঠ অধ্যুষিত বৃহত্তৰ ভূখণ্ডৰ পূৱসীমাত অৱস্থিত অসমৰ বুকুত থলুৱা সৌষ্ঠৱেৰে আত্মপ্ৰকাশ লাভ কৰা ভাষা[৩৭]। এটা কালত এই ভাষাই গ্ৰামীলোকৰ চিত্ত চুই যাবলৈ সমৰ্থ হৈছিল। সেই বাবেই *সন্তাৱলী*পুথিত লিখিছে - 'ব্ৰজাৱলী ভাষাক বুজিবে গ্ৰামীলোকে।'

●●●

৩৫. ফলিৰ পাঠ— আদিত্যসম শ্ৰীসমুদ্ৰ পালৰাজ্যে প্ৰবল সাবাসিক সত্ৰ সগুণ কৃয়া সন্যাসীন বোলে দান পুএন সজ। যোগীহাটী। সক ৪ শ বাণ মৃচ় ভণতি।। — মহেশ্বৰ নেওগ সম্পা° *প্ৰাচ্যশাসনাৱলী*, ভূমিকা, পৃ° ৯-১০

৩৬. শিলালিপিৰ পাঠ— শিম্না এবিয়া ডবাকত্ত গয়ত। শক ১২৮৪ বেদান্ত বাসী গণত ইতি শ্ৰীবিষ্ণু বাসৱৰ শৈলকাৰ। শকত্ত স্নেহ ইথান উৱাসী। দেখহ শতাত্ৰিশ যইব বত্তাল বহকাৰ্য ইহাত্ত কণ্ড।' বহ্যাৰ জল। তো সত্ত সঞ্জাত বাস। নিজল শ্ৰী। পঞ্চকাব্য বাদ্য বোল জলসেনাই বৈবীক ভাখি জলাত্ত শেক বলাবি।

৩৭. Goswami, U. N. – *A Study on Kamrupi, A Dialect of Assmese, P 254.*

# দ্বিতীয় অধ্যায়

## অৰ্বাচীন অৱহট্‌ঠ আৰু ব্ৰজবুলি

২.০. *অৱহট্‌ঠ* শব্দটো জয়জয়তে ব্যৱহাৰ কৰে— আব্দুল ৰহমানে তেওঁৰ *'সন্দেশ ৰাসক'*ত[১]। অপ্ৰভ্ৰংশ বুজাবলৈ ৰাসক ৰচয়িতাই অৱহট্‌ঠ শব্দৰ প্ৰয়োগ কৰা বুলি টীকাকাৰ লক্ষ্মীধৰৰ লেখাৰ পৰা জানিব পাৰি[২]। *অৱহট্‌ঠ*ৰ দ্বিতীয় প্ৰয়োগ হৈছে— জ্যোতিৰীশ্বৰ ঠাকুৰৰ *বৰ্ণ ৰত্নাকৰ*ত (খ্ৰী.১৩২৫ )। ৰাজসভাত ভাটে যি দুবিধ ভাষাৰ বৰ্ণনা দিছিল, তাৰে এবিধৰ নাম *অৱহট্‌ঠ*[৩]। বিদ্যাপতিয়ে *দেসিল বঅনা* ত ৰচনা কৰা *কীৰ্তিলতা*ৰ অৰম্ভণিতে কৈছে—

'সক্কয় বাণী বুহঅন ভাৱই     পাউঅঁ ৰসকো মম্ম ন পাৱই।
দেসিল বঅনা সৱজন মিট্‌ঠা     তং তৈসন জম্পও অৱহট্‌ঠা।।

(সংস্কৃত ৰচনাৰ মৰ্ম বিদগ্ধ জনেহে বুজে। প্ৰাকৃত ৰসৰ মৰ্মও কোনোৱে নুবুজে। দেশী ৰচনা সবাৰে মিঠা গুণে মই অৱহট্‌ঠতে ৰচনা কৰিছোঁ)। *প্ৰাকৃত পৈংগল*ৰ টীকাকাৰ বংশীধৰে স্পষ্ট ভাৱে উল্লেখ কৰিছে যে উক্ত *প্ৰাকৃত পৈংগল*ৰ ভাষা অৱহট্‌ঠ। ইয়াৰ ৰূপভেদ-*অৱহংস*। সেই শব্দটো পোন প্ৰথমবাৰৰ বাবে প্ৰয়োগ কৰে — উদ্যোত সুৰিয়ে[৪]। *কুবলয় কহাত অৱহংস*ৰ প্ৰশংসা কৰিবলৈ গৈ কয়— সংস্কৃত-প্ৰাকৃত মিশ্ৰিত অপভ্ৰংশ শুদ্ধ-পৰ্বতীয়া জুৰিৰ দৰে তাৰ অপ্ৰতিহত গতি আৰু প্ৰথমা কুপিতা প্ৰিয়তমাৰ সংলাপৰ দৰে মনোৰম। কবি পুষ্পদন্তই সংস্কৃত আৰু প্ৰকৃতৰ পিছত যি ভাষাৰ নাম স্মৰণ কৰিছে, সেয়া হ'ল— *অৱহংস*[৫]। আনহাতে কলিকাল সৰ্বজ্ঞ কবি স্বয়ম্ভুৱে নিজৰ ৰামায়ণখনিত অৱহট্‌ঠ শব্দ প্ৰয়োগ কৰা বুলি সৈ কাঢ়িছে। গতিকে সন্দেহাতীত ভাৱে কব পাৰি যে *অপভ্ৰংশ, অৱহট্‌ঠ*আৰু *অৱহংস* একেটা ভাষাৰে ভিন্ন জনে বেলেগে বেলেগে সময়ত দিয়া নাম।

---

১ অৱহট্‌ঠসক্কয় পাইয়ংমি পেসাইয়ংমি ভাষা এ।
লক্‌খন ছন্দা হৰণে সুকইতং ভূসিয়ং জেহি ।। *সন্দেশ* ৬

২ তেন সন্দেশানাং ৰসকঃ নামাপ্ৰভ্ৰংশে গ্ৰন্থকৃতঃ ।।

৩ পুনু কইসন ভাট সংস্কৃত পৰাকৃত অৱহট্‌ঠ পৈশাচী শৌৰসেনী মাগধী
ছহ ভাষাক তত্ত্বজ্ঞ শকাৰী আভিৰী চাণ্ডালী সাৱলী দ্ৰাৱিলী ঔতকলী
বিজাতিয়া সাতহু উপভাষাক কুশলহ।। *বৰ্ণ* ৫৫ খ

৪ এল. বি. গান্ধী — *অপভ্ৰংশ কাব্যত্ৰয়ী*ৰ ভূমিকা

৫ *মহাপুৰাণ*, সন্ধি ৫ কড়ৱক ১৮

২.১. অৱহট্‌ঠ, অৱহংস আদিৰ আলোচনা প্ৰসংগত উত্থাপিত শব্দ হ'ল *দেশী* (দেশী-দেশ্য)। ভৰতৰ *নাট্যশাস্ত্ৰ*ত পোন প্ৰথমতে ব্যৱহৃত বিশেষণ বাচক এই শব্দটোৱে ভাষাৰ সলনি শব্দৰ ক্ষেত্ৰতহে প্ৰয়োগ হৈছে[৬]। যিবোৰ শব্দ সংস্কৃতৰ তৎসম আৰু তদ্ভৱ শব্দতকৈ ভিন্ন, সেইবোৰেই *দেশী*। ভৰতৰ এই সংজ্ঞা পৰৱৰ্তী বহুকেইজন আলংকাৰিকে সসম্মানে গ্ৰহ্য কৰিছিল। *কাব্যালংকাৰ*ত ৰুদ্ৰটে স্পষ্টভাৱে কৈছে— 'যিবোৰ শব্দৰ ব্যুৎপত্তি প্ৰকৃতি প্ৰত্যয়ৰ দ্বাৰা সিদ্ধ নহয়, আৰু যাৰ নিজস্ব ৰূঢ়ি অৰ্থ নাই, সেইবোৰ শব্দ সংস্কৃতৰ পৰা বহিষ্কাৰ কৰা প্ৰয়োজন[৭]। হেমচন্দ্ৰই এনেধৰণৰ শব্দবোৰক *নামমালা*ৰ অন্তৰ্ভুক্ত কৰি ৰাখিছে।

২.২. শব্দৰদৰে ভাষাৰ ক্ষেত্ৰতো *দেশী*শব্দটো বিশেষণৰূপে দীৰ্ঘদিন প্ৰচলিত হৈ আহিছে। কোনো কোনেৰে প্ৰাকৃত বুজাবলৈ *দেশী* শব্দৰ প্ৰয়োগ কৰিছিল। দৃষ্টান্ত স্বৰূপে, খ্ৰীষ্টীয় পঞ্চম শতাব্দীৰ কবি পাদলিপ্তই *তৰংগাৱই কহা* ত নিজৰ ৰচনাখনিৰ ভাষাক চিনাক্ত কৰিছে *দেসি বয়ন*ৰূপে[৮]। মাহাৰাষ্ট্ৰী প্ৰাকৃতক *দেশী*অভিধাৰে বুজোৱাৰ প্ৰযত্ন সংৰক্ষিত হৈছে— উদ্যোতনৰ *কুৱলয় মালাত*[৯]। কউহলৰ *লীলাৱই*তো উক্ত দৃষ্টান্ত বৰ্তমান[১০]। ওপৰৰ দৃষ্টান্ত কেইটাই স্পষ্ট প্ৰামাণ কৰে যে, জনগণে যাক *দেশী*বা *দেশীভাষা* বুলিছিল, সেই দেশীভাষাই কবিসকলৰ কল্যাণত কাব্যৰ অংগীভূত হোৱাৰ পিছত আলংকাৰিকসকলে তাক প্ৰাকৃত আখ্যাৰে বুজাবলৈ লৈছিল। পিছে সাহিত্যৰ ভাষা সদায় মসৃণ, কিছু পৰিমণে কৃত্ৰিম। সি লোকমুখৰ ভাষাৰপৰা সদায় কিছু আঁতৰত। আনহাতে লোকভাষাই প্ৰবহমান নদীৰ দৰে সৰলতাৰ সমভূমিলৈ গতি কৰাত সদায় অগ্ৰণী। সেই সৰলতৰ ভাষাই কালক্ৰমত আলংকাৰিকসকলৰ সৌজন্যত অপভ্ৰংশ আখ্যা পালে আৰু সি সাহিত্যৰ ভাষা ৰূপে *স্বীকৃত হ'ল। কবিসকলে সেই ভাষাক দেশী ভাষা* ৰূপে স্বীকৃতি দিবলৈ কুণ্ঠাবোধ কৰা নাই[১১]। প্ৰসিদ্ধ কবি সয়ম্ভুৱে নিজৰ ৰামায়ণৰ ভাষাক *দেশী* বোলাটো উল্লেখযোগ্য[১২]। দশম শতাব্দীৰ অন্তিম তৰংগৰ কবি পুষ্পদন্তই তেওঁৰ মহাপুৰাণৰ ভাষাক দেশী বুলি (ণ বিণয়ামি *দেশী-মহাপুৰাণ* ১।৮।১০) চিনাকি দি লগে লগে অৱহট্‌ঠকো স্মৰণ কৰিছে। খ্ৰীষ্টীয় একাদশ শতাব্দীৰ কবি পদ্মদেৱৰ *পাসনাহ চাৰিউ*ত আৰু বিদ্যাপতিৰ *কীৰ্তিলতা*ত 'দেখিল বঅনা'ৰ উল্লিখন পোৱা যায়। ভাষাবিদ্ পিছেলে দেশী ভাষাৰ সন্দৰ্ভত বিতং আলোচনা আগবঢ়াইছে[১৩]। গ্ৰীয়াৰছন

৬ *নাট্যশাস্ত্ৰ* ১৭/৩

৭ *কাব্যালংকাৰ* ৬/২৭

৮ *সনৎকুমাৰ চৰিতৰ* ভূমিকা, পৃ' ১৭ (য়াকোবীৰ দ্বাৰা উদ্ধৃত)

৯ *অপভ্ৰংশ কাব্যত্ৰয়ীৰ* ভূমিকা, পৃ' ১৭

১০ *লীলাৱই কহা*, গাহা ৪১

১১ শিবসিংহ — *কীৰ্তিলতা ঔৰ অবহট্‌ঠ ভাষা*, পৃ' ৪২-৪৩

১২ দেসী ভাষা উভয় তডুজ্জল কবি দুক্কৰ ঘণ সদ্দসিলায়ল- *ৰামায়ণ* ১

১৩ Pischel – *Prakril Grammar, pp 1-45*

ছাহাবো এইক্ষেত্ৰত পিছপৰা নহয়[১৪]। *অপভ্ৰংশৰ ঐতিহাসিক ব্যকৰণত* ড° তেগাৰে দেশী আৰু অপভ্ৰংশৰ প্ৰণালীবদ্ধ আলোচনা আগবঢ়াইছে। ড° হীৰালাল জেনে *পাহুড় দোহা* সম্পাদন কৰা কালত অপভ্ৰংশ আৰু দেশীভাষাৰ মাজৰ সম্পৰ্ক গছি সঠিকভাৱে নিৰূপণ কৰিবলৈ গৈ এই সিদ্ধান্তত উপনীত হৈছে যে ব্যাকৰণাচাৰ্যসকলে যাক অপভ্ৰংশ বুলিছে, কবিসকলে তাক দেশীভাষাৰে চিনাক্ত কৰিছে। গতিকে অপভ্ৰংশ আৰু দেশীভাষা যে বহুলাংশে অভিন্ন, তাত অকণো সন্দেহ নাই।

২.৩. হেমচন্দ্ৰই তেওঁৰ *কাব্যানুশাসনত* দুবিধ অপভ্ৰংশৰ উল্লেখ কৰিছে— এবিধ শিষ্ট অৰ্থাৎ সাহিত্যৰ বাবে উপযোগী আৰু আনবিধ লৌকিক অৰ্থাৎ লোকসমাজত দৈনন্দিন জীৱনৰ কথা-বতৰাত সততে ব্যৱহাৰ কৰা ভাষা। শিষ্ট অথবা পৰিমাৰ্জিত অপভ্ৰংশ সংস্কৃত আৰু প্ৰাকৃতৰ লেখীয়াকৈ সাধুজনৰ ভাষা হৈ পৰাৰ ফলস্বৰূপে ভাষাশাস্ত্ৰৰ দৃষ্টিত লৌকিক অপভ্ৰংশ তাতকৈ আৰু ভালেখিনি সৰল হৈ পৰিল। হেমচন্দ্ৰৰ কালত অপভ্ৰংশ কথিত ভাষা নাছিল গুনেই তেওঁ *দেশীনামমালা*ৰ সংকলনত আগভাগ ল'ব লগাত পৰিছিল। *দেশীনামমালা* ত অন্তৰ্ভুক্ত শব্দসমূহ শিষ্ট অপভ্ৰংশত পাবলৈ নাইকিয়া। লৌকিক অপভ্ৰংশ অথবা অৰ্বাচীন অপভ্ৰংশ কিম্বা অবহট্‌ঠৰ নিদৰ্শনসমূহ কবি আব্দুল ৰহমান (অদ্দহমান) কৃত *সন্দেশ ৰাসক (সনেহয় ৰাসয়)*[১৫], *প্ৰাকৃত পৈংগলম্*[১৬], পণ্ডিত দামোদৰৰ *উক্তিব্যক্তি প্ৰকৰণ*[১৭], কবি শেখৰাচাৰ্য জ্যোতিৰীশ্বৰৰ *বৰ্ণ-ৰত্নাকৰ*[১৮], সৰহপাৰ *দোহাকোষ*[১৯] আৰু বিদ্যাপতি ঠাকুৰৰ *কীৰ্তিলতা*[২০] বা *কীৰ্তিপতাকাত* সংৰক্ষিত হৈছে।

---

১৪ On the Indo-Aryan Vernaculars – *Indian Antiquary (1931-33)*

১৫ *সন্দেহ ৰাসক*খনি জিন বিজয় মুনিয়ে সিঙ্ঘীৰপৰা ইং ১৯৪৫ চনত প্ৰকাশ কৰি উলিয়ায়।

১৬ *প্ৰাকৃত পৈংগলম্*ৰ বিজ্ঞানসম্মত পাঠ ড° ভোলাশংকৰ ব্যাসৰ সম্পাদনাত বাৰাণসীৰপৰা প্ৰাকৃত টেক্সট চোচাইটিয়ে ইং ১৯৫৯ৰ পৰা চাৰিটা খণ্ডত প্ৰকাশ কৰে।

১৭ আচাৰ্য জিনবিজয় মুনিৰ সম্পাদনাত সিঙ্ঘী জৈন শাস্ত্ৰ শিক্ষাপীঠৰ হৈ মুম্বাইৰ ভাৰতীয় বিদ্যাভৱনে *উক্তিব্যক্তি প্ৰকৰণ*ৰ সমীক্ষিত পাঠ প্ৰকাশ কৰি উলিয়ায়।

১৮ ড° সুনীতিকুমাৰ চেটাৰ্জীৰ ভূমিকা সমৃদ্ধ *বৰ্ণ ৰত্নাকৰ* বিবলিওথিকা ইণ্ডিকাৰ জৰিয়তে ইংৰাজী ১৯৪০ চনত প্ৰকাশ পায়। সাহিত্য অকাদেমীয়ে ইয়াৰ দ্বিতীয় তাঙৰণ প্ৰকাশ কৰে ইংৰাজী ১৯৯৮ত।

১৯ ৰাহুল সংকৃত্যায়নে পাটনাৰ বিহাৰ ৰাষ্ট্ৰভাষা পৰিষদৰ জৰিয়তে ইং ১৯৫৭ত নাগৰী প্ৰচাৰিণী সভাই প্ৰকাশ কৰি উলিয়ায়।

২০ ড° বাবুৰাম সক্সেনাৰ সম্পাদনাত *কীৰ্তিলতা*ৰ প্ৰথম তাঙৰণ প্ৰকাশ কৰে— ইংৰাজী ১৯২৯ত *নাগৰী প্ৰচাৰিণী সভাই*।

২.৪. অৰ্বাচীন অপভ্ৰংশ বা অৱহট্‌ঠৰ মূল শৌৰসেনী অপভ্ৰংশ। উক্ত অপভ্ৰংশৰ সৈতে নানা স্থানৰ থলুৱা শব্দাৱলীৰ মধুৰ মিলনত সৃষ্টি হোৱা অৱহট্‌ঠ ভাষাই খ্ৰীষ্টীয় নৱম শতাব্দীৰেপৰা দ্বাদশ শতাব্দীলৈকে ৰাজপুত নৃপতিমণ্ডলীৰ ৰাজসভাত অখণ্ড প্ৰভাব বিস্তাৰ কৰে[২১]। উত্তৰ-পূৰ্ব ভাৰতভূমিৰ সন্ত-মহন্ত আৰু কবিসকলে তেওঁলোকৰ কৃষ্ণ কিংবা ৰাম বিষয়ক গীত-পদ আৰু নাট সমূহত প্ৰয়োগ কৰা ব্ৰজবুলিৰ মূল ভেটি আচলতে এই অৰ্বাচীন অপভ্ৰংশ অৰ্থাৎ অৱহট্‌ঠ। অৱহট্‌ঠৰসৈতে ব্ৰজবুলিৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক তুলনাই এই মন্তব্যৰ সত্যতা প্ৰমাণ কৰে। তলৰ ছেদকেইটা সেই বিচাৰ বিশ্লেষণৰে প্ৰচেষ্টা।

২.৫. *ধ্বনিমূলক সাদৃশ্য*

২.৫.১. প্ৰাকৃত স্তৰত সংযুক্ত ব্যঞ্জনৰ ক্ক, ক্‌খ, গ্গ, গ্ঘ আদিৰ এটা লোপ পোৱাত সি একক ব্যঞ্জনলৈ সংকুচিত হয়। অৱহট্‌ঠ স্তৰত সংকুচিত একক ব্যঞ্জনৰ পূৰ্ববৰ্তী হ্ৰস্বস্বৰে দীৰ্ঘৰূপ লৈছেহি। এই বৈশিষ্ট্যটো ব্ৰজবুলিতো বৰ্তমান। যেনেঃ—

| অৱহট্‌ঠ | ব্ৰজবুলি |
|---|---|
| অগ্নি > অগ্গি > আগ (কী° ২।১১০ | আগি (ৰা°) |
| অচ্ছই > আছই (নেমি° চতুৰ্থ°১১) | আছয় (ৰামা°১৩) |
| > আছে (প্ৰা° পৈ° ৪৬৫/২) | আছে (ৰাম° ৩২) |
| উচ্ছিষ্টম্ > ঝুঠ (উ° ব্যা° ৫২/৩) | ঝুঠ, ঝুঠ (চো°ধ°) |
| কাৰ্য > কজ্জ > কাজ (কী° ২।১০৭) | কাজ (ক°) |
| চন্দ্ৰ > চাঁদ (বৰ্ণ° ১৮) | চান্দ (ৰাম° ৩) |
| ঠক্কুৰ > ঠাকুৰ (কী° ২।২০) | ঠাকুৰ (ভূ°) |
| তস্য, তাসু (প্ৰা°প° ৩০।৯) | তাসু (শ° ভ°) |
| যস্য > জাসু (কী° ১।১৯), | জাসু (ভ° গী° ১৩৪), |
| জাহা (কী° ৩।৯১) | জাহে (ভ° গী° ২২৭) |
| | জাহাৰি (ক°) |
| বক্ষ > বাখহ (কী° ১।৪৪) | বাখহ (ৰাম° ২৭) |
| লগ্ন > লগ্গ > লাগ (কী° ২।১০৮) | লাগ (ক°) ইত্যাদি |

২.৫.২. প্ৰাকৃত স্তৰৰ সংযুক্ত ব্যঞ্জন অৱহট্‌ঠ স্তৰত একক ব্যঞ্জনলৈ পৰিবৰ্তিত হৈছে যদিও সেই ব্যঞ্জনৰ পূৰ্ববৰ্তী স্বৰ দীৰ্ঘ নোহোৱাকৈও থাকে। এনে উদাহৰণ ব্ৰজবুলিতো পোৱা যায়। যেনেঃ-

| | |
|---|---|
| তুৰুক > তুৰুক্ক > তুৰুক (কী° ২।২১) | তুৰুক (শ° ভ°) |
| ধৰ্তব্য > ধৰব (উ° ব্যা° ২২।৪) | ধৰব (ৰা°) |
| ধৃত্বা > ধৰি (উ°ব্যা° ৬২।২২) | ধৰি (পা°) |

২১ Chatterjee, S. K. – *ODBL* p. 113.

ব্যাখ্যান > বখনিয়ই (স° ৰা° ৬৫) ধৰি (পা°)
সৰ্ব > সব (উ° ব্য° ৫।২৫) সব (ৰাম°২৯)
সৰ্বে (সব্বে) > সবে (কী° ২।৬০) সবে (ৰামা° ৮)
সৰ্বম্ > সবহি (উ° ব্য° ৯।৩০) সবহি (ৰামা° ৫৩) ইত্যাদি

২.৫.৩ সংক্ষেপন অথবা উদ্বৃত স্বৰ সংকোচন অৱহট্‌ঠ আৰু ব্ৰজবুলি উভয়তে পোৱা যায়। যেনে ঃ—

অন্ধকাৰ>অন্ধআৰ>অন্ধাৰ (কী° ১।২০) অন্ধাৰ (গোবিন্দ দাস)
ইন্দ্ৰিয় > ইন্দিঅ > ইন্দি (দো° ) ইন্দি (ভ° গী° ২৯৩)
উত্তিষ্ঠিত > উঠ (কী° ২।১০৫) উঠ (ৰাম° ৩)
জ্ঞাত > জানিঅ> জানী (প্ৰা° পৈ° ২।২৮) জানি (ৰাম° ২৬)
দ্যূতকাৰ>জঅআৰ>জুৱাৰ (উ° ব্য°৪৬।২৪)জুৱাৰ (ভ° গী°২৬৫)
চতুঃ>চঅউ>চৌ [কু] (উ° ব্য° ৪১।৪) চৌপাশ (ৰাম° ৬১ইত্যাদি)

২.৫.৪. অৱহট্‌ঠত সংস্কৃত ঋ বৰ্ণৰ ৰ, অ, আ, ই, উ, এ আদিলৈ হোৱা পৰিৱৰ্তনবোৰ ব্ৰজবুলিৰ ক্ষেত্ৰতো প্ৰযোজ্য। যেনেঃ—

ঋ>ৰ=গৃহিনী>ঘৰিণি (প্ৰা° পৈ° ১/৩৮) ঘৰণি (ৰা°)
কৃতে > কৰে (উ° ব্য° ১৫।১) কৰে (ৰাম° ১)
> অ = কৃষ্ণ > কণহ (কী° ১।৩৮) কনাই (ভ° গী° ৩২৮)
> আ = নৃত্য > নাচ (কী ২।১৮৭) নাচ (কে°)
অমৃত > অমিঅ (কী ১।৬) অমিয় (পা°)
> ই = ঘৃত > ঘিঅ (উ° ব্য° ৪৯।২৯) ঘি (ৰাম° ২৫)
মাতৃ > মাঈ (প্ৰা° পৈ° ১।৩) মা (চো°)
> উ = পৃচ্ছতি > পুচ্ছু (কী° ৩।১২) পুচ (ৰাম°৭)
> পুচ (উ° ব্য° ৫২।১)
শৃনু > সুনু (কী° ৩।৬৮) শুন (ৱু°)
> এ = ভাতৃ > ভাএ (কী° ২।৪২) ভাএ (কা°)
মাতৃ > মাএ (কী° ২।৪৩) মাৱে (ৰাম° ৩৯) ইত্যাদি।

২.৫.৫. অৱহট্‌ঠত পোৱা অন্ত্য-উকাৰৰ প্ৰয়োগ ব্ৰজবুলিতো পোৱা যায়। যেনেঃ—

উদ্ধাৰি অউ, (কী° ২।২), কৰিঅউ (কী° ১।৪); আগু (ভ° গী° ১৬৪); একু (কে°), গোচৰিঅউ (কী° ৩।১৫৪), পৰিঅউ (কী° ৩।৪৩); দেখু (পা°), পিউ (ভ° গী° ১৬৭) আদি।

২.৫.৬. অৱহট্‌ঠ আৰু ব্ৰজবুলি-উভয়তে পদান্ত দীৰ্ঘস্বৰৰ হ্ৰস্ব প্ৰৱণতা লক্ষ্য কৰিব লগীয়া। যেনে ঃ—

২০১। বাপুড়া ২০ - বাপু মেৰি শুন কানু (ৰাম° ১৭)
২০২। বান্ধন ৯ - আপুনে বান্ধন লেলহ (অ°)
২০৩। বাম ৫ - বিবাহ ভেলি বাম (ৰু°)
২০৪। বাল ১৫ - জগত গুৰু বাল গোপাল (ৰাম° ৫৮)
২০৫। বালি ২৮ - ৰমণী ৰববালা (ৰামা° ৬৩)
২০৬। বালুআ ৪১ - জমুনাক বালি নামিৰে (কে°)
২০৭। বাড়ী ৫০ - তাহেক বাড়ী চাড়ি স্বামি কথায়ে জায়ে নাহি (পা°)
২০৮। বাষনা ৪১ - পাপমতি মন বাসনা নছাড়ে (মা° ব°)
২০৯। বাসে ৩৭ - পাৰত বৈকুণ্ঠ বাস (ৰাম° ১৬)
২১০। বাহঅ ১৩ - ৰংগে বাৰত হৰি (ৰাম° ১৫)
২১১। বাহতু ৮ - তাল কৰতাল বাৰতু (ৰাম° ১০)
২১২। বিচুৰল ৪৪ - ৰহিক বিচুৰি কত বহৰি (কে°)
২১৩। বিনা ৪৬ - হামো তোহো বিনে আৰৰি তাৰৰ অব কোই (ৰাম° ৫৬)
২১৪। বিবাহে ১৯ - শ্ৰীকৃষ্ণক বিবাহ দিতে নিশ্চিয় কৰল (ৰু°)
২১৫। বিষম ৫০ - অতি উৰুকত বিষম যাতনা (ৰামা° ৫৩)
২১৬। বিষয় ১৬ - বিষয়কু কৰয়ে খিয়ানা (ৰাম° ৫৯)
২১৭। বিষ ৩৯ - বিষ লাগি মৃতক স্বভাৱে সৰ্পক বন্ধনে পড়ি ৰহল (কা°)
২১৮। বিহান ৪৪ - বিহানে বজাইল খেড়ি খেলাইবাৰ ওৰে (মা° ব°)
২১৯। বিহাৰে ৩৯ - বিনোদ বিহাৰে সাজে (ৰামা° ১৩)
২২০। বিহুণ ৩৬ - ৰামানন্দ দীন ভকতি বিহীন (ৰামা° ১৪)
২২১। বুজি অ ১৫, বুঝি আ ২৭ - হে মুনিৰাজ ত্ৰি বুজে সেনা বুজে (পা°)
২২২। বুঝঅ ৩৩ - তাহে বুঝএ নাহি (পা°)
২২৩। বেগে ৫ - বায়ুবেগে আসি ধাই (মা° ব°)
২২৪। বেঢ়িল ৬ - কৃষ্ণক বেঢ়িলা তথা (মা° ব°)
২২৫। বৈৰী ৬ - বিৰিন্দা বিপিন বৈৰি (ৰামা° ৭)
২২৬। বোল ৪০ - সভাসদ লোকক সম্বোধি বোল (পা°)
২২৭। বোলই ১৮ - পৰম দীন হীন বোলয় শ্ৰীৰাম (ৰাম° ২)
২২৮। ভইল ৯১ - অব অনখিনি ভৈলো ৰে (কা°)
২২৯। ভইলা ৭ - হৰি ভৈল বিয়াকুল (ৰামা° ৭৪)
২৩০। ভণ ৪০ - দ্বিজ ৰামানন্দে ভণে (ৰামা° ৭২)
২৩১। ভব ৫ - ভব বন্ধু কৰহ নিবাৰ (ৰামা° ২)
২৩২। ভয় ৩১ - ভকতজন ভয় নিবাৰিতং (ৰামা° ২)
২৩৩। ভাত ৩৩ - হামো সুৰতি নাম ভাতি (কে°)
২৩৪। ভাব ২৯ - ৰামকু নাম ভাবহ মন মোৰা (ৰাম° ৫৯)

২৩৫। ভাল ১২ - উপকাৰ কৰি আছ ভাল (পি°)
২৩৬। ভিতি ১ - প্ৰাণকৃষ্ণ কোন ভিতি গেল (কে°)
২৩৭। ভুজংগ ২৮ - ভুজ যুগ বলিত ভুজংগ (ৰা°)
২৩৮। ভুঞ্জই ৩৪ - কেহো কাঢ়ি ভুঞ্জে তাক (ৰামা° ২৪)
২৩৯। ভুলহ ১৫ - মোহন কানুৰ ফান্দে ভুলয় গোপিনী (ৰামহ° ৯)
২৪০। ভেলা ১৫ - ধূলি ধূসৰিত ভেলা (ভূ°)
২৪১। ভো ২ - ভো ভো সভাসদ (ক°)
২৪২। ভোল ৩৭ - প্ৰেমভৰে ভোল বোল (ৰামা° ৭১)
২৪৩। মই ১৬ - মই তেৰি দাসকু দাসা (মা° ব°)
২৪৪। মন ২০ - মন মেৰি ৰাম চৰণহি লাগু (শ° ব°)
২৪৫। মণি ৪ - মণিময় মকৰ কুণ্ডল গণ্ড লুলে (ৰাম° ১৩)
২৪৬। মণ্ডল ১৬ - ৰাস মণ্ডল কয়ল (কে°)
২৪৭। মৰল ২২ - জনম মৰণ শোক সপোন সম্পদ জানি (ৰাম° ২৯)
২৪৮। মা ৫ - মা কৰু মা পৰিত্যাগ (ৰামা ৫৯)
২৪৯। মাআজাল ১৩ - বিষম মায়াজাল পাতিল গোপাল (ৰামা° ৫০)
২৫০। মা এ ২০ - ধৰত সাৰটি মাৰে (ৰাম° ৩৯)
২৫১। মাঝ ৪৪ - কমল জলমাঝ (ক°)
২৫২। মাঝে ২ - জৈছে হেমমণি মাঝে মাঝে (কে°)
২৫৩। মাণী ৩৪ - তাৰলি সবকহ মানি (ৰামা° ৫)
২৫৪। মাৰি আ ১১ - চোঙ্ক নিবে অলংকাৰ মাৰিয়া সমুলি (মা° ব°)
২৫৫। মাৰী ১৩ - একশৰ মাৰি প্ৰাণ ললে তাৰকাৰ (ৰামা° ৩)
২৫৬। মালী ১০ - চলি ভয়ো বনমালী (ৰাম° ১৭)
২৫৭। মিছা ২৯ - হাৰিলেৰো মিছা মাতে দুখ লাগে মন (ৰামা° ৪০)
২৫৮। মিলি ৮ - ধৰিল সবহি মিলি হৰিক চোৰ (চো°)
২৫৯। মুহ ৪ - বহু মুহ ভৰি তেৰি নাম (শ° ব°)
২৬০। মূঢ় ৪৫ - মূঢ় ভগতি (গ্ৰামবাৰী শিলালিপি)
২৬১। মূল ২০ - তৰুবৰ মূল উন্মূলন কয়েকহো (ৰাম° ৬২)
২৬২। মেৰি ৫০ - জৰা মৰণ মেৰি (শ° ব°)
২৬৩। মেলি ৬ - আউৰ বাহুমেলি মাৰিবে (ৰাম° ৪)
২৬৪। মেলে ২৭ - গোপবালকে মেলে (ৰাম° ৬৮)
২৬৫। মেহ ৩০ - তৰিত জৰিত মেহ (ৰাম° ৩)
২৬৬। মো ৭ - আতমা মানিয়ে মোহি (ৰাম° ১৪)
২৬৭। মোৰ ২০ - মোৰ ভকতক ঐচন আত্মা (কা°)
২৬৮। মোৰি ৩৬ - তাৰহু মন মোৰা (ৰাম° ৭১)

২৬৯। মোহ ১১ - চোৰহু অব ওহি মোহ পাশা (ৰাম° ১২)
২৭০। মোহা ৫৩ - ৰমণীৰ মন মোহা (ৰাম° ৭৪)
২৭১। মোহোৰ ২০ - মোহোৰ ৰসিকা অম্ন দেখ ভায়াগণ (ৰাম° ২৪)
২৭২। মাই ১০ - মোদন মোহ যাই (ৰাম° ২৮)
২৭৩। যোগী ১১ - যোগী ধ্যানে জান (ৰাম° ৪৪)
২৭৪। ৰঅনি ১৯ - দিবস নযায় সুখে নযায় ৰয়নী (ম° ব°)
২৭৫। ৰচি ২২ - ৰতনে ৰচিত কনক ভূষণ ৰাম (ৰাম° ৬)
২৭৬। ৰবি শশী ১ - যেন আকাশত ৰবি শশী কৰে গতি (মা° ব°)
২৭৭। ৰস ২২ - এহু ৰস শ্ৰীৰামে গাৱে (ৰাম° ১৮)
২৭৮। ৰা আ ৩৪ - সাত ধনু নাম ৰায়া (ৰা°)
২৭৯। ৰাগ ১১ - দুৰ গেল ৰাগ (ৰা°)
২৮০। ৰাতি ২ - শৰত শশিনী ৰাতি (ৰাম° ৬)
২৮১। ৰে ১ - কানু বোকে তুলিআ ৰে (কে°)
২৮২। ৰোষে ২৮ - ৰোষ কয় মন (ৰাম° ৬৩)
২৮৩। লই ২৯ - বস্ত্ৰ উপৰে সিঞ্চে হাতে লই (মা° ব°)
২৮৪। লই আ ৪৯ - দাম সুদাম ডাকে তেৰি লৈয়া নাম
২৮৫। লাগি ১৬ - কৃষ্ণক গোৰি লাগি কৰ জুৰি বোলল (পা°)
২৮৬। লাগে ২৯ - দুখ লাগে মন (ৰামা° ৪০)
২৮৭। লাহু ১ - আগু গোধন লাহু হু হু ঠাই (ৰামা° ৭৮)
২৮৮। লেপ ৪ - গাৱে অঙ্গৰ লেপন কৰাইবো (ৰামা° ৩)
২৮৯। লেলী ৪৯ - লেলহ বুলিয়ে ধিক্কাৰ (ৰামা° ৭১)
২৯০। লেহ ১২ - ৰামানন্দ লেহ তাৰি (ৰামা° ৫৪)
২৯১। শশী ১১ - শশী বিয়পিত দিশা (ৰাম° ৬৩)
২৯২। শংকা ৩৭ - শুক ঘন ঘন ঘোৰ জনময় শংকা (শ° ব°)
২৯৩। শিখৰ ৪৭ - শিখৰ প্ৰফুল্ল যচ নীলিগিৰি শোহে (ৰাম° ২১)
২৯৪। শাসন ৪৭ - শাসন নাশন কাৰণ আৱৰ তুমি (মা° ব°)
২৯৫। ষষহৰ ২৭ - বয়ন জামৰ পেখি শশধৰ (ৰামা° ৭৪)
২৯৬। সঅল ১ - মায়াময় সয়ল দুনিয়াই (মা° ব°)
২৯৭। সংসাৰ ৩৩ - অথিৰ এহু সংসাৰ (শ° ব°)
২৯৮। সংগে ১৯ - গোপশিশু সংগে চলে (শ° ব°)
২৯৯। সম ১০ - তোহো সম নাহি কেহ্ব (ৰাম° ১৪)
৩০০। সমানা ৪৩ - মোহি সমান নাহি কেহ্ব (ৰাম° ১৪)
৩০১। সব ৩৮ - সব চোৰহু ধান্ধা (ৰাম° ২৯)
৩০২। সসি ১৭ - শশী বিয়পিও দিশা (ৰাম° ৬৩)

৩০৩। সহজে ৩ - সহজে গুচাও হৰি তেৰি (ৰাম° ৫৬)
৩০৪। সন্ধি ১৪ - নাহি নাহি দেখো পলাইতে সন্ধি (মা° ৰ°)
৩০৫। সুখ ১ - যোপদ সুখ ভোগ নলবয় মনে (ৰামা° ৫২)
৩০৬। সুখে ৩৪ - ভক্তিবন্ধে বন্ধোকাল (ৰামা° ৭৩)
৩০৭। সুন ২ - শুন শুনবে সুৰ বৈৰী প্ৰমাণা (পা° ৰ°)
৩০৮। সুন্দৰী ২৮ - নাহি সুন্দৰী আন (ৰামা° ৪)
৩০৯। সে ৩ - উদ্ধৱসে কহয সে মাধব (ৰাম° ২৪)
৩১০। হই ৪৮ - নাম তব হোই (ৰাম° ৫)
৩১১। হৰ ৪৭ - গিৰিজা হৰি হৰি (ৰামা° ৪৭)
৩১২। হৰি ৪৭ - সো হৰি যশোৱা আদেশ পালয় (ৰাম° ৩)
৩১৩। হৰিঅ ৯ - হৰিয়া লৈ গৈল পুনু আইল যদুমণি (ৰামা° ৭৬)
৩১৪। হৰিণা ৩ - তাতে হামু হৰিণা বেড়াই (শ° ৰ°)
৩১৫। হে ৫ - প্ৰাণেৰ প্ৰভুহে (ৰাম° ৭৬)
৩১৬। হেৰ ৫০ - যাদু বোলে শুন হেৰ মোৰে যাশোৱা জননী (ৰামা° ২৫)
৩১৭। হেৰি ৭ - দুখ ভয় ভঞ্জন নাম হেৰি তেৰি (ৰাম° ৭৬)
৩১৮। হোই ১৫ - ওহি চৰণ সত্য হোই (ৰামা° ৭৬)
৩১৯। হোইব ৫ - ভ্ৰমিবো ধৰণী হৈবো তপস্বিনী (ৰাম° ৩৩)

৩.১১ চৰ্যাপদ আৰু অসমীয়া ব্ৰজবুলিৰ মাজত থকা উল্লিখিত ৰূপতাত্ত্বিক আৰু শব্দসম্ভাৰৰ এনে সাদৃশ্যই প্ৰথম বিধক প্ৰত্ন অসমীয়াৰ নিদৰ্শন বোলাৰ যুক্তি প্ৰদৰ্শন কৰে আৰু খ্ৰীষ্টীয় ৮-১২ শতাব্দীত উত্তৰ ভাৰতত প্ৰচলিত লৌকিক বা দেশী ভাষাৰ স্ৰোত ধাৰাটি যে খ্ৰীষ্টীয় পঞ্চদশ শতাব্দীলৈকে পূৰণি কামৰূপত প্ৰবাহিত আছিল তাৰো সাক্ষ্য দিয়ে। মহাপুৰুষ শংকৰদেৱে তৎকালীন কথিত ভাষাটোত অংক আৰু গীত ৰচনা কৰাত সি হ'ল ভক্তসকলৰ বুকুৰ সম্পদ।

---

# চতুৰ্থ অধ্যায়

## ব্ৰজবুলি আৰু মধ্যকালীন উত্তৰ ভাৰতীয় সন্ত কবিৰ ভাষা

৪.০.০. মধ্যযুগৰ উত্তৰ ভাৰতীয় সকলো সন্ত আৰু ভক্ত কবিয়ে তেওঁলোকৰ বাণী আৰু ৰচনাই কেনেকৈ ভাষাৰ হেঙাৰ নোপোৱাকৈ ভৌগোলিক সীমাৰেখা অতিক্ৰম কৰি যাব পাৰে, তালৈ সততে চকু ৰাখিছিল। উত্তৰ পূৰ্ব ভাৰতভূমিৰ বৈষ্ণৱ গীত আৰু নাট ৰচয়িতাসকলো এই আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ এই ভূখণ্ডৰ জনগণৰ উপযোগীকৈ অৱহট্‌ঠজাত ৰামকৃষ্ণ কেন্দ্ৰিক গীত-পদ -নাট ৰচনা কৰি অভূতপূৰ্ব সাফল্য লাভ কৰাতো মন কৰিব লগীয়া। পৰৱৰ্তী কালত উক্ত গীত পদ আৰু নাটৰ ভাষাটো ব্ৰজবুলি নামেৰে পৰিচিত হ'ল।ব্ৰজবুলিৰ সৈতে উত্তৰ ভাৰতীয় সন্ত কবিসকলৰ বাণী আৰু ৰচনাৰ ধ্বনি, ৰূপ আৰু শব্দৰ দিশৰপৰা ভালেখিনি সাদৃশ্য দেখা যায়। ব্ৰজবুলি কোনো কোনোৱে ভবাৰ দৰে কৃত্ৰিম সাহিত্যিক নহয় — ই এটা স্বাভাৱিক ভাষা। সেইবাবেই মধ্যযুগৰ উত্তৰ ভাৰতীয় সন্ত কবিসকলৰ ৰচনাৰ ভাষাৰ সৈতে পূৰ্বাঞ্চলৰ গীত-নাটৰ ভাষাটোৱে মিতিৰালি পাতে। তলৰ ছেদ কেইটাত ব্ৰজবুলি আৰু সমসাময়িক উত্তৰ ভাৰতীয় ভাষাৰ ৰূপতত্ত্ব মূলক সাদৃশ্যৰ আভাস দেখুৱা হ'ল।

৪.১.০. কাৰক বিভক্তি ঃ *নিৰ্বিভক্তিক প্ৰয়োগ* ঃ

৪.১.১. কৰ্তা কাৰক - সো হৰ তেঁৰি (কে°); ৰূপ নাৰি ইক নাঈ (সু° সা° ১০/৫৩), সীতা লিয়া জগায় (দৰিয়া সাহব পৃ° ৯) ইত্যাদি।

৪.১.২. কৰ্ম কাৰক - অঘ বক কুবলয় (কে°); কাল ন দেখত (ৰা° চ° ৫/৩৬), তব পিতু ভিচ্ছা খাত (সু° সা°৯/১৭৪ ) ইত্যাদি।

৪.১.৩. কৰণ কাৰক - অধৰ মধুৰ বেণু (কে°); জেহি কৃপা ব্যাধ গজ বিপ্ৰ খল নৰ তৰে / তিনহহি সমান মানি যোহি উদ্ধাৰ হগো। (বি° ২১১) ইত্যাদি।

৪.১.৪. নিমিত্ত কাৰক - ধৰম দূৰ গেল (কে°); বিপ্ৰ জাচকনি দীন হোঁ দান (সু° সা° ৫/২) ইত্যাদি।

৪.১.৫. অপাদান কাৰক - চাৰহ ধন্ধ মানস (ব°); কৰুণা কৰত সুৰ কোসলপতি; নৈননী নীৰ ৰুৰায়োঁ (সু° সা° ৯/১৪৪) ইত্যাদি।

৪.১.৬. সম্বন্ধ পদ - গোপী মনোৰথ পূৰে (কে°); প্ৰহ্লাদ প্ৰতিজ্ঞা (সু° সা°

১/৩৪) ইত্যাদি।

৪.১.৭. অধিকৰণ কাৰক - অধৰ দসন নখ হান (কে°); গংগা তট আয়ে শ্ৰীৰাম (সু° সা° ৯/৩৯) ইত্যাদি।

৪.২.০. সভক্তিক প্ৰয়োগ -

৪.২.১. *কৰ্তা কাৰক* -

- ই ঃ কানুৰাই নাচতু (ব°); কুবুজা হৰিকী দাসী (সু° সা°) ইত্যাদি।
- উঃ যত জগত আধাৰু (অ°); মায়াহি সিন্ধ নাবা (ৰা° চ°), স্যাম হৰতি (বি°) ইত্যাদি।

৪.২.২. *কৰ্ম কাৰক* -

- এঃ মিছ্য মাতি গোপীৰে (চো°); হিয়ে হেৰি হৰি লেত (ৰাম গীতাৱলী, অযোধ্যা) ইত্যাদি।
- কঃ চান্দক গৰসি (কে°); কামজহি ৰতিকই বৰ হীন্দা (ৰা° চ° ১/৮৬) ইত্যাদি।
- কহোঃ দৈত্যকহো পীড়ি (পা°); কেহ কৰত হিতকাৰী (জগজীৱন দাসৰ বাণী) ইত্যাদি।
- কু ঃ সোহি হৰি চৰণকু (ব°); ৰজ্জৱ নীচেকু উঁচা কৰৈ (ৰজ্জ ৱ বাণী) ইত্যাদি।
- কো ঃ সে সব দুখকো নগণয় (ৰা°); অসুৰ কচকোঁ মাৰয়ো (সু° সা° ১/১৭৩) ইত্যাদি।

৪.২.৩. *কৰণ কাৰক* ঃ

- এঃ গোপীক কৰ্ণপথে (কে°); জোহি সুমৰিতে অচল আছয় পদ (ক° গ্ৰ° ৩/৪১) ইত্যাদি।
- সো ঃ হামো বলেসে নমৰালো (অ°); এক সোঁ মৰ্দহি ভানি চলাৱহি মুণ্ড (ৰ° চ° ৬/৪৪) ইত্যাদি।
- হিঃ বেঢ়ল লাঙ্গহি (কা°); একহি কহত ন বগহী (ৰা° চ° লংকা৯০) ইত্যাদি।

৪.২.৪. *নিমিত্ত কাৰক* ঃ

- কঃ সত্বৰে গৃহক চল (কে°); তুলসী দিন ভল সাঁৰকই ভলী চোৰ কহ ৰাতি (দোহা ১৪৮) ইত্যাদি।
- লাগি ঃ গগনক লাগি বাণ (ৰা°); দৰস লাগি লোচন আকুলনে (ৰা° চ° ১/২১৬) ইত্যাদি।

৪.২.৫. *অপাদান কাৰক* ঃ

- তে ঃ (ব্ৰজবুলিত-হন্তে) বোকা হন্তে কৃষ্ণে (কে°); মানুহ অবহি জনতে আবে (ৰা° চ° ১/১৪৫) ইত্যাদি।

৪.২.৬. *সম্বন্ধ পদ* -

-ক : অনাথক বন্ধু বুলি (কে°); ৰামক ভজন কৰহু (জগজীৱন কী বাণী) ইত্যাদি।

- কৰ : মাস চাৰিকৰ পথ (পা°); জোহি কৰ মনবধু (ৰা° চ°) ইত্যাদি।

- কেৰি : প্ৰিয়া কেৰি কাহিনী (ৰু°); কাই কুমতি কে কই কেৰী (বি° ১২৬) ইত্যাদি।

- কো : কালিকো পাপ হৰ (কে°); হেতু কৃষাণু ভানু হিমকৰকো (ৰা° চ° ১/১৫) ইত্যাদি।

- হো : হাতকহো লবনু (চো°); উমহি নাম তব্ (ৰা° চ° ১/৭৪) ইত্যাদি।

৪.২.৭. *অধিকৰণ কাৰক* :

-এ : আঞ্চোৰে ধৰি (চো°); দ্বাৰৈ দৰবান ভয়ো (সু° সা° ১/১৬) ইত্যাদি।

- মহ : কম্বুকণ্ঠমহ দোলে (পা°); বিনু হৰি ভজন নৰক মহ জাই (সু° সা° ৭/২) ইত্যাদি।

- মাঝ : সৰোবৰ মাঝ (ৰু°); মাঝ মন্দিৰ জনু লাগ অকামা (পদ্মাৱত) ইত্যাদি।

- হি : চৰণহি লাগু (শ° ব°); ব্ৰজহি চলো জাই (সু° সা°) ইত্যাদি।

৪.২.৮. *সম্বোধন* :

-অৰে : শুন অৰে টেন্টন (পি°); অৰে মধুপ (সু° সা° ৯/১২৮) ইত্যাদি।

- ওহো : মেৰে মাই ওহো (ম°ব°); অহো বাসুদেৱ জাহু লৈ গোকুল (সু° সা° ১০/৪) ইত্যাদি।

- ৰে : ৰে ৰে শঙ্খচূড় (কে°); তু মতি দে ৰে পুঠি (ক গ্ৰ° ১৬/২৯/১) ইত্যাদি।

- হে : তোহাৰি জননী হেৰা (কা°); হে সখি জি হি ঘটি পৰগত হোই (ক সা° ২৯/১৮/২) ইত্যাদি।

৪.৩.০. *সৰ্বনাম*

৪.৪.০. *উত্তম পুৰুষ*

৪.৪.১. *কৰ্তা কাৰক*

মেৰা : (সন্ত কবিৰ লেখাত মৈঁ): মেৰা গুৰুক (ৰা°); মৈঁ ভক্ত বৎসল হৌঁ (সু° সা° ১/২৪৩) ইত্যাদি।

মোয়ী : দূৰ কৰব মোয়ী (কা°); মোগৰ কীৰে তোহিজো (বি° ৩৩) ইত্যাদি।

হামি : (সন্ত কবিৰ লেখাত হম) : আৰ নিচিন্তোহো হামি (কা°); হম চহুহিঁ উৰাণী (ৰা° চ° ১/৭৮) ইত্যাদি।

৪.৪.২. *কৰ্ম কাৰক* :

মোক (সন্ত কবিৰ লেখাত মোকৌঁ) : কৰহ কৰুণা মোকে (ভ°), মোকৌঁ ই

হৈ আদেহবে (ক° প° পদ ৩০৭/২) ই[illegible]।

মোহি : ওহি মোহি শিক্ষা (কা°); বড়া অচম্ভা [illegible] (ক° সা° ৯/২/২) ইত্যাদি।

হামাক : হামাক নিয়া যাব (বা°); কেহি কারণ [illegible]কোঁ ভব মারত (সু° সা° ৪/৯) ইত্যাদি।

৪.৪.৩. *নিমিত্ত কারক*

মোহি : ছিন্দি ইন্দ্রিয় মোহি (মা° ব°); পাঁচ বাণ মোহি বহুত করী (সু° সা° ২/১১৬) ইত্যাদি।

মোহি লাগি : মোহি লাগি দুখ সহিঅ (বা° চ°. ১/১৬৭)

হামাক : হামাক দেখিতে ওহি (ক°); হমকহু দুর্লভ দরস তুমহারা (বা° চ° ১/১৫৬) ইত্যাদি।

৪.৪.৫. *অপাদান কারক*

ত : দেবী স্বামীত মহামান্য পায়া (পা°); মৌতে কোহো আথ (সু° সা° ১০/১৫১) ইত্যাদি।

৪.৪.৬. *সম্বন্ধ পদ*

মেরা/মেরি : তরু ছোড়হ মেরা (পা°), দরসন মেরি মুরারি (কে°); মেরী পাবী মৈঁ লিখি দে (ক° গ্র° ৩৭৯/৪) ইত্যাদি।

মেরো : মেরো অব নাথ (ব°); মেরোঁ জিয় (সু° সা° ৯/৪২) ইত্যাদি।

মোই : বচনক চমাই (কা°); ন মো ম নারী (বা° চ° ৩/১৭) ইত্যাদি।

মোর : গবর গুঞ্জবলি মোর (কা°); জীবন ধন মোর (সু° সা°১০/৩১০) ইত্যাদি।

মোরা : তাপিত তনু মোরা (মা° ব°); পংখ পায় সব মোরে (নূর মহম্মদ) ইত্যাদি।

মোহি : সোহি মোহি গতি (ক°); তুমৌ মোহি আপরাধু (সু° স°৪৯২) ইত্যাদি।

হামার : হামার পারজাত (পা°); হমার (ক° গ্র°১৫৮/৯) ইত্যাদি।

হামারি : তেজলি হামারি (কা°); অব জাতি হমারি (জায়সী,পৃ° ৫৭৫) ইত্যাদি।

হমারে : কিনা গতি হৈবে হামারে (মা° ব°); কেশে ধরি আয়ো হমারে (বা°চ° ৪৬) ইত্যাদি।

৪.৫.০. *মধ্যম পুরুষ*

৪.৫.১. *কর্তা কারক*

তুমি : জানিয়ো আসিলা তুমি (শি°); আঁখি অব মোচি তূঁ (সু° সা°৮/৯৬) জো তুম জানে (সু° সা° ১/২১৭) ইত্যাদি।

তুহি ঃ তুহি কর্ম তুহিঁ বিশ্বকর্মা (সু° সা° ৪/১৯৮) ইত্যাদি।

তুহুঁ ঃ তুঁহু মোঁৰি ছাহেব (ভ° গী° ৬৬); তুহুঁ আৰ ৰী (সু° সা° ২/৮৮৭) ইত্যাদি।

৪.৫.২. *কর্ম কাৰক*

তোঁই/তোক ঃ ৰূপ পাৱল তোই (ভ° গী° ১৭৭), তোক নুবুলিব ভাল (ৰা° মা° ৫৫); ত্ৰিপুৰাৰি তোকো দিয়ে (গীতাৱলী° ১/২৫) ইত্যাদি।

তোহি ঃ হামু তোহে কৃপানিধি (ৰামা° ৪৫); অভয় কৰৈ গো তোহি (ৰা° চ°৬/২০) ইত্যাদি।

৪.৫.৩. *নিমিত্ত কাৰক*

তুমহি ঃ তুমহি সুহৃদ (ভ° গী°১৭৫); তুমহকহুঁ সব ভাতি (ৰা° চ° ২/১৭৪) ইত্যাদি।

তোহি ঃ তোহি নপাৱল লাগ (ভ° গী° ৬৬); তুলসী তোহি বিমোষি বুঝিয়ে (বি° ২৪) ইত্যাদি।

৪.৫.৪. *সম্বন্ধ পদ*

তব ঃ তব শিল সাগৰ (ৰাম.১৯); তব কীৰিতি (সু. সা.১/৯৩) ইত্যাদি।

তুৱা (সন্ত কবিৰ লেখাত তুঅ)ঃ তুৱা নিজ দাস (ৰাম°১১); তুঅ সো (ৰা° চ° ১/২৭৪) ইত্যাদি।

তেৰা ঃ সংগে ক্ৰীড়াত তেৰা (ৰাম° ৫৫); সোইজন তেৰা (ক° গ্ৰ° ১/২৭০) ইত্যাদি।

তেৰি ঃ তেৰি চৰণে (ৰাম° ৫৬): কউ ধন তেৰি নাউ (সু° সা° ৩/৭) ইত্যাদি।

তেৰে ঃ তেৰে মেৰে আছে (ৰাম° ৪); তেৰে তন তৰুৱ (সু° সা° ১/৮৬) ইত্যাদি।

তোমাৰ ঃ নাথাকে তোমাৰ ঘৰে (ৰাম° ৪); নহি হোই তুমহাৰে (ৰা° চ° ২/২০৫) ইত্যাদি।

তোৰা ঃ তোৰাসৱক মনোৰথ পুৰি (কে°); প্ৰভু তোৰা (বিনয়° ১২৫) ইত্যাদি।

তোৰেঃ ধেনু চাৰো তোৰে (ৰাম.২৫); বড়উ অনুগ্ৰহ তোৰে (ৰা.চ.২/২০৫) ইত্যাদি।

তোহাৰ ঃ তোহাৰ মুখত গন্ধ (পি°); বড় নাম তোহাৰা (ৰা° চ°১/২৯২) ইত্যাদি।

তোহাৰি ঃ দীন-জন বান্ধৱ নাম তোহাৰি (ভ° গী° ১০৪); তোহাৰি বাত (ক°গ্ৰ°১০৯/৪), কথা তুম হাৰি (ৰা° চ° ২/১২৮) ইত্যাদি।

৪.৬.০. *তৃতীয় পুৰুষৰ সৰ্বনাম*

৪.৭.০. *নিশ্চয়বাচক: দূৰবৰ্তী*

৪.৭.১. *কৰ্তাকাৰক*

সো : সো হৰি গোৱালী (ভ°গী°৬৪); সো কহই (জায়সী পৃ.১৯) ইত্যাদি।

৪.৮.০.

সোই : তব হোই সোই (পা°); দেহি ন সোই (সু° সা° ৮০০) ইত্যাদি।

৪.৭.১. *কৰ্ম কাৰক*

তা : তা আজ্ঞা কৰহ (ক°); তা গতি লখ ন কোই (ক° সা° ৯/২/১) ইত্যাদি।

তাকু : তাকু বন্ধন কাই (অ°); তাকো সুখ দায়ক সোই (বি° ১/১) ইত্যাদি।

তাহে : তাহেক কৃষ্ণ চৰণে (কা.); তাহি প্ৰবোধি (ৰা° চ° ৭/১০) ইত্যাদি।

৪.৭.২. *নিমিত্ত কাৰক*

তাহেক লাগি : তাহেক লাগি সপৰিবাৰে (কা°); তাহি লাগি বঙ্ক জ্যো (ৰা° চ° ইত্যাদি।

৪.৭.৩. *সম্বন্ধ পদ*

তাকৰ : যাকৰ চাকৰ তাকৰ (কা°); তাকৰ বাহন (সু° সা° ২৭৭৯) ইত্যাদি।

তাকেৰি : শঙ্কৰ তাকেৰি অংশ (ভ°); সুনি তাকৰি বিনতী (ৰা° চ° ৭/৬১)।

তাসু : চান্দনি তাসু শোহে (ৰামা° ৭১); তাসু ক্ৰিয়া (সু° সা° ১/৮০) ইত্যাদি।

৪.৮.০. *নিকটবাচক সৰ্বনাম*

৪.৮.১. *কৰ্তা কাৰক*

ই : ই কথা ৰহোক (কে°); ই সুবদন কৈ গাঁ উ (ক. গ্ৰ.১০৫/১) ইত্যাদি।

এ : এ আৰত (কে°); এ পৰমাৰথ কপ (ৰা° চ° ১/২২২) ইত্যাদি।

৪.৮.২. *কৰ্ম কাৰক*

এহ : এহ শঙ্কৰ ভাণ (কে°); এহি লাগি তুলসী দাস (ৰা° চ° ৫/৩) ইত্যাদি।

৪.৯.০. *সম্বন্ধবাচক সৰ্বনাম*

৪.৯.১. *কৰ্তা কাৰক*

জে : যে খন জনমল (ৰাম. ২৯); জে কৰণী কা কৰৈ (মুলুক দাস, পৃ১৬) ইত্যাদি।

৪.৯.২. *কর্ম কাৰক*

যাক ঃ যাক ব্ৰহ্মজ্ঞানী (ভো°); যাকহু কোউ নাহি জানা (ৰা° চ° ১/১৮৬) ইত্যাদি।

৪.৯.৩. *সম্বন্ধ পদ*

জাকৰ (যাকৰ)ঃ হামো জাকৰ কথা কহেছি (কে°); জাকৰ নাম সুনত (ৰা° চ° ১/১৯৩) ইত্যাদি।

জাকেৰি (যাকেৰি)ঃ জাকেৰি এগুণ নাম (ক); জাকৰ নাম সুনত (ৰা.চ.১/১৯৩) ইত্যাদি।

জাসু (যাসু) ঃজাসু নাম গুণ শ্ৰৱণ (কে°); জাসু ভবন (বি° ৬) ইত্যাদি।

জাহে (যাহে) ঃ জাহে ভকতি (মা°ব°), জাহি সুখ ধৰি (সু° সা° ২৯১৬) ইত্যাদি।

৪.৯.৪. *অধিকৰণ কাৰক*

জাহে (যাহে)ঃ জাহে ভকতি তাহে মুকুতি (মা° ব°); জাহি সুখ ধৰি (সু° সা° ১১/৬/২) ইত্যাদি।

৪.১০০. *অনিশ্চয়বাচক সর্বনাম*

এক ঃ এক গোপীক (কে°); এক চলে আৱত (সু° সা° ৮২৮) ইত্যাদি।

কাহু ঃ কাহু বোলে হামো (কে°); কাহু দেই সুহাগ (ক° গ্ৰ° ১১৮/৪) ইত্যাদি।

কেউ ঃ ৰাখবি নাহি কেউ (ভ°); কোউ ন উতাৰে (সু° সা° ১/৬৮) ইত্যাদি।

কোই ঃ হৰি বিনে গতি কোই (কে°); কোই ন পাৱে পাৰ (গৰীবদাস, পৃ° ৯০) ইত্যাদি।

সব ঃ সব চোৰহ ধান্ধা (ৰাম° ২৯); সব কহু ভুগতি (জায়সী পৃ.৭) ইত্যাদি।

সবহি ঃ সবহি থাকিব চাই (ৰামা° ৫৩); ঘৰ সবহী জানী (সু° সা° ৩১০৯) ইত্যাদি।

৪.১১.০. *নিজবাচক সর্বনাম*

আপ ঃ আপহি আপ (ৰাস°); তব আপ লীন হৌ (সু° সু° ৪/১১) ইত্যাদি।

আপন ঃ সভা কে পাত্ৰ আপন (ভ°); তব আপন প্ৰভাউ (ৰা° চ° ১/৪৮)

আপুন ঃ জীৱ আপুন কেৰি ছুটেবে (ভ°); আপুন ভয়ে উধাবল (সু° সা° ১/২০৭) ইত্যাদি।

আপুনি ঃ আপুনি দধি মথিথ লাগত (অ°); কহি কুঞ্জ আপনী (সু° সা° ৪১২৫) ইত্যাদি।

আপুনহি ঃ আপুনহি মানি হৰিক (মা° ব°); আপুনহি কহিয়ে (সু. সা. ১৩৩২) ইত্যাদি।

৪.১২.০. *প্ৰশ্নবাচক সৰ্বনাম*

কাহা ঃ কাহা গৈয়ো কিবাজানে (ৰাম° ৬৩); কাহা সুনাওঁ দীন (ৰজ্জব বাণী, পৃ.২০৭) ইত্যাদি।

কাহু ঃ কাহু বোলে হামো (কে°); কাহু হৰিকো দেখে (সু° সা° ১৮৩৪) ইত্যাদি।

কাহে ঃ কাহে গয়ো (কে°), কাহে ন দেখে (ক° সা° ১/১২/১) ইত্যাদি।

কিনা ঃ বসন ভূষণ কিনা (ৰাম° ৭৪); কহো কিন তেৰয়ো (সু° সা° ৯/২৮) ইত্যাদি।

কোন ঃ তই কোন জন (ৰামা° ৩); কৌন সুনৈ (শ্ৰীকৃষ্ণ গীতাৱলী ৫১) ইত্যাদি।

৪ ১৩.০ *বিভিক্তি সদৃশ প্ৰযুক্ত অব্যয় শব্দমালা*

ব্ৰজবুলিত পৰসৰ্গৰূপে প্ৰয়োগ হোৱা ভালেসংখ্যক অব্যয় শব্দ মধ্যকালীন উত্তৰ আৰু মধ্য ভাৰতীয় সাধু সন্ত তথা ভক্ত কবিসকলৰ বিবিধ বাণী আৰু ৰচনা সমূহত পোৱা যায়। তেনে কিছুসংখ্যক শব্দৰ সাদৃশ তলত দেখুৱা হ'ল –

৪.১৩ ১. *কালবাচক*

অব ঃ কৰু অব নৰ সব (ৰাম° ৫৪); অব কৈসে ব্ৰজ জাত (সু° সা° ১০/৩৮৫০) ইত্যাদি।

অবহু ঃ অবহু ছোড়হু (ব°); শব্দ সৰূপ মিল্যো অবহী (ক° সা°) ইত্যাদি।

আজ/আজি/আজু ঃ আজি যাইবো যথা (অ°.), আজু কাহা যামি (ঘ° চা), আজ গঈ আৰু (সুন্দৰ বিলাস, পৃ ৩৭), আজি মবৈ কৈ কলহি (ক° সা° ৪/২/২), আজু (ক° গ্ৰ° ৭৪/২) ইত্যাদি।

কব/কবহু ঃ কবহু অন্ত নাপাই (কে°); কবহু ন দেখিয়ত (সুন্দৰ বিলাস, পৃ. ৪), ইত্যাদি।

কালি ঃ কালি বিস হোই (ক° সা° ২০/৪/২) ইত্যাদি।

জব/জবহু (যব/যবহু)ঃ যব সম্ভৱে নাহি কব (ক°); জব গোবিন্দ কৃপা কৰী (ক° সা° ১/১৬/২), জবহু মাৰ চা (ক° সা° ৩/১৬/১) ইত্যাদি।

নিত/নিতু ঃ আবে নিকট নিত (পা°); জো জন্ত নিতু জন্মতু (মা° ব°), আবৈ নত (ক° সা° ৪৬/৯/২), নিতু(নুৰ মুহম্মদ পৃ৫৯) ইত্যাদি।

পহিলে ঃ পহিলে ন সম্ভাবত (সুন্দৰ বিলাস, পৃ১৬) ইত্যাদি।

৪.১৩.২. *স্থানবাচক*

আগে ঃ কালক আগে (ৰামা° ৯); আগে ৰাম লখন (ৰা° চ°২/১২৩) ইত্যাদি।

ইহা ঃ বনমধ্যে ইহা আৱল (কে°); ইহা উহা দুই (ৰা° চ° ৬/৩৬) ইত্যাদি।

জাহা ঃ যাহা যাহা চৰণ (মা° ব°); জহাঁ ন হৰি (মুলুকদাস কী ৰাণী, পৃঃ৪) ইত্যাদি।

তঁহা ঃ তাহে মজোক মন (মা° ব°); ন তহাঁ সৰবৰ (ক° গ্ৰ° ১০৯)

পিছে ঃ ত্ৰাহে পাচু চহে (ৰু°); পীছে ৰহে সু সুৰ (ক° গ্ৰ° ৪৫/১/১) ইত্যাদি।

৪.১৩.৩. *নিষেধবাচক*

ন ঃ এ দুখ অৱধি নহ (ৰামা°,৭৫); সঙ্গ ন দানি (ক. সা. ১/১/১) ইত্যাদি।

নাহি ঃ বাত নাহি (অ°); খালা কা ঘৰ নাহি (ক° গ্ৰ° পৃ.৬৯) ইত্যাদি।

নাই ঃ আনধন নাই (ৰামা° ২০); হমাৰী নাই (সু° সা° ১/১৯৫) ইত্যাদি।

৪.১৩.৪. *ৰীতিবাচক*

ঐচে ঃ ঐচে স্বামীক (পা°); ঐ সে লগনি (ক° গ্ৰ° ১৪৪/১) ইত্যাদি।

ঐচন ঃ ঐচন সীতাক (ৰা°); ঐসন দাস কবীৰ (ক° সা° ২/৮) ইত্যাদি।

বালক কৈচন (চো°); কৈসন হৈ দৈসবা (ক° সা°) ইত্যাদি।

কৈচে ঃ কৈচে মাৰিয়ে নজাঞু (ভূ°); ফল কৈসে পাৱৈ (ক° সা°) ইত্যাদি।

যৈচে ঃ যৈচে গগন মহ তাৰ (ৰাম° ৫৩) ; জৈসে তৃণপৰ সীত (ক° সা°) ইত্যাদি।

৪.১৩.৫. *অন্যান্য*

কাৰণ ঃ তাৰণ কাৰণ (ৰাম°৩১); তুম কাৰণ (সু. সা.১০/২২৯) ইত্যাদি।

লাগি ঃ ভাৱ লাগিয়া লাগি (ৰাম° ৮); জিনহি লাগি (সু° সা° ১/৮০) ইত্যাদি।

সন্ধ ঃ সন্ধহি মৰকত (ৰাম৬১); তৈল ভি অন্যা সম (ক. সা.৪/১/১) ইত্যাদি।

সম ঃ গতি সম যাৱত (ৰাম° ১৬); অমৃত তা সম নহী (সু° সা° ১/২৪১) ইত্যাদি।

হেতু ঃ ধৰ্ম ৰক্ষা হেতু (ৰামা° ৬৮); তুমহি হেতু (সু° সা° ৩৮৪) ইত্যাদি।

৪.১৪.০. ব্ৰজবুলিৰ সৈতে সমসাময়িক উত্তৰ পূব-ভাৰতীয় সাহিত্যত ব্যৱহৃত ভাষাৰ যথেষ্ট সাদৃশ্য বৰ্তমান। অৱশ্যে বৈসাদৃশ্যও নথকা নহয়। সেই বৈসাদৃশ্য সমূহেই ব্ৰজবুলিক এক সুকীয়া ভাষাৰ মৰ্যাদা প্ৰদান কৰিছে। মধ্যযুগীয় উত্তৰ ভাৰতীয় বিভিন্ন ভাষাৰ সৈতে ব্ৰজবুলিৰ সাদৃশ্যই অন্যান্য বৈশিষ্ট্য প্ৰদৰ্শনৰ লগতে এইটোও স্পষ্ট কৰে যে ব্ৰজবুলি কোনো দিনেই কৃত্ৰিম সাহিত্যিক ভাষা নাছিল।

---

# পঞ্চম অধ্যায়

## প্ৰাৰম্ভিক ব্ৰজবুলি

৫.১.০. ব্ৰজবুলিৰ আলোচনা প্ৰসংগত 'মৈথিল কোকিল' 'অভিনৱ জয়দেৱ' দৰবাৰী কবি বিদ্যাপতিৰ অনুপম সৌন্দৰ্যখচিত ভিন্ন ৰসাশ্ৰয়ী পদাৱলীৰ কথা বিশেষভাৱে উল্লেখযোগ্য। শতিকাৰ পিছত শতিকা জুৰি উত্তৰ-পূৰ্ব ভাৰতত প্ৰচলিত অৰ্বাচীন অপভ্ৰংশ বা অৱহট্‌ঠত ৰচিত লৌকিক গীত-মাতক অনুকৰণত কবি জয়দেৱে দেৱভাষাত ৰচনা কৰিছিল তেওঁৰ যুগজয়ী *গীত গোবিন্দ*[১]। অসমত আৰম্ভ কৰি গুজৰাত-পঞ্জাবলৈকে জয়দেৱৰ অভিনৱ গীতাৱলীৰ জনপ্ৰিয়তা আছিল অসীম। মৈথিল কবি বিদ্যাপতিয়ে জয়দেৱৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ পূৰ্বাঞ্চলত বহুলভাৱে প্ৰচলিত লৌকিক ভাষাটোত তেওঁৰ সৌন্দৰ্যখচিত পদাৱলী ৰচনা কৰিছিল। জন-গণে বুজি পোৱা গুণে বিদ্যাপতিৰ আনন্দ-নিস্যন্দী পদাৱলীয়ে মিথিলাৰ উপৰি অসম, বংগদেশ, উৰিষ্যা আৰু নেপালতো জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সমৰ্থ হয়।[২] মিথিলাত জন্ম গ্ৰহণ কৰা বিদ্যাপতিৰ পদাৱলীক মৈথিল ভাষাৰ নিদৰ্শন ৰূপে কোনো কোনোৱে সাব্যস্ত কৰিলেও সি পূৰ্ণ সত্য নহয়। বিদ্যাপতিয়ে সংস্কৃতৰ উপৰি *কীৰ্তিলতা* আৰু *কীৰ্তিপতাকা*নামৰ গ্ৰন্থ দুখনি ৰচনা কৰে অৱহট্‌ঠত। কোনো কোনোৱে[৩] উক্ত কাব্য দুখনিৰ ভাষাকো *মৈথিল অপভ্ৰংশ* ৰূপে চিনাক্ত কৰিব খোজে।[৪] অৱধী ভাষাৰ শ্ৰেষ্ঠকবি গোস্বামী তুলসীদসে *ৰামচৰিত মানস* ত যিদৰে অৱধী ভাষা প্ৰয়োগ কৰিছে ঠিক তেনেকৈ *বিনয়-পত্ৰিকা*আৰু *শ্ৰীকৃষ্ণ গীতাৱলী*ত প্ৰয়োগ ঘটাইছে— ব্ৰজভাষাৰ। পঞ্জাবৰ একাধিক সন্ত কবিয়ে নিজৰ মাতৃভাষা পৰিহাৰ কৰি জনপ্ৰিয় ব্ৰজভাষাত গীত-মাত ৰচনা কৰাটো বহুতেই জানে। বিদ্যাপতি ঠাকুৰে ৰাজ-দৰবাৰৰ বাহিৰে-ভিতৰে তেওঁৰ পদাৱলী জনপ্ৰিয় কৰাৰ মানসে অৰ্বাচীন অৱহট্‌ঠজাত, চতুৰ্দশ শতাব্দীৰ লৌকিক গীত-মাতৰ সৱৰৱাহী ভাষাটো প্ৰয়োগ কৰিবলৈ কাৰ্পণ্য কৰা নাছিল। একদৰে উমাপতি ওঝাই তেওঁৰ প্ৰখ্যাত *পাৰিজাত হৰণ নাটত* সন্নিবিষ্ট প্ৰায় কুৰিটা গীততো উক্ত ভাষাকেই প্ৰয়োগ কৰিছিল। অসমীয়া ব্ৰজবুলিৰ সৈতে বিদ্যাপতিৰ পদাৱলীৰ ভাষাৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক নিকটতম সাদৃশ্যৰ

---

১ সুকুমাৰ সেন — *বৈষ্ণৱ পদাৱলী*, ভূমিকা, পৃ ৬

২ Jha. S. - (ed) *The Songs of Vidyapati*, Introduction.

৩ Jha. S. - *Formation of Maithili Language*. pp. 37 - 40

৪ Jha. S.– *Ibid* p. 37

ভেটিত ভৰ দি সংকোচ বিহীন ভাবে উক্ত কবিজনাৰ গীতাৱলীৰ ভাষাক *প্ৰাৰম্ভিক ব্ৰজবুলি* আখ্যা দিব পাৰি।

৫.২.০. যি সময়ত বিদ্যাপতিয়ে শাক্ত-শৈৱ আৰু বৈষ্ণৱ পদাৱলী ৰচনাত হাত দিছিল, সেই সময়ত অসম আৰু বংগদেশত অজ্ঞাত কবিয়ে গীত-পদ-গাথাদি ৰচিলেও সি কালৰ বুকুত জাহ গ'ল। আনহাতে অসমত ত্ৰয়োদশ শতাব্দীৰেপৰা ব্ৰজবুলিয়ে এটা সুকীয়া ৰূপ পৰিগ্ৰহ কৰিছিল। খ্ৰীষ্টীয় ত্ৰয়োদশ শতাব্দীৰ প্ৰথম ভাগত খোদিত *আমবাৰী শিলালিপি* ( ১১৫৪ শক বা ১২৩৩ খ্ৰীষ্টাব্দ) আৰু চতুৰ্দশ শতাব্দীৰ মধ্যম তৰংগত খোদিত *গছতল স্তম্ভলিপি* ( ১১৪৮ শক বা ১৩৬২ খ্ৰীষ্টাব্দ)ৰ ভাষাই তাৰ সাক্ষী[৫]। ফলি দুখনিৰ প্ৰথম খনিত ২২ টা শব্দ আছে। তাৰে ছ টা শব্দ (বাণ, ভণতি, মূঢ়, যোগী, সম আৰু সগুণ) চৰ্যাগীতত ব্যৱহাৰ হৈছে আৰু ঈশ (শ° ব°), চক্ৰ, (শ° ব°), কৃয়া (কে°) দান (ৰা°) প্ৰবল (ক°), বোলে (ক°) বাণ (ৰা°) ভণতি (ক°) মূঢ় (ৰাম° ৪), যবন, যোগী (পি°) সম (পা°) প্ৰভৃতি শব্দ অসমীয়া ব্ৰজবুলিত প্ৰয়োগ হৈছে। দ্বিতীয়খন ফলিৰ মুঠ সাতত্ৰিশটা শব্দৰ জল, বাংগাল, বহু, বৈৰী আদি চৰ্যাগীতত আৰু ইতি (কে°). ইহাত (অ°), এৰিয়া (ৰামা° ৫৭), কাৰ্য (ক°), গণন (গণিবে — ৰামা° ৭৯); জল (ৰামা° ৩৫), দেখহু (দেখ — ৰা°), ফন্দ (ফন্দিয়ে — ক°), বহু (ক°), বৈৰী (শ° ব°), যাম (যা — মা° ব°) প্ৰভৃতি শব্দ ব্ৰজবুলিত পোৱাটো উল্লেখযোগ্য।

৫.৩.০. স্থান আৰু কালৰ তাৰতম্য হোৱা সত্বেও অসমৰ ব্ৰজবুলিৰ সৈতে মিথিলাৰ প্ৰাৰম্ভিক ব্ৰজবুলিৰ সাদৃশ্য ভালেখিনি। ইয়াৰ কাৰণ দুয়োখন ঠাইৰ ব্ৰজবুলিৰ মূল একে অৰ্বাচীন অবহট্‌ঠ। তলত অসমীয়া ব্ৰজবুলিৰ ৰূপবোৰ বাওঁহাতে অথবা পোনতে লিখি সোঁহাতে অথবা তলত মিথিলাৰ ব্ৰজবুলিৰ উদাহৰণ সমূহ দেখুৱা হ'ল।

৫.৪.০. *ধ্বনিতত্ত্বমূলক*

৫.৪.১. প্ৰাৰম্ভিক ব্ৰজবুলি আৰু অসমীয়া ব্ৰজবুলি উভয়তে অন্তিম স্বৰৰ অৱস্থিতি লক্ষণীয়। যেনে— জামিনি জাই (ৰা°), ৰাঘৱ ৰাম (ৰা° = ইয়াত ৰামৰ উচ্চাৰণ ৰা + ম + অ) ; — উড়এ (বি° ৩৪), জাএ (বি° ২১), পাবএ (বি° ৩৬), পাৰএ (বি° ৩৪), পাসৰএ (বি° ৩৪) ইত্যাদি।

৫.৪.২. দীৰ্ঘস্বৰ হ্ৰাস হোৱাটো অসমীয়া ব্ৰজবুলি আৰু প্ৰাৰম্ভিক ব্ৰজবুলিৰ এটা বিশেষ লক্ষণ। যেনে— অনুপাম অনুপম (ক°); — আগমনে > অগমনে (বি° ২৩), মালতী > মালতি (বি° ১২২), লজ্জা > লাজ ইত্যাদি।

৫.৪.৩. অসমীয়া ব্ৰজবুলিৰ দৰে প্ৰাৰম্ভিক ব্ৰজবুলিতো হ্ৰস্বস্বৰ দীৰ্ঘ হয়। যেনে— অদ্য > আজু (ৰাম° ১৯) ; — অঞ্চল > আঁচল (বি° ৭৭), অন্তৰ > আন্তৰ (বি° ৩৩), অঞ্জলি > আঁজুৰি (বি° ১৮৩), কজ্জল > কাজৰ (বি° ১৩৪), চন্দ্ৰ > চান্দ (বি° ১০৩ ) ইত্যাদি।

---

৫ ফলি দুখনৰ পাঠ প্ৰথম অধ্যায়ত দিয়া হৈছে।

৫.৪.৪. হ্রস্ব আৰু দীৰ্ঘ-ইকাৰৰ পাৰ্থক্যহীনতা দুয়োঠাইৰ ব্ৰজবুলিতে দেখা যায়। যেনে ঃ— ৰমনি (বা°), ৰমণী (বা°) ; — ঘৰণি (বি° ১৫৩), ৰমণী (বি° ১৭৬), ৰয়ণি (বি° ১৭৬) ইত্যাদি।

৫.৪.৫. অপভ্ৰংশত সংস্কৃতৰ ঋ  ৰি (ৰিঃ কেৰলস্য, হে° ৮।১।১৪০) আৰু ই (ইত্ কৃপাদৌ — হে° ৮।১।১২৮) লৈ পৰিৱৰ্তন হোৱা নিয়মটো উভয় ঠাইৰ ব্ৰজবুলিৰে সাধাৰণ সম্পদ। যেনেঃ— ঋষি > ৰিসি (বা°), অমৃত > অমিয়া (ৰাম° ১১) ; — ৰিতুপতি (বি° ১৮৬), অমিয়ে (বি° ১৫৭) ইত্যাদি।

৫.৪.৬. প্ৰাকৃতৰ স্তৰতে স্বৰৰ পিছত থকা অসংযুক্ত ক, গ, চ, জ, ত, দ, প, য় আৰু ব লোপ পোৱা ৰীতিটো[৬] প্ৰাৰম্ভিক ব্ৰজবুলি আৰু অসমীয়া ব্ৰজবুলিৰো বৈশিষ্ট্য। যেনে ঃ— কনক্ > কনয় (বি° ২০১), পৰ্বত > পবয় (বি° ১৮৮), প্ৰেয়সী > প্ৰেঅসি (বি° ১৭৯); — গোৰূপ > গৰু (কে°) ইত্যাদি।

৫.৪.৭. প্ৰাকৃত আৰু অৱহট্ঠত শ, ষ আৰু স ৰ স্তিতৰত সব প্ৰয়োগ বহুলতা[৭] প্ৰাৰম্ভিক ব্ৰজবুলি আৰু অসমীয়া ব্ৰজবুলি উভয়তে দেখা যায়। উদাহৰণ ঃ— কেশৰী > কেসৰি (বি° ২৬), প্ৰকাশ > পৰগাস (বি° ১১০), শশী > সসী (বি° ২৬), শম্ভু > সম্ভু (বি° ১৭৭), সুপুৰুষ  সুপুৰুস (বি° ৮) ; — প্ৰকাশ > পৰকাস (কা°) ইত্যাদি।

৫.৪.৮. য ৰ ঠাইত জ হোৱাটো অসমীয়া আৰু প্ৰাৰম্ভিক ব্ৰজবুলিৰ সাধাৰণ নিয়ম। যেনে ঃ— যৈচন > জৈচন (প°), জৈছন (ক°) ; — যামিনী > জামিনি (বি° ২), যৌবন > জৌবন (বি° ৩৩৩) ইত্যাদি।

৫.৪.৯. সংস্কৃত, প্ৰাকৃত[৮] আৰু অপভ্ৰংশৰ দৰে দুয়ো বিধ ব্ৰজবুলিতে ৰ আৰু ল অভেদ। যেন ঃ— গালি > গাৰি (ক°), গোৱালী > গোআৰি (অ°) ; — দালিম্ব > ডাৰিম্ব (বি° ২৪৮), গোপাল > গোআৰি (বি° ১৪), জলদ > জৰদ (বি° ৭৬) ইত্যাদি।

৫.৪.১০. সংস্কৃতৰ খ, ঘ, থ, ধ আৰু ভ প্ৰাকৃত আৰু অৱহট্ঠৰ দৰে অসমীয়া আৰু প্ৰাৰম্ভিক ব্ৰজবুলিতো 'হ' লৈ ৰূপান্তৰ ঘটিছে। যেনেঃ— লঘু > লহু (কা°), লিখিল > লিহিল (ক°) ; — লিখ > লিহ (বি° ২৪১), লঘু > লহু (বি° ২৪), নাথ > নাহ (বি° ১২০) ইত্যাদি।

৫.৫.০. *ৰূপতত্ত্ব মূলক ঃ প্ৰকৃতি*

প্ৰাৰম্ভিক ব্ৰজবুলিৰ প্ৰকৃতিসমূহ অসমীয়া ব্ৰজবুলিৰ প্ৰকৃতিৰে অভিন্ন। সিবোৰ অ, আ, ই, ঈ, উ, এ আৰু ও কাৰন্ত। প্ৰাৰম্ভিক ব্ৰজবুলিৰ উদাহৰণ— ভ্ৰমৰ (বি° ২), পিআ (বি° ২) অঙ্গুলি (বি° ২), মঞ্জৰী (বি° ২), ভালহু (বি° ৪), উপএ (বি° ৬) আৰু পাও (বি° ৪২) ইত্যাদি।

---

৬. ক গ চ জ ত দ প য় বাং প্ৰয়োলুক হে° ৮/১/৭৭

৭. শ ষোঃ সঃ - হে° ৮/৪/৩০৯

৮. বস্ত লো ৰা - হে° ৮/৪/৩২৬

*৫.৬.০. বচন*

অসমীয়া আৰু প্ৰাৰম্ভিক — উভয় ব্ৰজবুলিত বিশেষ্য অথবা সৰ্বনাম শব্দৰ আগে পিছে সম্বন্ধ সূচক অনেক, জন, সকল আৰু -সব পৰসৰ্গ অথবা শব্দৰ প্ৰয়োগত বহুবচনৰ নিৰ্দেশ দিয়া হৈছে। যেনে ঃ— অনেক বালেক (ৰাম° ৫৫), তনয় জন (ৰাম° ১৪) সকল নিগম শিৰ (ৰাম° ৭৫), বিদ্যাধৰ সৱে (ৰাম° ৬) ; — অনেক পদাতি (বি° ৩৪), গুৰুজন (বি° ১০), সকল কুলস (বি° ১৯), সে সবে (বি° ২৩) ইত্যাদি।

*৫.৭.০. লিংগ*

অসমীয়া আৰু প্ৰাৰম্ভিক — উভয়বিধ ব্ৰজবুলিত স্ত্ৰীলিংগ বাচক প্ৰত্যয় হ'ল -ঈ আৰু -ইনী। উদাহৰণ ঃ— ৰাক্ষসী (ৰা°), ৰাজনন্দিনী (ৰু°) ; — ঘৰিনী (বি° ১৭০), নাগৰি (বি° ১৭৭), কামিনি (বি° ৭৮), সাপিনি (বি° ৭৯) আদি। কৰ্তাৰ লিংগ অনুযায়ী ক্ৰিয়া আৰু আনুসংগিক বিশেষণৰ পৰিবৰ্তনৰ দুই এটা নিদৰ্শন অসমীয়া ব্ৰজবুলিত পোৱা যায়। যেনে ঃ— ওহি সাহংকাৰি নিদাৰুণি গুবাৰি (চো°), ৰাজনন্দিনি ভএ পৰম আকুল ভেলি (ৰু°)। এই বৈশিষ্ট্যৰ বহু দৃষ্টান্ত প্ৰাৰম্ভিক ব্ৰজবুলিত আছে। যেনে—

বৰিসএ লাগল গৰজি পয়োধৰ ঘৰণী দন্দুৰি ভেলি।

নৱি নাগৰি ব্ৰত পৰদেশ বালভু আওত আসা গেলী ।। (বি° ১৭৭)

ইয়াত কৰ্তা হ'ল - স্ত্ৰীলিংগবাচক ঘৰণী আৰু আসা। সেইবাবে ক্ৰিয়াৰূপ ভেল আৰু গেলৰ ৰূপ স্ত্ৰীবাচক ভেলী আৰু গেলী হৈছে।

*৫.৮.০. কাৰক বিভক্তি*

*৫.৮.১. শূন্য বিভক্তি*

অসমীয়া আৰু প্ৰাৰম্ভিক ব্ৰজবুলি উভয়তে সকলো কাৰকত শূন্য বিভক্তিৰ প্ৰয়োগ বৰ্তমান।

(১) অসমীয়া ব্ৰজবুলিৰ উদাহৰণ ঃ—

ক° কৰ্তা — আৱত কানু (প°), শংকৰ কহ (শ° ব°), খ° কৰ্ম — জানেকী শিৰত চৰাই (শ° ব°), বদন বিনিন্দিত চান্দা (ভ°), গ° কৰণ — কুণ্ডল মণ্ডিত (শ° ব°), ঘ° নিমিত্ত— চল গোবালেৰ পাড়া (পি°), সুত চঞ্চল পৰদেশ (শ° ব°), ঙ° অপাদান— গগন হন্তে পৰল (ৰা°), ভৱ কাৰাগাৰ তাৰক নাহি (শ° ব°), চ° সম্বন্ধ — ৰাম চৰণহি লাও (শ° ব°), ছ° সম্বন্ধ — গোপ ৰমণীমেলা (কে°) কদম্বক মূল (শ° ব°) ইত্যাদি।

(২) প্ৰাৰম্ভিক ব্ৰজবুলি ঃ— ক° কৰ্তা — জুবতি কলবুতি আনে (বি° ১), নয়ন ভুলন (বি° ৪), খ° কৰ্ম — চান্দ বাহু ভবে চৰহুল সুমেৰু (বি° ৬), নিন্দএ চন্দন পৰিহৰ ভূষণ/চান্দ মানএ জানি আগি।। (বি° ২৮), গ° কৰণ— জিবহ অৱাধন অগন ন ভেলা

(বি° ৪), গোপী হসলি আপন মুখ হেৰি/চান্দ পলায়েল হৰিনক সেৰি।। (বি° ২৫৭), ঘ° নিমিত্ত— জে নিৰবাহ কৰএ নহি পৰিএজ/তাক কে মীঅএ আসা।। (বি° ২২০). ঙ° অপাদান— ওহ বাহু ভীত (বি° ৭৯), কমল গৰএ মকৰন্দা (বি° ১৮৪) আৰু চ° অধিকৰণ - কওন দেস বসল (বি° ৬১), ন মুখ বচন (বি° ১) ইত্যাদি।

৫.৮.২. এ বিভক্তি যুক্ত কাৰক

ক° কৰ্তা— নন্দে দেখোক (অ°), ভকতে লিজে (শ° ব°) ; — কাপ ঘন হুন - সব শৰীৰে (বি° ১), কামে তেজল সৰ চাপে (বাগ° ৭৫) ইত্যাদি।

খ° কৰ্ম— ধেনুক কেশিয়ে (ভ°) ; -চাঁদনে আনি (বি° ৯৫), জলধৰ সময় কৰধু জলদানে (পাৰিজাত° ৫৭) ইত্যাদি।

গ° কৰণ— দশোদিশে গেল (ক°), সোহ পাশে ছন্ন (শ° ব°) , - চুম্বনে নয়ন কাজৰ গেল (বি° ১) পুলকে পুৰি (বি° ৫৮) ইত্যাদি।

ঘ° নিমিত্ত - গোকুলে চলেৰে (কা°), নন্দ ঘৰে আসিল (মা° ব°) ; - এৰ জীৱন কি অ কাজে (পাৰিজাত° ৪৩), চনু আপন ভৱনে (বি° ২৭) ইত্যাদি।

ঙ° অপাদান— কমল নয়নে ঝুৰে (কে°), নয়নে নিগড়ে (চো°) ;— নয়নে গলএ নিৰ/কমলে ঝৰএ মকৰন্দা // (বি°২৮) ইত্যাদি।

চ° সম্বন্ধ— আপুন কেৰি ছুটেৰে (শ° ব°), অন্তকেৰি দায় (শ° ব°) ; — জলধৰে কুসুম কইসন ৰে মালা (বি° ৮০), ধনুহাতে (পাৰিজাত° ৫২) ইত্যাদি।

ছ° অধিকৰণ — অন্তকালে গতি (মা° ব°), পাৰে পৰিহৰি (শ° ব°) ; — একহি জনমে (বি° ৫২), থোৰি দৰসনে (বি° ৮৫) ইত্যাদি।

৫.৮.৩. -ক বিভক্তি যুক্ত

সম্বন্ধ — গোবিন্দক নামা (শ°ব°) ঋষিক বাণী শুনি (ৰা°) একক হৃদয় (বি° ৪১), পৰক ৰতন আনি (বি° ১) ইত্যাদি।

৫.৮.৪. - কে (ক + এ) বিভক্তি যুক্ত

ক° কৰ্ম — জগতকে বিয়াপি (কা°) ; — ই সংসাৰ হাতকে মানহ (বি ১৩) কাহুকে পান (বি° ৬) ইত্যাদি।

খ° সম্বন্ধ— উনকে লাগি (বামা° ৪৯) ; — হৰসিত হো লংকাকে ৰাএ (বি° ৪১) ইত্যাদি।

৫.৮.৫. -হি আৰু - হ যুক্ত

ক° কৰণ— নিজানন্দ মুখহি (শ° ব°), বেঢ়ল লাজহি (কা°) ;— নিকসহি হো মাস (বি° ৩২), মধুহী মাতল (পাৰিজাত° ৩৮) ইত্যাদি।

খ° সম্বন্ধ — কংসকহি ভাই (ভ°), হৰিকহ চৰণা (শ° ব°) ;— অপনহ তনু (পাৰিজাত° ৪০), মিলল সসিহি কলা (বি° ২৭) ইত্যাদি।

গ° অধিকৰণ — সংগহি নাৰদ (ৰু°), সংগহি বৰনাৰী (পা°) ;— মনহি বঢ়ও (বি° ৮), নাগৰ বোলিঅ (বি° ৩০) ইত্যাদি।

৫.৮.৬. - কৰ, কেৰ, - কেৰা, - কেৰি, -ৰ, -ৰা, -ৰি, -ৰে আৰু -সি পৰসৰ্গ যোগত সম্বন্ধ ঃ— মাস চাৰিকৰ পথ (পা°), কৰ্ণেৰ কুণ্ডল (অ°), চান্দকেৰি কলা (ৰু°), মায়াৰ পাশ (শ° ব°), তোৰাসবক গাৱে (অ°) তোহাৰি পাৱে (ৰা°), ধেনুচাৰো তোৰে (ৰাম° ২৫); — তকৰ কৰও পৰিহাৰ (বি° ৭১), নাগৰিজন কেৰ বহুল বিলস (বি° ১৪০), জকৰা মদন মহীপতি সংগে (বি° ৫১), ঘৰ নহি দোসৰ কেৰা (বি° ৬৮), কুমতাকেৰি চোৰি ভেলি (বি° ২৩৮), জীৱন তোৰ (বি° ৪৭), কে মোৰা জএত (বি° ১৪), তোহাৰি মধুৰ গুণ (বি° ৪৭), তোহৰে চিন্তা (বি° ৪২), তাসু সমান (বি° ৪১) ইত্যাদি।

৫.৮.৭. - লাগি পৰসৰ্গ যোগত

নিমিত্ত কাৰক — তাহে লাগি (পা°) ; — তিল এক লাগি (বি° ৮), দৰসন লাগি (বি° ৭৪) ইত্যাদি।

৫.৮.৮. - মাঝ পৰসৰ্গ যোগত

অধিকৰণ — কমল জলমাঝ (ক°) ;— কণ্টক মাঝ (বি° ৮৭) ইত্যাদি।

৫.৮.৯. অসমীয়া আৰু প্ৰাৰম্ভিক উভয় ব্ৰজবুলিতে বিভক্তিৰ দৰে পৰসৰ্গৰূপত ব্যৱহাৰ হোৱা কিছু শব্দ পোৱা যায়। তাৰে দুটামান—

ক° কাৰণ/কাৰণে — তিনি তাপে বিনাশ কাৰণ (ৰাম° ৪৪), হলধৰ কাৰণে (ৰামা° ৪০) ;— সাৰণ কাৰণ (বি° ১৩), কাজকে কাৰণে (বি° ৭১) ইত্যাদি।

খ° নিৰমান — বিধি কয় নিৰমান (ক°) ;— লোচন তোৰ তিতিনী নিৰমান (বি° ১৬৫) ইত্যাদি।

গ° পাশ/পাশে — প্ৰাণ পিউ পাশ আস (ক°) ;— মোহিত মায়াৰ পাশে (ৰাম°৯), নাগৰ পাস (বি° ৯৪), সাঁজৰি পাসে (বি° ৮) ইত্যাদি।

ঘ° বিনা/বিনু— হামো তোহো বিনে (ৰাম° ৫৬) ; — তনি বিনু (পাৰিজাত° ৫১) ইত্যাদি।

ঙ° মানে— আব্দুল দহোমানে (অ°), যত বোল মাত মানে (পি) ;— তালকে মানে (বি° ৪৯) ইত্যাদি।

৫.৯.০. *সৰ্বনাম*

অসমীয়া ব্ৰজবুলিত ব্যৱহাৰ হোৱা প্ৰয়োগৰ সৰ্বনামেই প্ৰাৰম্ভিক ব্ৰজবুলিত

প্ৰয়োগ হোৱাটো তাৎপৰ্য্যপূৰ্ণ। তলত সাদৃশ্যসমূহ দেখুৱা হ'ল।

৫.৯.১. *প্ৰথম পুৰুষৰ সৰ্বনাম*

(মো আৰু মোৰ তীৰ্যক ৰূপবোৰ)

ক° কৰ্তা— মঞি কৃষ্ণ বুলি (কে°) ;— মঞে অইলিহ (বি° ১৮৩) ইত্যাদি।

খ° কৰ্ম— আতমা মনিয়ে মোহি ; — বিব দেলএ মোহি (বি° ৬০), ইত্যাদি।

গ° নিমিত্ত— ভাবহ মন মোৰা (ৰাম° ৫৮);— কি মোৰ জীৱনে (বি° ১৯৫) ইত্যাদি।

ঘ° সম্বন্ধ— মেৰা গুৰু (ৰা°), মেৰি পামৰ মন (শ° ব°), প্ৰাণ ৰাখিবি মোৰ (শ° ব°), তাপিত তনু মোৰা (শ° ব°), মোৰে যশোদা জননী (ৰামা° ২৫);— মোৰ ঠাম (বি° ৪), বৈৰী মোৰা (বি° ২২), পিয়া মোৰে (ৰাগ° ৫৮) ইত্যাদি।

(হামৰ ৰূপবোৰ)—

ক° কৰ্তা— চাকৰ হামি (মা° ব°); — কি কহবো হামি (বি° ৩৪২) ইত্যাদি।

খ° সম্বন্ধ— হামাৰ মন থিক (ক°), দোষ পাচে নাহি হামাৰা (ভগী° ৩৩২), হামাৰি কতে হীন (ভ° গী° ৬৬), হামেৰি প্ৰাণ (ৰাম° ৬৫) ;— বচন হামাৰ (বি° ৪৪), সৰীৰ হমাৰা (বি° ৬২), হিৰদয়ে হমাৰি (বি° ৭০), হমাৰে বচনে জে (বি° ৩১) ইত্যাদি।

৫.৯.২. *দ্বিতীয় পুৰুষৰ সৰ্বনাম*

ক° কৰ্তা— তঞি দেখনা (মা° ব°), জানিলো আসিলা তুমি (পি°), তুহুবে নুবুজ প্ৰভু (ভ° গী° ৩৮১), তোহোঁ কমলাপতি (ভ° গী° ৮৫), তোহে কৃপানিধি (ৰামা° ৪৫) ;— কথা তুমী (বি° ২১১), তঞে বসমাৰ (বি° ৩৯), তুহু বস সাগৰ (বি° ৪৬) ইত্যাদি।

খ° সম্বন্ধ — মুখহি সাথী তোৰ (চো°), ধেনু চাৰো তোৰে (ৰাম° ২৫), পামৰ তোহাৰা (ৰাম° ২৩), নাম তোহাৰি (ভ° গী° ১০৪) ; — সাঙ্গন তোৰ (বি° ৬০), তোৰে বিৰহে (বি° ৬৭), নাম তোহাৰ (বি° ৫), পিৰিতি তোহাৰি (বি৷ ৮১) ইত্যাদি।

৫.৯.৩. *নিজবাচক সৰ্বনাম*

আপ — আপহি আপ বহৈছো (ৰাম°) আপন — এক পাত্ৰ আপন (ভ°) আপুনি— আপুনি দধি মথিতে লাগল (অ°); —সুপুৰুষ আপ (বি° ১৬৯), আপন ধন্ধ ন কোই (বি° ৩), আপনি হানি (বি° ১১৫) ইত্যাদি।

৫.৯.৪. *দূৰ নিৰ্দেশক সৰ্বনাম*

(সে আৰু তা — শব্দ)

ক° কৰ্তা— গত সে সৰো (কে°), তাহে পেখি (ৰা°), — তেহি অৰৰ কৰু

(বি° ১৩৬) ইত্যাদি।

খ° কর্ম— সে অৱশ্যে কৰিতে লাগে (পা°); ব্ৰজবাসী দেখে তাক (ভো°); — সে মৰে সুমৰি (বি° ৫১), তাকে বোলিঅ (বি° ১২) ইত্যাদি।

গ° নিমিত্ত— তাকৰ চোড়াইতে (মা° ব°); — তা কাকে দিঅ এ আসা (বি° ২১৯) ইত্যাদি।

ঘ সম্বন্ধ— শংকৰ তাকেৰি অংশ (ভ°); তাহেৰি গুণ শুনি (স° ব°); — তাকেৰি কাএ (বি° ১৬৩), তাহেৰি বিভাগে (বি° ১৭৬) ইত্যাদি।

ঙ° অধিকৰণ— তাহে পদ সেৱি (ভ° গী° ২২৫) ;— তাহে ৰস পৰ চাৰ (বি° ৪৭) ইত্যাদি।

(সো শব্দ)

সো হৰি গোৱালী (ভ° গী° ৬৪) ;— সোই ৰমণীগণ (বি° ২০৭) ইত্যাদি।

৫.৯.৫. *নিকট-নির্দেশক সর্বনাম*

ইহ পৰলোকে গতি (শ° ব°), অথিৰ এহু সংসাৰ (শ° ব°), ওহি ভাব সুমৰি (ভ° গী° ৬৭) ; — ই মধু যামিনি (বি° ১৩) , এহ নিসংক (বি ৭৯), এহি অলিংগনে লাগি (বি°) ইত্যাদি।

৫.৯.৬. *সম্বন্ধবাচক সর্বনাম*

যা/জা— যা কুৰু সেৱা (শ° ব°); — জা লাগি (বি° ৪৮৭), জা সএ্রানেহ (ৰাগ -৬৫) ইত্যাদি।

জাহে = যাহে নাম শুনি (প°) ;— জা লাগি (বি° ৮৯), জখনে জতনে জাহি (বি° ১৮) ইত্যাদি।

যাহেৰি/জাহেৰি— যাহেৰি স্ৰজনা (পা°) ;— জাহেৰি হৃদয় (বি ১৭৬) ইত্যাদি।

যে/জে— শ্ৰী যে আজ্ঞা কৰে (পা°) ;— জে কাজ ন কৰ এ (বি° ৫) ইত্যাদি।

যো/জো— যো পদ দেৱক দেৱা (ৰাম° ৪১) ; -জো ৰস বনিজএ (বি° ৫০) ইত্যাদি।

৫.৯.৭. *প্ৰশ্নবাচক সর্বনাম*

কা — কা কৰব (পা°) ; — কা লাগি আনল (বি° ১২) ইত্যাদি।

কি— কি ৰূপ পেখলো (ৰামা° ২১) ;— কি কহব (বি° ৫) ইত্যাদি।

কে— তুহু কে (ক) ; — কে বসন্ত মহ (বি° ২০) ইত্যাদি।

কোনে— কোনে আসি হামাক (কা°) ; কোনে আবত দেলা (বাগ° ৮৬) ইত্যাদি।

৫.৯.৮. *অনিশ্চয়বাচক সর্বনাম*

(কিছু, কেউ, কেহ)

ক° কর্তা— ৰাখবি নাহি কেউ (ভ°), কেহো বোলে (অ°); — কেও আগৰ চন্দন (বি° ১১), কেহ দেখল নগনা (বি° ২৫৫) ইত্যাদি।

খ° কর্ম— তোহো কিছু বুঝয়ে নাহি (ক°), কাহেক পঠাওঁ (ক°); — কিছু ন গুনল (বি° ৫), কাহ ন দেখিঅ (বি° ১২০) ইত্যাদি।

গ° সম্বন্ধ— কাহেক ছাবাল (ৰা°); কাহুক জনু হো বিহিক বিবোধ (বি° ২৩০) ইত্যাদি।

(আন আৰু সব)

আন ধন নাই (ৰাম° ২০), আনক বন্ধন ছোড়ব (অ°), সব্ব চোৰহ ধান্ধা (ৰাম° ২৯) ;— সৌৰভে জানত আন (বি° ৫৮), অনক বতন (বি°১৬), সবে বিপৰীত ভেল (বি° ৯) ইত্যাদি।

৫.৯.৯. *সর্বনামজাত বিশেষণ*

ক° গুণবাচক বিশেষণ আৰু ক্রিয়া বিশেষণ —

* ঐছন— ঐছন ৰূপ (ভ° গী° ৬৩) ; ঐসন বব গো (বি° ২৭), * কৈছন— কৈছন গতি আৰা (ভ° গী° ১৪৫) ;— কৈসন হোঅ মালা (বি° ১৪০), * তৈছন— তৈ ছন অথিৰ (ভ° গী° ২২৭) ; — তৈসন জে থিৰ (বি° ১২৫), * জৈছন—জৈছন সপোন (ভ° গী° ১৪৫); — জৈসন অবসান (বি ৪), * এহেন— এহন দুখিত হাসো (ৰাম° ৩৭); — এহেনে অবয়বে (বি° ১০১) ইত্যাদি।

খ° স্থানবাচক বিশেষণ—

* এথা— এথা নোহে (পা°) ;— পথিক এথা লেহে (বি° ৪৪), * কতিহো— কতিহো নাহি উপাম (মা° ব°) ;— কতহু সুবন্তি (বি° ৩), * কাহা— কাহে পলাব (পা°);— কে কব কহাঁ (বি° ২৫৪), * যাহা— যাহা প্রিয়া কন্নিণী (ক°) ;— জহা বৈসলাহ জহা (বি° ২৫৪), * তথি— কথি গিয়া থিব (অ°) ; — ততহি জাইঅ (বি° ২০১) ইত্যাদি।

গ° কালবাচক বিশেষণ আৰু ক্রিয়া বিশেষণ—

* এখনে — এখনে কাতৰ কৰোঁ (ছুঁ°); — এখনেঐ জনি (বি° ১০০) * জেখনে— শ্রীকৃষ্ণ জেখনে অংগীকাৰ কৰল (পা°), জখনে ছুকল ইডি (বি° ৬১), * তেখন— তেখনে কোল হন্তে (অ°) ; তখনে অকাসিল (বি° ২০৬)

ঘ° অন্যান্য ক্রিয়া বিশেষণ—

*কৈছে— কৈছে ভকতি না কাই (ভ° গী° ৭৬) ; কৈসে কএ (বি° ২), *জৈছে— লভিয়ে জৈছে (ভ° গী° ৭৬) ; — জৈসে মধুকৰ (বি° ৫২) ইত্যাদি।

৫.১০.০. *ক্রিয়াৰ ভাব আৰু কাল ঃ মৌলিক বর্তমান কাল*

৫.১০.১. প্রথম পুৰুষ ঃ কৃৎ প্রত্যয় — ওঁ, আৰু ই

উদাহৰণ— পয়ৰহি লাগো (শ° ব°), হামো যে কহি (পি°) ; — আপন বেদন নিবেদওঁ (বি° ৩), চল দেখনে যাউ ঋতু বসন্ত (বি° ২৬১) ইত্যাদি।

৫.১০.২. দ্বিতীয় পুৰুষ ঃ কৃৎপ্রত্যয় — অস

উদাহৰণ — তনু পুনুহু নপাস (মা° ব°) ; -অবহু উলটি ঘৰ আসি (বি° ১৬৫) ইত্যাদি।

৫.১০.৩. তৃতীয় পুৰুষ ঃ কৃৎ প্রত্যয় ঃ — ∅ , - ই, - ইতে, -এ আৰু -ওই।

উদাহৰণ— শঙ্কৰ কহ (শ° ব°), যোগী যাহাকু ধিয়াই (মা° ব°), লক্ষ্মী নিবাসিও (ভ°), ভীষ্মক ঢালে ভংগাৰ (ক°), বিমোহিত হোই (শ° ব°); — পুনু পুছ পুন পুছ (বি° ১৩) - গাবই (ৰাগ° ৭৭), ছাড়ন নাহি ঠাম (বি° ১১), গাবৈ (ৰাগ° ৭৭) ইত্যাদি।

৫.১০.৪. *অনুজ্ঞা*

ক° দ্বিতীয় পুৰুষ ঃ কৃৎ প্রত্যয় - অ, - অহু, -উ, -হি আৰু -হু।

উদাহৰণ — তোৰাসব সত্ত্বৰে আব (চো°), সত্ত্বৰে শিশুপালক আনহ (ক°), স্বামী সত্ত্বৰে কুৰু (পা°), চোৰ চোড়হ্ অব (ৰাম° ১২), মেৰি জোড়হ ভব পাশা (ৰামা° ৬১); — দুহু বহ নীৰ (বি° ১১৬), পুছহু সখি (বি° ৫), তুৰিত কহহি (বিः স° ৫), বিমল জস লেহু (বি° ২০৫) ইত্যাদি।

খ° তৃতীয় পুৰুষ— কৃৎ প্রত্যয় -অ আৰু - ওক

উদাহৰণ — কেলি লীলা ৰস জান (ৰা°), মৰণ মিলক (কা°) ;— দোসৰি জুনু হোঅ (বি° ২০), দুৰহি ৰহো মোৰি সেবা/ পহিল পঢ়োক উধাৰি ন দেবা (বি° ৪৬) ইত্যাদি।

৫.১০.৫. *অতীত কাল*

ক° অকর্মক ক্রিয়া ঃ কৃৎপ্রত্যয় - ল, - লি, আ ৰু -লোহো

উদাহৰণ — হামাক আনল (কে°), মান গোড়াৱলি (ৰাস°), বুঝলোহো জানলোহো (পা°) ;— কানূহ লজা এল (বি°), আইলি (ৰাগ° ৭), আইলিহ (ৰাগ° ৭৬) ইত্যাদি।

খ° সকর্মক ক্রিয়া ঃ ল কৃদন্ত

উদাহৰণ — অন্তরে মহিমা দেখল (অ°), তোহ্মো জীবন্তে মৰল (পা°), খেপল

শূল মাধৱক লাই (কে°) ;— মুকতা হমে গাথল (বি° ২২২) ইত্যাদি।

৫.১০.৬. *ভবিষ্যৎ কাল*

(-ব প্ৰত্যয়ান্ত)

ক° প্ৰথম পুৰুষ : - ব আৰু - বো প্ৰত্যয়ান্ত

উদাহৰণ — পাৰিজাত আনব (পা°), কৰবো কাহিৰে মাৰ (শ° ৰ°); —কাহি লকৰবো বোস (বি° ১৪৫), কি বোলিব লাজে (বি° ১৪১) ইত্যাদি।

খ° দ্বিতীয় পুৰুষ : - ব আৰু - বি

উদাহৰণ — হামাক বান্ধিতে পাৰব (অ°), কতি যাইবি তত্রি (অ°); — পাওব (বি° ৪৮), ৰাখবি (বি° ১৯), সুমৰবি (বি° ২০) ইত্যাদি।

গ° তৃতীয় পুৰুষ : - ব প্ৰত্যয়ান্ত

উদাহৰণ — আরব কৃষ্ণ (শ° ৰ°), মিলব মহোৎসব (শ° ৰ°) ; — আওব হৰি (ৰাগ° ৯৭), জান কান্ত (বি° ১৯) ইত্যাদি।

৫.১১.০. *অস্ত্যৰ্থক ক্ৰিয়া*

অসমীয়া আৰু প্ৰাৱন্তিক - উভয়বিধ ব্ৰজবুলিত একাধিক অস্ত্যৰ্থক ক্ৰিয়াৰ অৱস্থিতি মন কৰিবলগীয়া। এইবিধ ক্ৰিয়াৰ ধাতু হ'ল — ✓আছ ( প্ৰৱন্তিক✓অছ), ✓থাক ✓থিক আৰু ✓হ। উদাহৰণ —

কৰি আছো অভিলাস (ৰামা° ৬১), হামাক ত্যাজিয়া থাকা (ৰামা° ৩৯), মলয়া পয়ন থিক (ভ° গী° ৩৩৫) তোহাতেসে হন্তে হবে (কে°) ; — আছএ সুৰত ৰস (বি° ৬৩), কত অছ জুৱতি (বি° ৯), অস অপরূপ দুঅও চিৰে থাকএ (বি° ১৭৪), অধৰ অনিমা লখি নহি হোএ (বি° ৪২) ইত্যাদি।

৫.১২.০. *নাস্ত্যৰ্থক ক্ৰিয়া*

অসমীয়া আৰু প্ৰাৱন্তিক ব্ৰজবুলিৰ নঞৰ্থ ধাতুটো হ'ল — ✓নহ অথবা ✓নউ। কেতিয়াবা কেতিয়াবা ন উপসৰ্গৰ যোগতো নঞৰ্থ সূচিত হয়। উদাহৰণ— তোহো সব নহি কেৱ (ৰাম° ১৪), উচিত নহে (পি°) ; ন দেখই (বৈ° প°, পৃ° ৮১), ন বুঝ (বৈ° প°, পৃ° ৮৭), নহি জান (বৈ° প°, পৃ° ৯০) ইত্যাদি।

৫.১৩.০. *পূৰ্বকালিক কৃদন্ত*

পূৰ্বকালিক কৃদন্ত বুজাবলৈ অসমীয়া আৰু প্ৰাৱন্তিক ব্ৰজবুলিৰ প্ৰত্যয় হ'ল -ই। উদাহৰণ— আনি (কে°), উড় (কে°), উঠি (বৈ° প°, পৃ° ৯৫), কহি গেল (বৈ° প°, পৃ° ৯২), কৰি (বৈ° প°, পৃ° ৯৪), চাহি (বৈ° প°, পৃ° ৮৫), ছাড়ি (বৈ° প°, পৃ° ৮৮), সুনি (বৈ° প°, পৃ° ৮২) ইত্যাদি।

৫.১৪.০. *বৰ্তমান কালিক কৃদন্ত*

অসমীয়া আৰু প্ৰাৰম্ভিক উভয়বিধ ব্ৰজবুলিতে বৰ্তমান কালিক কৃদন্তৰ প্ৰত্যয় হ'ল -অন্তে আৰু -ইতে। উদাহৰণ— ৰাম হুয়া যান্তে (কে°), শুনিতে শত নিতৰে (শং ব°); মাৰন্তে ঘোৰা (পা° হ° ২৮); —আখি দেখাইতে (বি° ৩৪), জিৱইতে জুৱতী ন তেজ (বি° ১৭৮), তকৰা বজাইতে ক তএ নিৰোধ (বি° ৬৫), দূতী বোলইতে (বি° ৪) ইত্যাদি।

৫.১৫.০. *অতীত কালিক কৃদন্ত*

অসমীয়া আৰু প্ৰাৰম্ভিক ব্ৰজবুলিত অতীত কালৰ কৃদন্ত ৰচনাত -ইল, -ইলে আদি প্ৰত্যয়ৰ প্ৰয়োগ হয়। যেনে— মাৰল কংস (ভ°); কএলে ধন্ধে ধৰম দূৰ জাএ (বি· ২০৮), গেলে মান অধিক হোঅ (বি° ৬১), ধনি দেখলে মন (বি° ২৩) ইত্যাদি।

৫.১৬.০. *ক্ৰিয়া বিশেষণ*

অসমীয়া আৰু প্ৰাৰম্ভিক উভয় বিধ ব্ৰজবুলিতে ক্ৰিয়া-বিশেষণৰ সাদৃশ্য ভালেখিনি। কেইটামান সাদৃশ্য দেখুৱা হ'ল—

৫.১৬.১. কালবাচক —*অনুক্ষণ (ৰামা° ৫৩),=অনুখন (বি° ৬৫), *আজি (ৰামা° ৫৪), = আজি (বি° ২৩৬), —আজু (ৰামা° ৫০), আজু (বৈ°প°, পৃ° ৮০), *জব (ভ°গী° ৩৬৯), —জবে (বি° ১৭), *তবে (বি° ১৭), নিতে (ৰা° ৬৩) = নিতে (বি° ১৩), ইত্যাদি।

৫.১৬.২. স্থানবাচক — *আগু (ভ° গী° ১৬৪), = আগু (বি° ৯৭), *আগে (ৰা°), = আগে (বৈ° প° পৃ° ৯১), *পাচু (বি° ৩৮), *পাচে (প°), = পাচে (বি° ৫), ইত্যাদি।

৫.১৬.৩. ৰীতিবাচক —*ধীৰে ধীৰে (ব°), =ধীৰে ধাৰে (বৈ° প° পৃ· ৮৪), *পুনু পুনু (ক°), = পুনু পুনু (বৈ° প° পৃ° ৮৪),*ফিৰি ফিৰি (অ°) = ফিৰি ফিৰি (বৈ° প° পৃ· ৮৪),*বেৰি বেৰি (ক°), = বেৰি বেৰি (বৈ° প° পৃ· ৮৪) ইত্যাদি।

৫.১৭.০. *সম্বোধন সূচক শব্দ*

অসমীয়া আৰু প্ৰাৰম্ভিক ব্ৰজবুলিৰ সাদৃশ্য থকা সম্বোধনসূচক শব্দকেইটা হ'ল অহে, এ, ৰে আৰু হে।

৫.১৮.০. অব্যয় শব্দত ক্ষেত্ৰতো অসমীয়া আৰু প্ৰাৰম্ভিক ব্ৰজবুলিৰ সাদৃশ্য ভালেখিনি। বহুল প্ৰচলিত কেইটামান তেনে শব্দ হ'ল— আউৰ, ইক, কিম্বা, জনু আদি।

বিদ্যাপতিৰ পদাৱলীৰ সৈতে অসমৰ ব্ৰজবুলিৰ সাদৃশ্যসমূহে বিদ্যাপতি-উমাপতি প্ৰভৃতিৰ পদাৱলীক প্ৰাৰম্ভিক ব্ৰজবুলি ৰূপে থিৰ কৰাৰ্বলৈ সাহয্য দান কৰে। পিছে এইখিনিতে এটি কথাৰ উল্লেখ প্ৰয়োজন ঃ অসমীয়া ব্ৰজবুলি প্ৰাৰম্ভিক ব্ৰজবুলিৰপৰা

বিকশিত হোৱা নাই। প্ৰকৃতপক্ষে খ্ৰীষ্টীয় নৱম-দশম শতাব্দীৰপৰা চতুৰ্দশ শতাব্দীৰ অন্তিম তৰংগলৈকে সমগ্ৰ আৰ্যবৰ্তত প্ৰচলিত অৰ্বাচীন অৱহটঠৰ ভিন্নৰূপ সুৰকালীন আৰু সুৰপূৰ্ব ব্ৰজভাষা, কবীৰৰ দোহা, জায়সীৰ কাব্য, বিভিন্ন সন্তৰ বাণী, বিদ্যাপতি-উমাপতিৰ পদাৱলী, জ্ঞানদাস, গোবিন্দদাস আদিৰ পদাৱলী আৰু অসমৰ বৈষ্ণৱ কবি-নাট্যকাৰ সকলৰ ৰচনাত সংৰক্ষিত হৈছে। সেইবাবেই সমসাময়িক কবিসকলৰ গীত-পদৰ ভাষাৰ এটি নিকট সাদৃশ্য বিৰাজমান[১]।

—

১ বিদ্যাপতিৰ পদাৱলীৰ উদ্ধৃতিসমূহ বাহিৰে ড° সুভদ্ৰ ঝা সম্পাদিত *বিদ্যাপতি গীত সংগ্ৰহ*ৰপৰা চয়ন কৰা হৈছে যদিও বিহাৰ ৰাষ্ট্ৰভাষা পৰিষদ, পাটনাৰপৰা প্ৰকাশিত *বিদ্যাপতি পদাৱলী* (দ্বিতীয় ভাগ), বংগীয় সাহিত্য পৰিষদৰ দ্বাৰা প্ৰকাশিত *বিদ্যাপতি পদাৱলী* আৰু কলিকতাৰ বসুমতী প্ৰেছে ছপা কৰা *বিদ্যাপতি পদাৱলী* ৰ পৰাও উদ্ধৃতি দিয়া হৈছে। [illegible] ড° সুভদ্ৰ ঝাৰ ***The Formation of the Maithili Language*** ৰ পৰা আহৰণ কৰাটোও উল্লেখযোগ্য।

# ষষ্ঠ অধ্যায়

## অসমীয়া ব্ৰজবুলি
## আৰু
## পুৰণি অসমীয়া কাব্য-কথাৰ ভাষা

৬.০. প্ৰাক্-শংকৰ কালৰ অসমীয়া কবিসকলৰ কাব্যচৰ্চাৰ মাধ্যম আছিল একমাত্ৰ অসমীয়া। আনহাতে শংকৰ যুগৰ কোবা গৰাকী আগশাৰীৰ বৈষ্ণৱ কবিৰ সাহিত্য চৰ্চাৰ মাধ্যম আছিল অসমীয়া আৰু ব্ৰজবুলি। বংগ আৰু উৰিষ্যাৰ বৈষ্ণৱ কবিৰ দৰে অসমৰ কবিসকলেও ব্ৰজবুলিত অসমীয়া ভাষাৰ নানা উপাদানেৰে সমৃদ্ধ কৰি তুলিছিল । মহাপুৰুষ শংকৰদেৱে এই ভাষাত জয়জয়তে ৰচনা কৰে গীত আৰু অংকমালা। তেৰাৰ পৰৱৰ্তী ভালেকেইজন বৈষ্ণৱ সন্ত-মহন্তই ব্ৰজবুলিত গীত আৰু নাট ৰচি এই বিধ সাহিত্যৰ বিস্তৃতি ঘটায়।ব্ৰজবুলি ঠাঁচত কোনো কাব্য ৰচিত নোহোৱাত অথবা শাক্ত-শৈৱ পন্থীলোকে এই ভাষাত পৰ্যাপ্ত পৰিমাণে গীত-পদ ৰচনা নকৰাত কোনো কোনোৱে ইয়াত কৃত্ৰিমতাৰ প্ৰলেপ সানিবলৈ সুযোগ পাইছে। দৰাচলতে জন-সাধাৰণৰ মাজত প্ৰচলিত অৰ্বাচীন অপভ্ৰংশ বা অৱহট্‌ঠৰ অন্তিম স্তৰৰ ভাষাৰ বৈশিষ্ট্যৰে সমৃদ্ধ বৈষ্ণৱ কবিসকলৰ বৈষ্ণৱীৰ গীত-মাতৰ মাধ্যম, পুৰণি ভাষাই হ'ল-ব্ৰজবুলি। সেইবাবে প্ৰাক-শংকৰ অথবা শংকৰ যুগৰ কবিসকলে ৰচনা কৰা পুৰণি অসমীয়াৰ লগত ব্ৰজবুলিৰ সাদৃশ্য ভালেখিনি (অৱশ্যে বৈসাদৃশ্যও কিছু নথকা নহয়)। তলত সেই সাদৃশ্যৰ কিছু আভাস দিয়া গ'ল। বিভক্তি-প্ৰত্যয়, সৰ্বনাম আৰু ক্ৰিয়াত সেই সাদৃশ্য বিশেষভাবে লক্ষণীয়।

৬.১. **বিভক্তি :** ইয়াৰ ভিতৰত পৰে শব্দ বিভক্তি, স্ত্ৰী প্ৰত্যয়, বহুবচনসূচক আৰু নিৰ্দিষ্টতা বাচক প্ৰত্যয়।

৬.১.১. **শব্দবিভক্তি :**

- এ : প্ৰথমা, তৃতীয়া আৰু সপ্তমী। যেনে - বাপেকে (ল°), লক্ষ্মণে (ক°), শোণিতে (ক°), কোপে (ল°)

- ক : দ্বিতীয়া, চতুৰ্থী। যেনে - আয়েকক (ল°), লোকক (ক°), মাৰিবাক (ক°)।

- ৰ : ষষ্ঠী। যেনে - ধোবাৰ (ল°), মুনিৰাজৰ (ক°)।

- ত : সপ্তমী। যেনে - নগৰত (ল°), শাৰাত (ক°)

- হন্তে ঃ পঞ্চমী। যেনে - ভয়হন্তে (ক°)

৬.১.২. স্ত্ৰী প্ৰত্যয় ঃ -ঈ, -নী। যেনে - নগৰী (ক°), পাপীষ্ঠী (ক°), প্ৰাণেশ্বৰী (ল°), সুভাগিনী (ক°), গোসানী (ক°)।

৬.১.৩. বহুবচনৰ প্ৰত্যয় ঃ -গণ, -সব, - সকল (তৎসম), যেনে ঃ- কপিগণ (ক°), আমি সবে (ক°), মিত্ৰসকল (ক°)।

৬.১.৪. নিৰ্দিষ্টবাচক প্ৰত্যয় ঃ -খান, -খানি, -জন, -গোট, -গুটি, যেনে - ৰথখান (ক°), দুইখানি (ক°), দুয়োজন (ক°), মাথাগোট (ক°), মৃগ গুটি (ক°)।

৬.২. সৰ্বনাম ঃ

৬.২.১. প্ৰথম পুৰুষ ঃ মঞি (ল°), মোক (ল°), মোৰ (ল°), মোহোৰ (ল°), আমি (ল°), আমাক (ল°), আমাৰ (ল°), আমাত (ল°)।

৬.২.২. দ্বিতীয় পুৰুষ ঃ তঞি (প্ৰ°), তুমি (ক°), তোৰ (ল°), তোহোৰ (প্ৰ°), তোৰা (ল°), তযু (প্ৰ°), তোমাৰ (ক°), তোমাত (ল°),

৬.৩.৩. তৃতীয় পুৰুষ ঃ তাক (ক°), তাংক (ল°), তান (ক°), তাহান (ক°), তাৱে (প্ৰ°)

৬.৩.৪. আন সৰ্বনাম ঃ ই (ইসব, ইহাক আদি), - এ (এথনে, এভো, এহি), কি (কি, কিবা, কিছু, কেনি, কেহো, কৈৰ আদি), যি (জে), কোথা, তৈত প্ৰভৃতি সৰ্বনাম পুৰণি অসমীয়া আৰু ব্ৰজবুলিত বিদ্যমান।

৬.৪. বৰ্ত্তমান কালৰ ক্ৰিয়া, অনুজ্ঞা, ভূত কালৰ ক্ৰিয়া, ভৱিষৎ কালৰ ক্ৰিয়া, ক্ৰিয়াৰ তুমন্ত ৰূপ, প্ৰত্যয় প্ৰভৃতিৰ ক্ষেত্ৰতো দুয়োবিধৰ ভালেখিনি সাদৃশ্য চকুত পৰে। উদাহৰণ ঃ

৬.৪.১. যাওঁ (ক°), পাওঁ (ল°), নেদেখোহো (ক°), চাহ্য (ক°),

৬.৪.২. কহিয়োক (ল°), চলিয়োক (ক°), জানিয়োক (ক°)

৬.৪.৩. পাইলো (ক°), বুলিলা (ক°), আসিল (ক°)

৬.৪.৪. দিবো (ল°), চলিবা (ক°)

৬.৪.৫. বৰ্তমান কালিক কৃদন্ত - ন্তে (ন্তে) ঃ কান্দন্তে (ক°), বোলন্তে (ক°) সুমুৰন্তে (ক°)।

৬.৫. পুৰণি অসমীয়া কাব্যৰ ভাষাৰে সৈতে অসমীয়া ব্ৰজবুলিৰ আপাত সাদৃশ্যৰ কাৰণ হ'ল ঃ পুৰণি অসমত যি কথিত ভাষা চলিছিল, তাক সাহিত্যৰ অংগীভূত কৰা হৈছিল দুটা ৰূপত - প্ৰথম, পুৰণি অসমীয়া কাব্যাদিত - যিয়ে সংস্কৃত কাব্য-মহাকাব্য বা পুৰাণৰ ভাষাৰ প্ৰভাৱেৰে পৰিপুষ্ট হৈছিল আৰু দ্বিতীয়টো ৰূপ কেৱল বৈষ্ণৱীয় পৰিবেশতে সীমিত আছিল। অৰ্বাচীন অৱহট্‌ঠ সম্পৃক্ত সেই কথিত ৰূপটিৰ

প্ৰতিনিধিত্ব কৰিছে বৰগীত আৰু অংকমালাই[১]। প্ৰাক্‌শংকৰ যুগতকৈ শংকৰদেৱৰ কালত পুৰণি অসমীয়া কাব্য আৰু ব্ৰজবুলি অংক-গীতৰ ভাষাৰ পাৰ্থক্যৰ পৰিধি চমু চাপি অহা দেখা যায়।

৬.৬. মহাপুৰুষ শংকৰদেৱে জনপ্ৰিয় কৰা ব্ৰজবুলি ভাষা অসমত সৰ্ণ্চালনি-ভাৱে প্ৰচলিত হোৱাৰ সুযোগ পায় - বৈষ্ণৱ কবি আৰু নাট্যকাৰ সকলৰ প্ৰযত্নত। বঢ়াৰ পো মাধৱদেৱে বৰগীত আৰু ঝুমুৰাসমূহৰ জৰিয়তে ব্ৰজবুলিক অধিক জনপ্ৰিয় কৰি তোলাত সফল হয়[২]। গুৰু দুজনাৰ পৰৱৰ্তী বৈষ্ণৱ কবি-নাট্যকাৰসকলেও এই ভাষাত ভালেখিনি নাট আৰু গীত ৰচনা কৰিছিল। অৱশ্যে সময় অআগবঢ়াৰ লগে লগে ব্ৰজবুলিৰ ভিন্নধাৰা অধুনা অসমীয়াৰ সমতললৈ গতি কৰা দেখা যায়। পিছে ভাষা বহতী নীৰ সূত্ৰ মানি ল'লে ইয়াত আচৰিত হ'বলগীয়া একো নাই।

৬.৭. শংকৰ-মাধৱদেৱে ব্ৰজবুলিত ব্যৱহাৰ কৰা শব্দ-সম্ভাৰৰ উপৰি ব্যাকৰণ সম্বন্ধীয় বৈশিষ্ট্যই পৰৱৰ্তীকালৰ কবিসকলতকৈ কথা সাহিত্যিক সকলক অধিক অনুপ্ৰাণিত কৰা দেখা যায়। ভট্টদেৱ, ৰঘুনাথ মহন্ত, শিষ্ট ভট্টাচাৰ্য আৰু গোপাল চৰণ দ্বিজৰ কথা সম্ভাৰলৈ চকু দিলেই উপৰ্যুক্ত মন্তব্যৰ যথাৰ্থতা বিচাৰি পোৱা যাব। বিভক্তি শূন্য আৰু বিভক্তি সংযোগেৰে কাৰকৰ অৰ্থ দ্যোতনা কৰাৰ যি পূৰ্বাভাষ চৰ্যাপদত পোৱা গৈছিল, তাৰ বিকাশ ব্ৰজবুলিত বৰ্তমান। শংকোৰত্তৰ কথা আৰু কাব্য উভয়তে ইয়াৰ কোনো ব্যতিক্ৰম ঘটা নাই। শব্দ-বিভক্তিবোৰ শংকৰ-মাধৱৰ ব্ৰজবুলি আৰু ভট্টদেৱ অথবা ৰঘুনাথ মহন্তৰ গদ্যত অভিন্ন। যেনে —

অসমীয়া ব্ৰজবুলিৰ বিভক্তি : কথা সাহিত্যত তাৰ প্ৰয়োগ

ই - হে লোকাই দেখু (ক° ৰা°)

প্ৰথমা - এ : নাৰদে কহন্ত (ক° ৰা°), ভগৱন্তে বোলন্ত (ভা° ক°)

দ্বিতীয়া - ক : পুত্ৰক লভিলা (ক° ৰা°), মোক পায়াছে (ভা° ক°)

তৃতীয়া - এ : ৰত্নে বিৰচিত (ক° ৰা°), দন্তে ধৰিলন্ত (ভা° ক°)

চতুৰ্থী - ক : ৰামক স্বপ্নত ইন্দ্ৰে আনি ধনুৰ্বাণ দিলা (ক° ৰা°),

গোকুলক গৈয়া (ভা° ক°)

- ক লাগি : মাৰেৰেক লাগি (ক° ৰা°), বিভাগক লাগি (ভা° ক°)

পঞ্চমী - হন্তে শব্দৰ যোগত - দৈৱকীক হন্তে (ভা° ক°)

ষষ্ঠী - ৰ : ব্ৰহ্মাৰ সুত (ক° ৰা°), শুদ্ধিৰ অৰ্থে কৰ্ম কৰিব (ভা° ক°)

সপ্তমী - ত : মোত কহা (ক° ৰা°), পৃথিৱীত ব্যক্ত হৈলা (ভা° ক°)

এ : ৰাৱণৰ কোলে সীতাৰ ৰাগ জ্বলিল (ক° ৰা°)

---

১. সত্যেন্দ্ৰনাথ গোস্বামী *ব্ৰজবুলিৰ বিকাশ, নিৱন্ধ জাহ্*, পৃ° ১৫-২০

২. উপেন্দ্ৰনাথ গোস্বামী *ভাষা আৰু সাহিত্য* ৰচিত

৬.৮. বহুবচনৰ ক্ষেত্ৰতো ভালেখিনি সাদৃশ্য ধৰা পৰে। যেনে :-

- গণ : দেৱতাগণৰ ত্ৰাসে নানা বিতৰ্কনা ভৈল (ক° ৰা°)

- ৰা : তাৰা, তোৰা (ভা° ক°), তাৰাসব (ক° ৰা°)

- সব : মহাসান্তি সবৰেআ দুখ-ক্লেশ (ক° ৰা°), সভাসদসব (ভা° ক°)

- সকল : বিবেকীসকল (ভা° ক°)

৬.৯. স্ত্ৰী প্ৰত্যয়ৰ সাদৃশ্য - ঈ আৰু ইনী

দেৱী কম্পিত হয়া বোলন্ত : (ক° ৰা°) হে জনক নন্দিনি মোৰ বিৰহ নজানি তই ৰামক বিৰ বখান (ক° ৰা°)

৬.১০. সৰ্বনামৰ সাদৃশ্যবোৰো চাবলগীয়া :

৬.১০.১. প্ৰথম পুৰুষ : মই, মঞি (ভা° ক°), হামাত কহ (ক° ৰা°), হামাৰো বাম উৰু ফন্দে (ক° ৰা°), হামি কহিতে পাৰি (ক° ৰা°), হামো সত্যে সত্যে কৰব (ক° ৰা°), হামাক বিমুখ নাহি কৰবি (ক° ৰা°)।

৬.১০.২. দ্বিতীয় পুৰুষ : তুমি, তঞি (ভ° ক°), তোমাসাক, তোহাৰি, তোহাৰ (ক° ৰা°)

৬.১০.৩. তৃতীয় পুৰুষ : এএৰা (ভা° ক°), তান, তাসম্ব, তাহাংক, তাহান (ক° ৰা°),

৬.১০.৪. শংকৰ-মাধৱৰ ব্ৰজবুলিৰে সাদৃশ্য থকা আন সৰ্বনামবোৰ হ'ল :- এথা, এথায়ে, এহে, এহান, কেহো, কৈচে, জাকু, সোহি, জোহি (ক° ৰা°), ব্ৰজবুলিৰ প্ৰভাৱত ৰঘুনাথ মহন্তয়ো কৈসানি, জেহুয়, তেহুয়, জেৱে, জেমন, জৈচে, জৈসানি, তৈসানি প্ৰভৃতি ক্ৰিয়া বিশেষণৰ ৰূপৰ প্ৰয়োগ ঘটাইছে।

৬.১১. পুৰণি অসমীয়া গদ্যৰ অতীত কালৰ তিনিওটা পুৰুষৰ ক্ৰিয়া বিভক্তিসমূহ ব্ৰজবুলিৰে অভিন্ন । যেনে : —

৬.১১.১. সাধাৰণ অতীত :

প্ৰথম পুৰুষ : ল + ওঁ = হৈলোঁ (ভ° ক°), পাৰলো (ক° ৰা°)

দ্বিতীয় পুৰুষ : ইল + আ = আসিলা (ভা° ক°), পাইলা (ক° ৰা°)

ইল + ই = কৰিলি (ভা° ক°)

তৃতীয় পুৰুষ : ইল = গৈল (ভ° ক°), ভৰিল (ক° ৰা°)

ইল + আ = বধিলা (ভা° ক°), নমিলা (ক° ৰা°)

৬.১১.২. অপূৰ্ণভূত :

প্ৰথম পুৰুষ : ইছ-ইল + ও = স্মৰিছিলো (ভা° ক°)

দ্বিতীয় পুৰুষ : ইছ-ইল + আ = গৈছিলা (ভা° ক°)

তৃতীয় পুৰুষ : ইছ-ইল + ০ = কৰিছিল (ক° ৰা°)

৬.১১.৩. সামান্য বৰ্তমান ঃ

প্ৰথম পুৰুষ ঃ ওঁ = কৰো (ভা° ক°), দেও (ক° ৰা°)

দ্বিতীয় পুৰুষ ঃ আ = জালা (ভা° ক°) কৰা° (ক° ৰা°)

= দেখ, ভা° ক°) চাস, (ক° ৰা°)

তৃতীয় পুৰুষ ঃ এ = হৱে (ভা° ক°), আচে (ক° ৰা°)

য় = বোলয় (ভা° ক°)

৬.১১.৪. স্বৰূপ বৰ্তমান ঃ

প্ৰথম পুৰুষ ঃ ইছ + ও = কৰিছো (ক° গী°)

ইছ + ই = কহিচি (ক° ৰা°), আচি (ক° ৰা°)

দ্বিতীয় পুৰুষ ঃ ইছ + আ = কৰিছা (ভা° ক°), কহিচা (ক° ৰা°)

তৃতীয় পুৰুষ ঃ ইছ + এ = কৰিছে (ভা° ক°)

৬.১১.৫. অনুজ্ঞা

দ্বিতীয় পুৰুষ ঃ অ = ইহাংক স্বামীবৰ (ক° ৰা°), ৰাম পাশে চল (ক° ৰা°)

আ = কহা (ভা°, ক°), জগত নিস্তাৰ কৰা (ক° ৰা°)

তৃতীয় পুৰুষ ঃ ওক = বহোক (ভা° ক°), ভজোক (ভা° ক°)

৬.১১.৬. ভবিষ্যৎ

প্ৰথম পুৰুষ ঃ -ব, - ইব = কৰিবো (ভা°, ক°), লভিবো (ক° ৰা°)

দ্বিতীয় পুৰুষ ঃ -ইব + আ = ভজিবা (ক° ৰা°), বুলিবা (ভা° ক°)

ইব + ই = নাথাকিবি (ভা° ক°), কৰিবি (ক° ৰা°)

তৃতীয় পুৰুষ ঃ ইব = হৈব (ভা° ক°), লৈব (ক° ৰা°)।

৬.১২. বৰ্তমান আৰু অতীত কৃদন্ত পদ, ক্ৰিয়া বিশেষ্য আৰু তুমৰ্থ ক্ৰিয়াৰ ৰূপতো অসমীয়া ব্ৰজবুলি আৰু পুৰণি অসমীয়া গদ্যৰ ৰূপগত সাদৃশ্য ধৰা পৰে।

৬.১৩. অসমীয়া ব্ৰজবুলিত ব্যৱহৃত ধাতু সম্ভাৱকে পৰৱৰ্তী লেখকসকলে তেওঁলোকৰ ৰচনাত ব্যৱহাৰ কৰা দেখা যায়। বৰ্তমান কালত ব্যৱহৃত থিক সহকাৰী ক্ৰিয়াৰ ব্যৱহাৰ অসমৰ ব্ৰজবুলিৰ এটি মন কৰিবলগীয়া বৈশিষ্ট্য। এই ক্ৰিয়াৰ প্ৰয়োগ *কথা-ৰামায়ণ*তো হৈছে। যেনেঃ— আৰ কেনে উত্তম থিক (ছেদ ১৫)। নিৰ্জন কৰিতে কোন থিক (ছেদ ১৯), সদা তোমাৰ চৰণ চিন্তি থিক (ছেদ ২৮)। ভূ ধাতুৰপৰা হোৱা ভেল আৰু ভৈলৰূপ *কথা-ৰামায়ণ*ত অন্ততঃ পাঁচ ঠাইত আছে। শংকৰদেৱৰ বাক্য ৰীতিয়ে ৰঘুনাথ মহন্তক কিমানখিনি অনুপ্ৰাণিত কৰিছিল তাক তলৰ উদ্ধৃতিয়ে সাক্ষ্য দিব ঃ

৬.১৩.১. হে মুনিৰাজ, তোহাৰি পদ পৰশে হামাৰ অযোধ্যাপুৰ পুত ভেল। তোমাক

দৰশনে হামাৰ জন্ম সাৰ্থক ভেল (ৰা°)

হে ঋষিৰাজ, তোমাৰ পদ পংকজে অযোধ্যা পুত ভেল। তোমাৰ দৰশনে হামাৰ জন্ম সাৰ্থক ভেল (ক° ৰা°)

৬.১৩.২. হে নৃপতে তোহো পৃথিৱীক কল্পতৰু, তোহাৰি ঠাম প্ৰাৰ্থক কবহু বিমুখ নাহি হোই। ইহা জানি হামাৰ প্ৰাৰ্থনা শুনহ। (ৰা°) হে নৃপ তোহো পৃথিৱীক কল্পতৰু, তোমাৰ ঠানে প্ৰাৰ্থক কবহু বিমুখ নাহি হোই। হামাৰ প্ৰাৰ্থনা শুনহ। (ক° ৰা°)

গোপাল চৰণ দ্বিজৰ ভক্তি ৰত্নাকৰ কথাতো এনে ধৰণৰে সাদৃশ্য বহুত। ইয়াৰ কাৰণ ব্ৰজবুলি ভাষা গ্ৰামী লোকৰ ভাষা। এই ভাষাকে শংকৰোত্তৰ যুগৰ কবি সাহিত্যিক-সকলেও শ্ৰদ্ধাৰ চকুৰে চাইছিল।

৬.১৪. যিটো ভাষাৰ অলেখ প্ৰত্নৰূপ চৰ্যাপদত সংৰক্ষিত হৈছে, যিটো ভাষাৰ অনেক ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক ৰূপ প্ৰাক্‌শংকৰ আৰু শংকৰোত্তৰ বাৰে বছৰীয়া সাহিত্যত বিৰাজমান, সেই ব্ৰজবুলি যে অসমৰ সাৰুৱা ক্ষেত্ৰতেই বিকশিত, তাত সন্দেহ কৰিবলগীয়া নাই। অৱহট্‌ঠ-ভাষাৰপৰা বিকশিত হোৱা বাবে বংগদেশ আৰু উৰিষ্যাৰ ব্ৰজবুলিৰ উপৰি মৈথিলী আৰু তৎকালীন অন্যান্য উত্তৰ ভাৰতীয় ভাষাৰ সৈতে সুমিতি ৰক্ষা কৰাটো অসমৰ ব্ৰজবুলিৰ এটা চকুত পৰা বৈশিষ্ট্য।

●●●

# সপ্তম অধ্যায়

## ব্ৰজবুলিৰ ভাষাতাত্ত্বিক বৈশিষ্ট্য

৭.০ পূৰ্ববৰ্তী অধ্যায় কেইটাত অসমীয়া ব্ৰজবুলিৰ ভালেখিনি ব্যাকৰণসিদ্ধ বৈশিষ্ট্য আলোচিত হৈছে। বৰ্তমান অধ্যায়ত ভাষাটোৰ কিছুখিনি ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বমূলক বৈশিষ্ট্যৰ আভাস দিয়া হ'ব। দৃষ্টান্তসমূহ সাধাৰণতে অসমীয়া ব্ৰজবুলিৰ পৰা প্ৰদৰ্শিত হ'ব। অসমৰ ব্ৰজবুলিৰসৈতে বঙলা ব্ৰজবুলিৰ য'ত পাৰ্থক্যই গা কৰি উঠে, তাতেহে বঙলা কবি অথবা বিদ্যাপতিৰ ৰচনাৰপৰা উদাহৰণ দিয়া হৈছে।

৭.১. পণ্ডিতসকলৰ দ্বাৰা ইতিমধ্যে এইটো স্বীকৃত হৈছে যে আলোচিত ভাষাটোত তৎসম শব্দৰ প্ৰয়োগ প্ৰচুৰ। অৰ্ধ-তৎসম আৰু তদ্ভৱ শব্দৰ ব্যৱহাৰো ভালেখিনি। তুলনামূলকভাৱে আৰবী-ফাৰ্চীমূলীয় শব্দৰ প্ৰয়োগ কম। শংকৰ-মাধৱ অথবা চণ্ডীদাসৰ পৰৱৰ্তী কবিসকলে তেওঁলোকৰ গীতিগুচ্ছত ব্যৱহাৰ কৰা এই জাতীয় শব্দৰ ভিতৰত আতৰ, আওৱাজ, কবজ, কলম, কাগজ, কিতাপ, খত, গুলাব, চাকৰ, জীন্দ, দাগ, দালাল, দোকান, দোত, নফৰ, নালিশ, বাজাৰ, বালিশ, মহল, মাফ্, মুহুৰ, সৰম, সাহেব প্ৰভৃতি উল্লেখযোগ্য[১]।

৭.২. **ধ্বনিতত্ত্ব**

৭.৩. ***স্বৰধ্বনি***

৭.৩.১. অসমীয়া ব্ৰজবুলিৰ বিশিষ্ট স্বৰধ্বনি মাত্ৰ ছটা ঃ- / ই/, /এ/, /আ/, /অ/, /ও/, আৰু /উ/। পদান্ত/ অ/। ধ্বনিৰ উচ্চাৰণৰ উপৰি হ্ৰস্ব আৰু দীৰ্ঘস্বৰৰ পাৰ্থক্যহীনতা অসমীয়া ব্ৰজবুলিৰ আন মন কৰিবলগীয়া বৈশিষ্ট্য। ছন্দৰ পাদ পূৰণ কৰিবলৈ কেতিয়াবা হ্ৰস্বস্বৰ দীৰ্ঘ হয় আৰু দীৰ্ঘস্বৰো হ্ৰস্ব হৈ পৰে।

৭.৩.২. স্বৰধ্বনি কেইটাৰ উদাহৰণ ঃ-

| *ধ্বনি* | *আদি* | *মধ্য* | *অন্ত্য* |
|---|---|---|---|
| /ই/ | ইস (কং) | থিক (কাং) | লোই (শং বং) |
| /এ/ | এথা (কাং) | দেঅ (কাং) | ক এ (কাং) |
| /আ/ | আত (পাং) | ভাগ (ভূষং) | দাবা (কং) |
| /অ/ | অব (কাং) | সব (কং) | খা অ (ভোং) |
| /ও/ | ওহি (কাং) | হোই (মাং বং) | হামো (কাং) |

---

১. সুকুমাৰ সেন— ভাষাৰ ইতিবৃত্ত ১৯৭৯, পৃ° ৩৮৯

/উ/ উৰি (কে°) মুৰি (স্য°) কউ (প°)

৭.৩.৩. অসমৰ ব্ৰজবুলিত উপৰ্যুক্ত সকলোটি স্বৰধ্বনিৰে নাসিক্যভৱন হয়। যেনে ঃ— মঞি (শ° ব°), চলেঁ (ক°), গআঁৰি (চো°), হএঁ (ক°), তুহোঁ (শ° ব°) আৰু কতিহুঁ (পা°)।

৭.৩.৪. ব্ৰজবুলি ভাষাত দ্বিস্বৰ আৰু ত্ৰিস্বৰৰ প্ৰয়োগ প্ৰচুৰ। অৱশ্যে উচ্চাৰণত সিহঁত সন্নিহিতাৱস্থাত থকা স্বৰধ্বনিৰ ৰূপ লয়। উদাহৰণ ঃ-

ক° দ্বিস্বৰ ঃ— /ই আ/ = চৰিয়া (পা°), /ই উ/ = জিউ (শ° ব°), /ই এ/ = ধৰিএ (ক°), /ই আ/ = বুঢ়ি আ (অ°), /ইউ/ = পিউ (মা° ব°), /এই/ = এই (পা°), /এঅ/ = নেতা (ক°); /এ আ/ = দয়া (কা°), /এই/ = মহাদেই (ক°), /অ ই / = নৈৰাস (প°), /অ এ/ = হ এ (ক°), প্ৰভৃতি।

খ° ত্ৰিস্বৰ ঃ- /অ ইও/ = গৈয়ো (শ° ব°), /অই আ/ = গৈয়া (প°), /ই অ ই/ = ধৰি অই (ৰা°), /উ আই/ = সুআই (কে°) আদি।

৫.৪. *ব্যঞ্জনধ্বনি*

৫.৪.১. অসমীয়া বৈষ্ণৱ গুৰুসকলে ব্যৱহাৰ কৰা ব্ৰজবুলিত বিশিষ্ট ব্যঞ্জনধ্বনি বাইশটা। বঙলা অথবা আন উত্তৰ ভাৰতীয় নব্য আৰ্য ভাষাৰ দৰে অগ্ৰ তালব্য ট, ঠ, ড, ঢ, ণ আৰু দন্ত্য ত, থ, দ, ধ, ন ধ্বনি পাবলৈ নাই। তাৰ বিপৰীতে আছে দন্ত্যমূলীয় ধ্বনি। চ আৰু ছৰো কোনো পাৰ্থক্য ধৰা নপৰে। এৰ উচ্চাৰণ বক্ষিত নহয়। সংস্কৃত উষ্মধ্বনি শ, ষ আৰু স ৰ ভিতৰত স ৰ প্ৰয়োগ প্ৰচুৰ।

৭.৪.২. /ঙ/ ধ্বনিক বাদ দি বাকী আটাইকেইটা বিশিষ্ট ব্যঞ্জনধ্বনি অসমীয়া ব্ৰজবুলিৰ আদি, মধ্য আৰু অন্তিম স্থানত উচ্চাৰিত হয়। তলত তাৰ উদাহৰণ প্ৰদৰ্শিত হ'ল ঃ-

| *ধ্বনি* | *আদি* | *মধ্য* | *অন্ত্য* |
|---|---|---|---|
| /প/ | পড়া (ভূ°) | বিপাক (ক°) | চাপ (প°) |
| /ফ/ | ফনা (কা°) | ফোফাই (কা°) | গোফ (প°) |
| /ব/ | বাত (ক°) | চবিন (ভো°) | চাব (কা°) |
| /ভ/ | ভাট (ক°) | বিভংগ (পা°) | সোভা (পা°) |
| /ত/ | টলনা (মা° ব°) | কোটৰা (কে°) | ভাট (ক°) |
| | তিল (শ° ব°) | অতয়ে (প°) | আত (পা°) |
| /থ/ | ঠাম (ক°) | ঠাঠ (বা°) | মুঠা (পি°) |
| | থব (শ° ব°) | অথন (কে°) | কথি (কে°) |
| /দ/ | ডোল (ক°) | — | দণ্ড (বা°) |
| | দব (পা°) | কদম্ব (শ° ব°) | মানি (কা°) |
| /ধ/ | ঢোল (বা°) | — | — |
| | ধ্বজ (কে°) | অধম (শ° ব°) | জলধি (পা°) |

| | | | |
|---|---|---|---|
| /ক/ | কেলি (কে°) | যাকৰ (শ° ব°) | ভায়াৰু (ৰু°) |
| /খ/ | খেড়ি (প°) | দেখত (শ° ব°) | পৰখ ৰা°) |
| /গ/ | গাব (ৰা°) | নাগৰ (শ° ব°) | ভাগ (ভূ°) |
| /ঘ/ | ঘাড় (জ°) | ঘটন (মা° ব°) | মেঘ (কে°) |
| /ম/ | মান (প°) | অমল (ৰু°) | থোম (অ°) |
| /ন/ | নয় (ক°) | ঝনক (কা°) | পাতন (পা°) |
| /ঙ/ | — | উপাঙ্ গ (মা° ব°) | নৱনীতং (অ°) |
| /ল/ | লাই (কা°) | তালক (প°) | মিলন (ৰা°) |
| /ৰ/ | ৰাই (কে°) | তৰল (চো°) | কৰ (কে°) |
| | — | বাড়ব (মা° ব°) | বিচ্ছুড়ি (মা° ব°) |
| /চ/ | চান্দ (প°) | আচাৰ (ক°) | আচ (ভূ°) |
| | ছাৰ (অ°) | আছিতে (প°) | কাছ (উ°) |
| /জ/ | জুৰি (পা°) | আজুৰি (ৰু°) | বজ (কে°) |
| /ঝ/ | ঝমকে (মা° ব°) | বুঝলো (কে°) | মাঝ (ৰু°) |
| /স/ | শুৰ (ৰা°) | পৈশুন্য (মা° ব°) | পাশ (অ°) |
| | | কুষল (প°)ইষ (শ° ব°) | |
| | সু (কা°) | দসন (প°) | দাসা (শ° ব°) |
| /হ/ | হিৰ (পা°) | কহতু (ৰু°) | মেহ (কে°) |

৭.৪.৩. আন নব্য ভাৰতীয় ভাষাৰ দৰে ব্ৰজবুলিতো দ্বিব্যঞ্জন বা ত্ৰিব্যঞ্জনৰ ব্যৱহাৰ আছে। তলত সিবোৰ প্ৰদৰ্শিত হ'ল :-

৭.৪.৪. নাসিক্য ব্যঞ্জনৰ সৈতে :- কম্পয় (কা°), লুম্ফি (ৰা°), সম্বোধি (ৰা°) তন্তু (পা°), সন্তক (ৰা°), অণ্ঠু কাঢ়ি (পি°), চান্দ (কা°), ঢাণ্ডী (মা° ব°) আদি।

৫.৪.৫. কম্পিত ব্যঞ্জনৰ সৈতে :- প্ৰিয়া (ৰা°), তৃণ (ৰা°), ক্ৰোদ্ধ (জ°), গৃহ (চো°), চৰ্চন (ক°), কৰ্ণিকাৰ (মা° ব°), মৰ্দয় (ৰা°), হ্ৰাষা (পা°) প্ৰভৃতি।

৫.৪.৬. অন্যান্য :- ক্লেশ (ক°), পুচ্ছ (কে°), সম্ভৱ (ৰা°), পোষ্টা (উ°), বিষ্ণু (ৰা°), স্বস্থ (পা°), কল্পতৰু (ৰা°), ভগ্ন (ৰা°), মন্ত্ৰী (ৰা°), ইন্দ্ৰ (পা°), বস্ত্ৰ (ৰা°), আদি।

৭.৪.৭. **স্বৰৰ বিভিন্ন পৰিবৰ্তন ঃ**

*অ > অ = সৰ্ব > সব (শ° ব°), পদকাৰ > পয়াৰ (মা° ব°) ঃ *অ> আ= অনুপাম > অনুপমা (ক°), উপম > উপাম (মা° ভ°) কৰ্ম > কাম (কে°), কৰ্ণ > কাণ (ক°), মথুৰা> মাথুৰ (বং), সুজন> সুজান (বং) *আ > অ = আষাঢ় > অষাড় (বং), আশা > আশ (কে°), নিদ্ৰা > নিন্দ (ক°), *ই > অ = প্ৰীতি > প্ৰীত (বং), ৰুচি > ৰুচ (বং), *ঈ > ই দীন = দিন (কা°), *য়> ই = দাস্য > দাসি (ক°) ভাগ্য > ভাগি (বং),

২. সুকুমাৰ সেন *বৈষ্ণবীয় নিবন্ধ* পৃ° ৩

*বাক্য > বাকি (বং) মধ্য > মধি (বং), *উ > অ = উকখল > উখল (মা° প°), *আই > ঐ = কৈচন (পা°) *অউ > ঔ = জ্যোতি > জৌতি (কা°), দেৱকুল > দৌল (মা° ব°), *স্বৰভক্তি :— (অ আগম ) জন্ম > জনম (ৰা°), ভক্তি > ভকতি (মা° ব°), মৰ্ম > মৰম (পা°), ৰত্ন > ৰতন (শ° ব°), হৰ্ষ > হৰখ (ক°), *ই আগম = ধৰ্ষণ > ধৰিখণ, প্ৰীতি > পিড়িতি (পা°), বৰ্ষণ > বৰিষণ (পা°), *উ আগম = ভুক্তি > ভুকুতি (পা°), মুক্তা > মুকুট (কে°) *এ আগম = গৃহ > গেহ (মা° ব°), স্নেহ > সুনেহ (উ°), *ও আগম = মুক্তা > মোতিম (পা°), *আদিস্বৰলোপ - অৱস্থান > বাথান (অ°), অভ্যন্তৰ > ভিতৰ (ৰাম°), আঁখে > খৈ (কো°) *মধ্যস্বৰ লোপ = কেয়ূৰ > কেউৰ (প°), দেৱকুল >দৌল (মা° ব°), *অন্ত্যস্বৰলোপ > গোৰূপ > গৰু (মা° ব°), বৎসৰূপ > বাচৰু (পি°) প্ৰভৃতি।

৭.৪.৮. ব্যঞ্জনৰ বিভিন্ন পৰিবৰ্তন :

*ব্ৰজ বুলিত আদি আৰু মধ্যস্থানৰ যুক্ত ব্যঞ্জনবোৰ একক ব্যঞ্জনলৈ ৰূপান্তৰিত হোৱাৰ ফল ৰূপে লোপ পোৱা ব্যঞ্জনৰ আগৰ স্বৰবোৰ দীৰ্ঘ হয়। যেনে - অদ্য> আজু (ৰা°) নৃত্য> নাচ (পি°), মধ্য> মাঝ (ক°), *ম ব্যতীত আন স্পৰ্শবৰ্ণৰ পূৰ্ববৰ্তী শ, ষ, বা স সাধাৰণতে লোপ পায়। যেনে :— অস্থিৰ> অথিৰ (শ° ব°), নিশ্চয়> নিচয় (বং), নিষ্কৰুণ > নিকৰুণ (মা° ব°), *মহাপ্ৰাণী ভৱন - এবহি> এভো (চো°), গৃহ> ঘৰ (চো°), ক্ৰীড়> খেল (কো°), বুভুক্ষা> ভোখে (ৰাম°), *অল্প প্ৰাণীভৱন;—ভগ্নী>বহিন (জো°), মধ্য > মাজ (ৰাম°৬৪), *ঘোষীভৱন :- দিকপাল > দিগ্‌পাল (পা°), দিক্‌অন্ত > দিগন্ত (পা°), *আদিব্যঞ্জন লোপ :- স্তম্ভ (পা°), স্থিৰ, থিৰ (ৰা°), স্থূল, থুল (কে°), *মধ্যব্যঞ্জন লোপঃ- কৰোতি > কঅল (কা°) গোপালিকা > গোআৰি (কে°), ভুজংগ> ভুঅংগ (পা°), মহাদেবী > মহাদেই (ৰা°), *অন্ত্যব্যঞ্জন লোপ :- নেত্ৰ > নেত (ভো°), *নাসিক্যভৱন :- অক্ষি> আঁখি (ৰাম°), বক্ৰ> বংক (ক°) প্ৰভৃতি।

৭.৫. লিংগ

৭.৫.১. প্ৰাচীন মৈথিলী, অৱধী, ভোজপুৰী আদিৰ দৰে ব্ৰজবুলিতো বিশেষণ অথবা ক্ৰিয়াপদত স্ত্ৰী প্ৰত্যয় যোগ নহয়, মাথো বিশেষ্যতহে হয়। ভাষাটোত ব্যৱহৃত স্ত্ৰী প্ৰত্যয় কেইটা হ'ল -ঈ (ই), আৰু নী (-ইনী)। যেনে - গোপী (কে°), গোআৰি (অ°), দাসী (অ°), অনাথিনী (ক°), নাগিনী (অ°), নিলাজিনি (পা°), পাপিনি (ক°) আদি। - ইনী কেতিয়াবা -উনীলৈ পৰিবৰ্তিত হয়। যেনে - চুৰুনী (চো°)।

৭.৫.২. প্ৰা. ভা. আ. -আ (-আপ) প্ৰত্যয়ৰ যোগত ব্ৰজবুলিৰো তৎসম পুংলিংগ বাচক শব্দ স্ত্ৰীলিংগলৈ পৰিবৰ্তিত হয়। উদাহৰণ - অনুপমা (ক°), বৰকলা (ক°) আদি।

৭.৫.৩. সুকীয়া সুকীয়া সম্বন্ধবাচক বিশেষ্য পদৰ প্ৰয়োগতো লিংগৰ ভেদাভেদ নিৰ্দেশিত নোহোৱা নহয়। যেনে :- পো-বোৱাৰি (বো°), পিতৃ-মাতৃ (কা°), পিতা-মাতা (উ°), পুত্ৰ-ঝিঅ (কে°), পেসা-পেসী (কং-২) প্ৰভৃতি।

৭.৬. বচন

৭.৬.১. সমষ্টিবাচক শব্দ কেতবোৰ প্ৰয়োগত ব্ৰজবুলিৰ বিশেষ্য পদৰ বহুবচন

প্ৰদৰ্শিত হয়। এয়া মধ্য ভাৰতীয় আৰ্যভাষাৰ অভিন্ন স্তৰৰ লক্ষণ। তেনে প্ৰত্যয়ৰ ভিতৰত নিম্নলিখিত কেইটা প্ৰধান ঃ-

(ক) -কুল ঃ দ্বিজকুল (বং), (খ) -গণ ঃ দানবগণক আনি আদেস কয়ল (নৃ°), (গ) -জাল ঃ ভ্ৰমৰজাল (বং), (ঘ) -ঝাক ঃ দৈত্য বালকঝাক সুনিয়া (নৃ°) (ঙ) - পুঞ্জ ঃ অলিপুঞ্জ (বং), (চ) -বৃন্দ ঃ কোকিল বৃন্দ (বং), (ছ) - মালা ঃ সখিমালা (বং), (জ) - মণ্ডলি ঃ সহচৰি মণ্ডলি (বং), (ঝ) - যূথ ঃ ৰংগিনী যূথ (বং), (ঞ) - সকল ঃ জাৰা সকল তোহাক ঈশ্বৰ (অ°), (ট) - সমাজ ঃ চলে সংগে সৰিৰাজ সমাজে (ৰু°), (ঠ) - সব ঃ সখিসব (ৰা°), (ড) - ৰাঃ তাৰাসব (কে°). তোমাৰাসৰ (কে°), (ঢ) - হুস্ত ঃ কৃষ্ণক বধি দুইহস্তৰ তৰ্পণ কৰবু (ব্ৰ°), (ণ) - হান ঃ দুই হানৰ (স্য-২) ইত্যাদি।

৭.৭. নিৰ্দিষ্টবাচক প্ৰত্যয় ঃ

৭.৭.১. নিৰ্দিষ্টবাচক প্ৰত্যয়ৰ প্ৰয়োগ ব্ৰজবুলিৰ এটি প্ৰধান লক্ষণ। এই নিৰ্দিষ্ট বাচক প্ৰত্যয়বোৰ বিশেষ্য, বিশেষণ অথবা সংখ্যা বাচক শব্দৰপৰা অহা। যেনেঃ (ক) - খান ঃ জিহ্বাখান ৰাজ আলি সম থিক (ব্ৰ°), (খ) -খানি ঃ প্ৰাণখানি যাওক (সী°), -গাছি ঃ এক গাছিখেৰ (ৰু°), (গ) -গোট ঃ এহি গোট খাইলেক বুলি (সী°), আৰু (ঘ) -জন ঃ পথিক জনত বাত পুচত (চো°) ইত্যাদি।

৭.৮. অনিৰ্দিষ্টবাচক প্ৰত্যয় ঃ

৭.৮.১. ব্ৰজবুলিৰ অনিৰ্দিষ্টবাচক প্ৰত্যয় হ'ল এক। পুৰণি অসমীয়াত এই প্ৰত্যয়টি বিশেষ্য আৰু বিশেষণৰ পিছত যোগ হয়[৬]। উদাহৰণ ঃ- দিনেক বৈকুণ্ঠ দেখিলন্ত (নৃ°), সহস্ৰেক ৰামে মোক কি কহব (সী°) আদি।

৭.৯. সংখ্যা শব্দ ঃ

. ৭.৯.১০. সংখ্যা শব্দ সাধাৰণতে দুই প্ৰকাৰৰ ঃ বিশুদ্ধ সংখ্যা আৰু ক্ৰমিক সংখ্যা। অসমৰ বৈষ্ণৱ গুৰুসকলে প্ৰয়োগ কৰা ব্ৰজবুলিত সংখ্যা শব্দৰ প্ৰয়োগত সীমাবদ্ধতা পৰিলক্ষিত হয়। সংখ্যা শব্দৰ ভিতৰত এক (পা°), দুই (অ°), তিনি (অ°), চাৰি (পা°), পাঞ্চ (কে°), ছয় (জ°), সাত (ৰু°), অষ্ট (জ°), নব (অজা°), দস (কে°), বাহু, চৌদ্ধ (স্য°), চতুৰদশ (য°), যোড় (মা° ব°), ওঠৰ, আঠাইশ (সু°), একাবন্ন (কৈ°), সত (প°), সহস্ৰ, হাজাৰ, অযুত (সু°), আৰু কৌটি (শ° ব°) ৰ প্ৰয়োগ অসমৰ ব্ৰজবুলিত আছে।

৭.১০. কাৰক-বিভক্তি ঃ

৭.১০.১. ব্ৰজবুলি ভাষাৰ কাৰক ছটা - কৰ্তা (প্ৰথমা), কৰ্ম-সম্প্ৰদান (দ্বিতীয়া-চতুৰ্থী), কৰণ (তৃতীয়া), অপাদান ( পঞ্চমী), সম্বন্ধ (ষষ্ঠী) আৰু অধিকৰণ (স প্তমী)। বিভিন্ন কাৰকত বেলেগ বেলেগ বিভক্তি সংযোগ কৰা হয়। অৱশ্যে বিভক্তি শূন্যভাৱেও কাৰকৰ অৰ্থ দ্যোতিত নোহোৱা নহয়। যেনে ঃ- কৰ্তাঃ চলল কৌশিক সাথিবে কাম (ৰু°), কৰ্মঃ স্যাম ৰুচিৰ চিৰপিত পৰকাস/পংকজ নয়ন বয়ন মন্দহাস (ৰা°), অপাদান

৬. *AFD* S. 590, footnotes 7

ঃ কমল নয়ন ঝাৰি ঝাৰি বহে নীৰ (পা°) আৰু অধিকৰণ ঃ তনু জোন নাহি (ৰ°)।

৭.১১. প্ৰথমা বিভক্তি ঃ- শূন্য বিভক্তিৰ উপৰি-এৰ প্ৰয়োগ অসমৰ ব্ৰজবুলিত আছে। যেনে - জসোৱা বোল (চো°), কৃষ্ণৰ কিংকৰে ভাগ রে (কা°)।

৭.১১.১. তৃতীয়া বিভক্তিৰ চিন - হি প্ৰথমা বিভক্তিত ব্যৱহাৰ হোৱাটো বংগীয় ব্ৰজ বুলিৰ এটা বৈশিষ্ট্য। উদাহৰণ ঃ মৰমক বেদন মৰমহি জানত ইত্যাদি।

৭.১২. দ্বিতীয়া বিভক্তি ঃ অসমৰ ব্ৰজবুলিত - ক, -কু, কেহো, আৰু - এৰ প্ৰয়োগ আছে। যেনে ঃ- চঞ্চল স্ত্ৰীক দোশ ধৰবি নাহি (কে°), ৰময়া চলে মিথিলাকু লাই (ৰা°), ৰৰষিল বাণ দৈত্য কেহো পিড়ি (পা°), ৰঘুনাথ কৰহ ত্ৰাণ (ৰা°) আদি।

৭.১২.১. বিদ্যাপতি আৰু বংগীয় ব্ৰজবুলিত সাধাৰণতে অসমৰ ব্ৰজবুলিত ব্যৱহাৰ নোহোৱা - কি, -কে, -য়, -ৰে, -হি আৰু -হু বিভক্তিৰ প্ৰয়োগ দেখা যায়। উদাহৰণ ঃ- কহল লখিমী কি বাত, গোবিন্দদাসকে কহে উপখি, তোমায় পাসৰিতে নাৰি, মনেৰে কহিলুঁ, তাহি নিহাৰ এ (বি°), সবতহু কহ (বি°) প্ৰভৃতি।

৭.১৩.তৃতীয়া বিভক্তি ঃ অসমৰ ব্ৰজবুলিত ব্যৱহৃত তৃতীয়া বিভক্তিৰ চিন হ'ল - এ আৰু -এহি। যেনে ঃ- আজু তোহাৰ কন্ধ কধিৰে পূনু নিকা কৰব (ৰা°), বেড়ল লাজেহি ভুজগ প্ৰবন্ধে (কা°) ইত্যাদি।

৭.১৩.১ বংগীয় ব্ৰজবুলিত শূন্য বিভক্তিৰ উপৰি -সেঁ আৰু -সঞে বিভক্তি তথা পৰসৰ্গৰ ব্যৱহাৰ হৈছে। যেনে ঃ- শীত কিয়ে ভতহিঁ, মুখ হেৰি লাজসেঁ সায়ৰে লুলাইল, চন্দ্ৰবলী সঞে বিলসই মাধব আদি।

৭.১৪. চতুৰ্থী বিভক্তি ঃ- অসমীয়া ব্ৰজবুলিৰ চতুৰ্থী বিভক্তিৰ চিন হ'ল - ক, -কা (দ্বিতীয়াৰপৰা) আৰু -ক লাগি (পৰসৰ্গ)। মধ্যব্যঞ্জন লোপ হোৱাৰ ফলত কেতিয়াবা কেতিয়াবা লাই ৰূপো পোৱা যায়। উদাহৰণ ঃ— হামাক প্ৰাণ দান দেহ (ৰা°), কহয় হৰিকো চৰণে পৰি (পা°), নিচিন্তি হামু ওহি মৰণক লাই (কা°), গোপাল চলে লাই (পা°) আদি।

৭.১৫. পঞ্চমী বিভক্তি ঃ- অপাদান অৰ্থত পঞ্চমী বিভক্তিৰ প্ৰয়োগ অকল ব্ৰজবুলিতে নহয়, মগধীয় আটাইকেইটা ভাষাতে পাৰলৈ নাই। -মহ, -হন্তে আদি পৰসৰ্গৰ যোগেদি পঞ্চমীৰ অৰ্থ দ্যোতিত হয়। যেনে ঃ— কৌটি কৌটি তনু আৱত যাৱত বোম বন্ধ মহ যাবা (শং ব°), তুহু কে কোথা হন্তে এথা আৱলি খিক (ক°)।

৭.১৫.১. অপাদান অৰ্থত সপ্তমীৰ -তো ৰ প্ৰয়োগ পোৱা যায়। যেনে ঃ- ৰুদ্ৰতো অধিক দেখো (কা°), বঙলা ব্ৰজবুলিত -হি (তৃতীয়াৰপৰা) -তে (সপ্তমীৰপৰা), -সে°, -সোঁ, অবধি আৰু -সঞে বিভক্তি তথা পৰসৰ্গৰ প্ৰয়োগ আছে। যেনে ঃ- কুঞ্জহি বাহিৰ ভেল, কানতে গিৰিবৰ, ঘৰ হৈতে আগিয়া বিদেশ, হিয়সেঁ উতাৰি, জনম অবধি ৰহিল পিৰীতি, ঘৰ সঞে ভেলি বহাৰ প্ৰভৃতি।

৭.১৬.১. ষষ্ঠী বিভক্তি ঃ অসমীয়া ব্ৰজবুলিৰ সম্বন্ধ পদৰ বিভক্তিৰ চিন হ'ল -

* ভক্তপ্ৰসাদ চলিহা (সম্পা°) - কৃষ্ণনাৰায়ণ প্ৰসাদ মাগধৰ প্ৰবন্ধ, পৃঃ ৮১

ক আৰু -ৰ। উদাহৰণ ঃ- কি কহব ৰূপক বিভূতি (ৰু°), কিঙ্কৰ কিংকৰ ওহি সংকৰ বোল (ৰু°) ইত্যাদি।

৭.১৬.২. সম্বন্ধ বুজাবলৈ বিদ্যপতিয়ে -সু আৰু বংগীয় পদকাৰসকলে -হক আৰু -কৰ পৰসৰ্গৰ প্ৰয়োগ কৰা দেখা যায়। যেনে ঃ— তাসু সমান, মুনিহক মানস আৰু দুহুঁকাৰ কেলি দৰশক আগে ইত্যাদি।

৭.১৭.০. সপ্তমী বিভক্তি ঃ অসমীয়া ব্ৰজবুলিৰ অধিকৰণৰ বিভক্তি হ'ল - এ, -হি আৰু -ত। উদাহৰণ ঃ— ৰূপে ভুবন ভুলে শংকৰে বোল (ৰা°), মন মেৰি ৰাম চৰণহি লাগু (শ° ব°), মাটিত পাৱ পৰয়ে নাহি (ৰু°) ইত্যাদি।

৭.১৭.১. অধিকৰণৰ অৰ্থ বুজাবলৈ বিভক্তিৰ উপৰি -এসে -পাশে, -মাঝে প্ৰভৃতি শব্দ বা শব্দাংশৰ প্ৰয়োগো মন কৰিবলগীয়া। যেনে ঃ— হামাকেসে আসে গোপী জীয়ে সমুদায় (শ° ব°), ফান্দিলো মায়াৰ পাসে (ৰাম° ১৬), কয়ল ঝাম্প কমল জল মাঝ (ৰু°)।

৭.১৭.২. বংগীয় ব্ৰজবুলিত -হি 'হুঁ' লৈ ৰূপান্তৰিত হৈছে আৰু -মে বিভক্তিৰো বহুল ব্যবহাৰ পোৱা যায়। যেনে ঃ -চিতহুঁ, নিঁদহু, জলমে, কালিন্দি, কুলমে প্ৰভৃতি।

৭.১৮. সৰ্বনাম ঃ

৭.১৯. প্ৰথম পুৰুষৰ সৰ্বনাম

৭.১৯.১. অসমীয়া ব্ৰজবুলিৰ প্ৰথম পুৰুষৰ প্ৰাতিপদিক হ'ল ঃ ম-আৰু হাম- (আমা-)। বিভিন্ন বিভক্তিৰ ৰূপবোৰ হ'ল (ক) প্ৰথমা ঃ মই, মঞি, আমি, হামু, হামো (বহুবচন) হামুসব, (খ) দ্বিতীয়া ঃ মোক, হামাক, হামাকু, (গ) ষষ্ঠী ঃ মোৰ, মোই, মোড়া মেৰি, মোহোৰ (বহুবচন) হামাৰ আৰু সপ্তমী ঃ মোহি, হামাত। প্ৰথমাৰে তৃতীয়া আৰু দ্বিতীয়াৰে চতুৰ্থীৰ কাম চলোৱা হয়। উদাহৰণ ঃ— মই বৰ অনাথ ৰাখ দোহো পাব (ৰাম° ২৮), মঞি পাপী কেমনে তৰিব হৰি এ (মা° ব°), হলধৰ কাৰণে আমাৰ ভাল নাই (ৰাম° ৪০), কাহে পামৰ মতি হামি (শ° ব°), হামো পাপৰ বন্ধু (ৰাম° ১৬), মোৰ মায়া পাশ চোড় (শ° ব°), মেৰি পামৰু মন (শ° ব°), সেবহু মন মোই (শ° ব°) হামাৰে পুত্ৰক কে নিআ জাই (কা°), পাৰিজাত তৰু চোৰহ মোড়ী (পা°), তৰহু হামাৰি পুৰাণ ৰহব (ৰাম° ৫), ওহি আশা হামাৰু (ৰাম° ৫৫), কেশৱসে হামাকেৰি ৰাখহ প্ৰাণ (ৰু°), হামাকেসে কাসে গোপী জীৱে সমুদায় (কে°), মোহোৰ ৰসিকা অন্ন দেখ ভায়াগণ (ৰাম°২৩), হামাৰ কৈন্যা ওহি লৈয়া জাই (ৰা°), সোহি মোহি গতি দেব দেবা (ৰু°), তব হামাত সত্তৰে কহ (চো°), হামুসব ৰাজাক জিবন ধিক (ৰা°), হামোসব ব্ৰজক যাঞে কৃষ্ণক দেখব (প°) ইত্যাদি।

৭.১৯.২. বঙলা ব্ৰজবুলিত অসমীয়া ব্ৰজবুলিত সাধাৰণতে ব্যৱহাৰ নোহোৱা প্ৰথমাৰ হামি আৰু মুঝে, ষষ্ঠীৰ মবু, মেৰে মোহৰি আৰু হাম্মুৰিৰ প্ৰয়োগ প্ৰচুৰ।

৭.২০. দ্বিতীয় পুৰুষৰ সৰ্বনাম

৭.২০.১. অসমৰ ব্ৰজবুলিৰ মধ্যম পুৰুষৰ প্ৰাতিপদিক হ'ল ঃ তু-বা তো- আৰু

ইয়াৰ দীৰ্ঘৰূপ তোৰা-। যুষ্মদ শব্দৰ সম্মানাৰ্থে ব্যৱহৃত ৰূপবোৰ হ'ল - (ক) প্ৰথমা - তুমি, তুহু, তোহো, তেৰি (বহুবচন) তোৰা আৰু তোৰাসব, (খ) দ্বিতীয়া — তোমাক, তোহাক (বহুবচন) তোৰাসকক, (গ) পঞ্চমী -তে হন্তে, (ঘ) ষষ্ঠী-তযু, তুৱা, তেৰা, তেৰি, তোহি, তোহাৰি, তোহাৰে, তাসু আৰু (ঙ), সপ্তমী - তাহে আৰু তাসু। উদাহৰণ :— তুমি কেনে নুঠা যদুৰাই (ৰামা° ১৭), তুহু চুৰুণি মুখহি সাখি (চো°), তোহোম্বাৰ নাহি চোড় বি (চো°), অগ নগ জগ তেৰি কায়া (শ° ব°), বিষয় কাছুক লাগি ত্যজিলো আমাক (ৰামা° ৪৫), তোহাক হামু চোৰ নাহি বুলিয়ে (চো°), চৰণ তযু স্বামী (শ° ব°), তুৱা হৰি লাগো গোড় (শ° ব°), তেৰা দৰসন কৈছন হোই (ক°), শিব তেৰি অংশো (শ° ব°), তোহি মহিমা কহতু নাহি অন্ত (ক°), তোহাৰি ভাৱনা দূৰ কৰব (চো°), তোমাৰ কথা গণয়ে নাহি (প°), তাসু উৱৰে থাপি (ভো°), তোহি মহিমা কহতু নাহি অন্ত (ক°) ইত্যাদি।

**৭.২১. দ্বিতীয় পুৰুষৰ সৰ্বনাম : তুচ্ছাৰ্থে 'তই'**

৭.২১.১. তই শব্দৰ প্ৰথমা : তই, তঞি, দ্বিতীয়া - তোক, তোৰ আৰু সপ্তমী- তোত। যেনে :— তই দেখনা অন্তক আগু (শ° ব°), তঞি ৰাম ভজ তেৰি মায়া (শ° ব°), তোক নুবুলিব ভাল (ৰামা° ৪৫), আৰ লগ নছাৰিবো তোৰ (অ°), হৰি তোত আছে বৰ কাজ (ৰাম° ৩২) ইত্যাদি।

৭.২১.২. বংগীয় ব্ৰজবুলিত তৃতীয়া আৰু সপ্তমীৰ ৰূপ হ'ল- তোহে। উদাহৰণঃ- তোহে মিলায়লু, সে ধনি তোহে অনুৰাগ[৪] ইত্যাদি।

**৭.২২. তৃতীয় পুৰুষৰ সৰ্বনাম :**

**৭.২৩. সাধাৰণ নিৰ্দেশক সৰ্বনাম**

৭.২৩.১. এইবিধ সৰ্বনামৰ বিভক্তিসমূহ হ'ল - প্ৰথমা : সে, সো, সো হি, (বহুবচন), তাৰাসব; দ্বিতীয়া : তা, তাক, তাকৰ, তাংক, তাকু, তাহাংক, তাৰে আৰু তাহেক (ইকাৰৰ দ্বাৰা চতুৰ্থী বিভক্তিও দ্যোতিত হয়), ষষ্ঠী - তান, তাকেৰি, তাহেৰ, তাসু (বহুবচন) তাহাৰ, আৰু সপ্তমী - তাহেত, তাহাত। উদাহৰণ :— শ্ৰীকৃষ্ণক সে গোপি বোলল (কে°), সো হৰি যশোদা আদেশ পালয় (ৰাম° ৩), সো হৰি যশোদা আদেশ পালয় (ৰাম° ৩), সো ব্ৰাহ্মণ ভাগু ভেদ (ক°), সোহি পণ্ডিত মোহি মণ্ডিত (শ° ব°), শ্ৰীকৃষ্ণক দংসল তা দেখই (কা°), বিৰিঞ্চি ৰাখিতে যত তাক যদি আনি (ৰাম° ২৭), তাকু বন্ধন কাই (অ°), তাকৰ চোড়াইতে সখ তাই থিক (শ° ব°), পুত্ৰ বুলি তাংক যশোদা ডাকয় (ৰামা° ৫৬), তাহাংক তনয় মানিয়া ডাকয় (ৰাম° ৪৭), তাহে দেখহ সুনহ (পা°), তাহেক সত্যে সত্যে দেৱব (ৰা°), বৰ দুখ পাইবে শুনি তান মাতৃগণ (ৰামা° ২৭), তাকেৰি হামু দাসা (শ° ব°), তাহেৰ ভাগ্যক মহিমা কি কহব (ৰা°), তাসু মাৰে নন্দসুতে বিৰাজিত (ভো°), তাহেত হামু যুদ্ধ হাৰল (পা°), তাহেতো অধিক সাক্ষাতে

৪. সুকুমাৰ সেন— *বৈষ্ণৱীয় নিবন্ধ*, পৃ. ৩৭-৩৮

দেলহ (ৰু°), তাৰাসবক আগে দাদাৰ নাম ধৰি প্ৰাৰ্থনা কৰগিয়া (প°) ইত্যাদি।

**৭.২৪. নিকট নিশ্চয়বাচক সৰ্বনাম ঃ**

৭.২৪.১. এইবিধ সৰ্বনামৰ বিভক্তি ৰূপবোৰ হ'ল - প্ৰথমা - এ, ই, ইহ, উহি (বহুবচন) ইসব ; দ্বিতীয়া - আহেক, ইহাক (বহুবচন) ইসবক আৰু ষষ্ঠী ইহাৰ। উদাহৰণঃ— এ আদি দেৱ (কে°), ইটো দণ্ডে আমি (কা°), ইহ সংসাৰে সাৰ (কা°), ইসব বিষয় ধান্দ (শ° ব°), নন্দক নন্দন কেলি কয়লি উহি ঠাৱে (ৰাম° ৭), আহেক ঐচন অৱস্থা কেমনে কয় (অ°), ইহাক দোষ বাৰেক মৰস গোসাঞি (কা°), ইহাৰ অৱস্থা দেখিয়ে হামু কৈচন প্ৰাণ ধৰো (অ') ইত্যাদি।

৭.২৪.২. বংগীয় ব্ৰজবুলিত দ্বিতীয়া-চতুৰ্থী বিভক্তিত এতহু আৰু ষষ্ঠী বিভক্তিত অছু, ইনকি, ইনকে প্ৰভৃতি ৰূপ পোৱা যায়[৬]।

**৭.২৫. দূৰ নিৰ্দেশক সৰ্বনাম**

৭.২৫.১. অসমীয়া ব্ৰজবুলিৰ দূৰ নিৰ্দেশক সৰ্বনামৰ প্ৰথমা বিভক্তিৰ ৰূপবোৰ হ'ল ঃ— ও, সে আৰু সোহি। যেনে ঃ— ওহি চণ্ড বালক পয়োধৰ নপায়া ছোড়ব নাহি (অ°), সে ভকত বান্ধৱ মাধৱ (ৰু°), সোহি জগত গুৰু (কা°)।

৭.২৫.২. বংগীয় ব্ৰজবুলিত আলোচিত সৰ্বনামৰ দ্বিতীয়া - চতুৰ্থীত উহে, ষষ্ঠীত ওৰ, উহ্নক, উহ্নিক, উহ্নকে, উনকি আৰু সপ্তমী বিভক্তিত উনহি আৰু উনহে ৰূপ প্ৰাপ্তিৰ কথা ড° সেনে উল্লেখ কৰিছে[৭]। উদাহৰণ ঃ— উহে কি তেজিয়ে ৰে, উনকি শোহে গলে বনমালা, শাঙৰ চীত উনতে লাগিও আদি।

**৭.২৬. সম্বন্ধ বাচক সৰ্বনাম ঃ**

৭.২৬.১. এইবিধ সৰ্বনামৰ বিভিন্ন বিভক্তিত পোৱা ৰূপবোৰ এনে ধৰণৰ ঃ প্ৰথমা- যে, যো, জো, জোহি; দ্বিতীয়া - জাহে, ষষ্ঠী - জাকৰ, যাহাৰ, যাহাৰা, জাহাৰি, জাহাৰু, জাহেৰ জাহেৰি আৰু সপ্তমী যাহাত। দৃষ্টান্ত ঃ- যে নৃপসব বাসাকৰি ৰহিছে (ৰু°), যো হৃৰি পৰকাশা (শ° ব°), জোহি ভয়ো অৱতাৰা (ৰু°) পুৰুষ জো জানেকি মন কাম (ৰা°), জাহে ভকতি ৰকতি সকতি তাৰণ (কা°) তাকৰ গুণ মুহে লেহ (প°), মুখ অৰবিন্দ যাহাৰ (ৰাম° ১৬), তাৰণ চৰণ জাহাৰু (ৰু°), ঐচন পৰম সুকুমাৰ কুমাৰ তাহেৰ গৃহে (ৰা°), অৰ্পয় যাহাতে (ৰামা° ১০) ইত্যাদি।

**৭.২৭. প্ৰশ্নবোধক সৰ্বনাম ঃ**

৭.২৭.১. অসমৰ ব্ৰজবুলিত এই বিধ সৰ্বনামৰ বিভিন্ন বিভক্তিত প্ৰাপ্ত ৰূপবোৰ হ'ল ঃ— প্ৰথমা - কাহে, কি, কিন, কোন, কুন, কোই ; দ্বিতীয়া -চতুৰ্থী - কাহাক, কাহেক, কাহাকু আৰু ষষ্ঠীৰ কাহেৰি। উদাহৰণ ঃ— জনম চিন্তামণি কাহে গয়ো (শ° ব°), গোপালে কি গতি কৈলে (শ° ব°), হৃৰি হৃৰি হামাৰ কৰম কিনা ভেলি (ৰু°), কোনে দেখি নেদেখস আন্ধা (শ° ব°), কুন পৰকাৰে ভেট পাওব (ৰু°), আপন ৰাখিতে

---

৫,৬. সুকুমাৰ সেন— *বৈষ্ণবীয় নিবন্ধ* পৃ° ৩৭-৩৮

৭. সুকুমাৰ সেন— *প্ৰাগুক্ত গ্ৰন্থ* পৃ° ৩৮

নপাৰই কোই (ৰামা° ৯), হামাৰ ভগিনি ৰুকমিনিক কাহ্যকে সকত্তি কৃষ্ণক বিবাহ দেৱব (ৰু°), চান্দ বদনক কাহে নিয়া দেলো (কা°), কাহ্যকু হৃৰি হাসি কৰু মান (কে°), কৰহু কাহেৰি সাৰ (শ° ব°) ইত্যাদি।

৫.২৭.২. বংগীয় ব্রজবুলিৰ তৃতীয়াত কাঁহা, ষষ্ঠীত, কাহ আৰু সপ্তমীত কাহাঁ বা কাহেঁ ৰূপ পোৱা যায়। যেনে ঃ- উপমা দেয়ব কাঁহা, ঐছন হোয়ে জনি কাহ আদি[৮]।

৭.২৮. অনিশ্চয় সূচক সৰ্বনাম ঃ

৭.২৮.১. অনিশ্চয়সূচক সৰ্বনামৰ ভিতৰত কমনে, কিছু, কেৱ, কেহ, কেহ হেহো আৰু কোই প্রধান। উদাহৰণ ঃ- কমনে তৰিবি মন (ৰাম ২০), কিছু নাহি মাৰত সংগে (ৰাম ২৯), তাহে কৰু সেব দেব নহি কেৱ (পা°), সুহৃদ সো-দকত কিছু নোহে কেহ (শ° ব°), স্বামিক সংগে সহায় কেহ নাহি (ৰু°), হামুসে কৃষ্ণ দেখ কেহ বোল (কে°), তাৰে নিৰনিল কোই (ৰাম° ৪২) ইত্যাদি।

৭.২৯. আত্মমূলক সৰ্বনাম

ব্রজবুলিত আত্মসূচক বা নিজবাচক সৰ্বনাম হ'ল আপুনি। যেনে ঃ— আপন ৰাখিতে নপাৰই কেই (ৰাম° ৯), ওহি বুলি ইন্দ্ৰ আপুনাক গৰিহা কয়ল (প°) আদি।

৭.৩০. বিশেষণ

৭.৩০.১. অসমীয়া ব্রজবুলিৰ বিশেষণসমূহ হ'ল ঃ— গুণ বাচক, সংখ্যা বাচক আৰু সাৰ্বনামিক।

৭.৩০.২. গুণবাচক (বিশেষণ-বিশেষ্য)

উদাহৰণ ঃ- অখণ্ড মণ্ডল (শশী-কে°), আকাশী (বাণী-বা°), ঈষত (হাস- কে°), উছল (খোপা-অ°), এ(গৃহ-কা°), ওতিম (মোতিম-ৰু°), কলিয়া(কানাই-মা° ৰ°), খণ্ট (চোৰ-অ), চঞ্চল (মন-মা° ব°), থিৰ (বিজুৰী-মা° ব°), দুৰ্লভ (মানৱী তনু-মা° ব°) ধন্য ধন্য (কলিকাল-মা° ব°), নগৰীয়া (লোক-নৃ°), বুঢ়া (ভাই-মা° ব°), ভাল (বস্তু-নৃ°), ৰাতুল (কান্তি-কং°), সামাজিক (লোক-নৃ°) আদি।

৭.৩০.৩. সাধাৰণতে 'ইমন' প্রত্যয়ান্ত শব্দবোৰ ব্রজবুলিত বিশেষণ ৰূপে ব্যৱহৃত হয়[৯]। উদাহৰণ ঃ— নীলিম বাস, ত্রিভংগিম ঠাম (কে°) প্রভৃতি। -অল (ইয়াৰ সৈতে স্ত্রীলিংগ বাচক-ঈ সংযোগ হয়), -পন (ভাবাৰ্থে) আৰু আই (ভাবাৰ্থে) প্রত্যয়ান্ত শব্দবোৰ অসমীয়া আৰু বংগীয় ব্রজবুলিত বিশেষণ ৰূপে ব্যৱহাৰ হোৱা দেখা যায়[১০]। উদাহৰণঃ- ছুটল বাণ ফুটল হিয়ে মোৰি, মুৰছলি গোৰি, চতুৰপন, চতুৰাই নিঠুৰাই (বং) প্রভৃতি।

৭.৩০.৪. অনিশ্চিত সংখ্যাবাচক সৰ্বনামৰ ভিতৰত অনন্ত (অনন্ত নামদে যাক খিয়াই-ৰাম° ৮), অনেক (অনেক বালক সংগে ক্রীড়ত ভেৱা -ৰাম° ৫৫), অপাৰ (দুখ অপাৰ তোৰি ৰাম° ৫৬), অসংখ্য (অসংখ্য সহস্র শিশু-মা° ব°), বহু (হাসত বহু ৰস লাগে-মা° ব°) আদি আৰু নিশ্চিত সংখ্যাবাচক বিশেষণৰ ভিতৰত এক, একু, দুই প্রভৃতিৰ

৮. সুকুমাৰ সেন— ঐ পৃ° ৩১

৯.১০. সুকুমাৰ সেন— প্রাগুক্ত গ্রন্থ পৃ° ৪৭

উপৰি পহিল (পহিলহি ধনুক ধৰল-ৰা°), দোৰজ (নন্দ দোৰজ মাতিতে নাহি পাৰল-অ°), চৌ (চৌগড় বেড়াল লংকো-শ° ব°) আদি ৰূপ পোৱা যায়।

৭.৩০.৫. সাৰ্বনামিক বিশেষণক গুণবাচক আৰু পৰিমাণবাচক এই দুই প্ৰকাৰে ভাগ কৰিব পাৰি।

৭.৩০.৬. প্ৰথম বিধৰ উদাহৰণ ঃ- (ক) ঐচন (ঐচন তুতি কৰি কহ-কে°), ঔচন (ঔচন দাৰুণ হৃদয়-অ°), জৈচন (জৈচন জিব জাই-প°), কৈচন (কৈচন চিত্ত তোই - কে°), (খ) এহু (এহু ৰস শ্ৰীৰামে গাবে-ৰাম° ১৩), কৈছে (কৈছে কুবুজি কানু-ৰাম° ৪), তৈছে, যৈছে (যৈছে কুবুজি তৈছে তেবে কাম-ৰাম° ৪), যোহি (যোহি বনমালী-ৰু) আদি।

৭.৩১. ক্ৰিয়া বিশেষণ

৭.৩১.১. সৰ্বনামজাত কালবাচক

উদাহৰণ ঃ অব (কৰু অব নৰ সৰ-ৰাম° ৫৪), অবহি, কব (কৃষ্ণ কব আৱে-ৰাম° ৭), জবে (জবে তোহাক স্বামী হব-ৰু°), তব, তহি, তেবে (তেবে এৰূপ জীৱন সাফল-ৰু°), অখনে (অখন কি নিমিত্ত ৰজনি কহো -কে°), এখনে (এখনে এড়িলা কেনে-ৰাম° ৫৬), সেখন (সেখন আৱল-ৰাম° ১৯), যেখন (ৰবি সুত লৈয়া চলে যেখানে-ৰাম° ২৯) প্ৰভৃতি।

৭.৩১.২. স্থানবাচক

উদাহৰণ ঃ— ইথে, ইহ, এথা (এথাতে ৰজনি বঞ্চহি-কা°), কতি (আৰ কতি জাসি পাৱলু লাগ-ৰু°), কথা (কথা হন্তে এথাৱলি থিক-ৰু°) কথাৱে (কথাৱে জায়ে নাহি-পা°), কাহা (তুহু কাহা জাই-পা°), কাহে, কাহু, কিয়ে, জৈত (দ্বিজ ভাৰ্যা জৈত আছে-প°), তচু (ৰতন কেয়ূৰ উজৰ তচু-পা°), তথি (স্যাম সৰিৰ বসন তথি পিত-প°), যথা (চলি যাওঁ যথা মন-ৰাম° ৫৫), পাশে (মোহিত মায়াৰ পাশে-ৰাম° ৯) আদি।

৭.৩১.৩. লক্ষণবাচক

উদাহৰণ ঃ— অতি (অতি উতকত - ৰাম° ৫৩), অধিক (আহে অধিক হৃদয় দহে -ৰাম° ১০), অপাৰু (পাৱত তাপ অপাৰু-ৰাম° ৭৫), এনুৱা (কেন এনুৱা লাৱনী-ৰাম° ২৫), কৈছে (কৈছে সেবহো তুৱা পাই-ৰাম° ১৪), জৈচে (জৈচে নিষেধল-প°), ভাল (মালা শোভিত ভাল-ৰাম° ৬৫), সহজ (সহজে গুচাও হৰি-ৰাম° ৫৬)।

৭.৩১.৪. প্ৰা° ভা° আ°ৰ ক্ৰিয়া বিশেষণজাত

উদাহৰণ ঃ— আগু (আগু ধেনু চৰাই-ৰাম° ১৩), আজু (আজু প্ৰাণ চাড়ল-কা°), আজি (আজি চাৰিবো কেমনে-মা° ব°), নিত (কৰত নিত সেব-কে°) বাৰেবাৰ (গুণি চোৱা বাৰেবাৰ-মা° ব°), বাৰহি বাৰা (টানহি বাৰহি বাৰা-মা° ব°), সকালে (সাজিয়া আইল সকাল - মা° ব°), সদায় (গড়ি সদায় যাহাৰ-মা° ব°) আদি।•

৭.৩২. দ্বিৰুক্ত কৃদন্ত অসমাপিকা ক্ৰিয়া প্ৰয়োগ কৰিও ব্ৰজবুলিত ক্ৰিয়া-বিশেষণ বুজোৱা দেখা যায়। যেনেঃ— গাৱে গাৱে (মা° ব°), গুণিতে গুণিতে (মা° ব°), ঘন ঘন

(মা° ব°), চায়া চায়া (মা° ব°) টানি টানি (অ°), ঠাৱে ঠাৱে (মা° ব°), ধীৰে ধীৰে (মা° ব°), বাৰে বাৰে (মা° ব°), ভিৰি ভিৰি (কা°) লাসে লাসে (কে°) ইত্যাদি।

৭.৩৩. ধাতু

৭.৩৪. আকৃতি আৰু প্ৰকৃতি অনুযায়ী ব্ৰজবুলিৰ ধাতুবোৰ দুই শ্ৰেণীৰ - ক° মুখ্য বা সিদ্ধ ধাতু আৰু খ° গৌণ বা সাধিত ধাতু। মুখ্য ধাতুবোৰ তদ্ভৱ সিদ্ধধাতু, নিজন্ত ধাতুজাত ধাতু আৰু আৰ্যভিন্ন ভাষাজাত ধাতু - এই তিনিটা ভাগত পৰে। ইয়াৰে সংস্কৃতৰপৰা অহা তদ্ভৱ-সিদ্ধ ধাতুবোৰৰো আকৌ দুটা উপভাগ - সাধাৰণ আৰু উপসৰ্গজাত ধাতু।

৭.৩৫. গৌণ ধাতুসমূহ পাঁচনী - (-আকাৰান্ত নিজন্ত) ধাতু, নামধাতু, মিশ্ৰিত অথবা প্ৰত্যয়যুক্ত ধাতু, ধ্বন্যাত্মক ধাতু আৰু সন্দেহযুক্ত ধাতু- এই পাঁচটা বিশেষ শ্ৰেণীৰ অন্তৰ্ভুক্ত।

৭.৩৬. স্বয়ং সিদ্ধ ধাতুবোৰেই সিদ্ধধাতু। সংস্কৃতৰপৰা ইবোৰ যথাক্ৰমে প্ৰাকৃত আৰু অপভ্ৰংশ স্তৰ অতিক্ৰম কৰি অসমীয়া আৰু বংগীয় ব্ৰজবুলিত স্থান পাইছেহি। ইয়াৰ সংখ্যা ভালেখিনি। তলত মাত্ৰ দহোটাৰ নামোল্লেখ কৰা হ'ল —

| *ধাতু* | *ব্ৰজবুলিৰ ৰূপ* | *প্ৰাপ্ত ৰচনা* | *ম° ভা° আ° ৰূপ* | *প্ৰা° ভা° আ° ৰূপ* |
|---|---|---|---|---|
| আছ্ | আছা | ৰামা° ৬৮ | আচ্ছই | √আস্ |
| কহ্ | কহল | কা | কহই | √কথ্ |
| খা | খাওঁ | ম° ব° | খাই | √খাদ্ |
| চল্ | চল | মা° ব° | চলই | √চল |
| নাচ্ | নাচে | মা° ব° | নচ্চই | √নৃ |
| পিড়্ | পিড়ল | ৰা° | পিৰঅই | √পীড় |
| বোল্ | বোল | ৰু | বোল্ল | √ব্ৰু° |
| ভণ্ | ভাণতে | কে° | ভনই | √ভণ |
| ৰাখ্ | ৰাখ | ৰাম° ২৮ | ৰক্খই | √ৰক্ষ |
| লেখ্ | লেখু | কে° | লেখই | √লেখ |

৭.৩৭. উপসৰ্গজাত ধাতু

৭.৩৭.১.প্ৰা° ভা° আ° ভাষাৰ উপসৰ্গজাত ধাতুৰ বহুখিনিয়ে ব্ৰজবুলিত মৌলিক ধাতুৰ আসনত সমাসীন হৈছে। যেনে -

| *ধাতু* | *ব্ৰজবুলিত প্ৰাপ্ত ৰূপ* | *প্ৰাপ্ত ৰচনা* | *প্ৰা° ভা° আ° ৰূপ* |
|---|---|---|---|
| আন্ | অনাৰল | ৰা° | আ√নী- |

| | | | |
|---|---|---|---|
| উঝাৰ্ | উঝাৰ | ৰু° | উত্ √ ঝাট |
| চমক্ | চমকিত | ৰাম° ৬ | চম্ √ কৃ- |
| পঠা | পঠাঞঃ | পা° | প্ৰ √ স্থা + নিচ্ |
| বিচোৰ | বিচোৰল | পা° | ৰি √ স্থ |

৭.৩৭.২. প্ৰা° ভা° আ'ৰ পৰা ম° ভা° আ'ৰ মাজেদি সৰকি নব্য ভাৰতীয় আৰ্য ভাষা ব্ৰজবুলিৰ অংগন পাওঁতে প্ৰায়বোৰ সিদ্ধ ধাতুৰে ধ্বনিৰ পৰিবৰ্তন ঘটিছে। মাথো কেইটিমান ধাতুত প্ৰা° ভা° আ'ৰ ধ্বনি গুণ সংৰক্ষিত হোৱা দেখা যায়[১১]। যেনেঃ- ক°- য় বিকৰণযুক্ত ঃ- নাচ (কে°) নৃ-য়-তি, খ°-ন-বিকৰণযুক্ত ঃ শুন (ৰু°) শৃ-নো-তি আৰু গ°- শ্চ-বিকৰণযুক্ত ঃ পুছ ৰাম° ৭) পৃ-শ্চ-তি ইত্যাদি।

৭.৩৮. প্ৰা° ভা° আ'ৰ নিজন্ত ধাতু

৭.৩৮.১. প্ৰা° ভা° আ'ৰ কিছুমান নিজন্ত ধাতুৰ আসন পোৱাটো মন কৰিব লগীয়া। অৱশ্যে ব্ৰজবুলি স্তৰ পোৱাৰ পূৰ্বে সিহঁতে সকৰ্মক ক্ৰিয়াৰ ৰূপ পাইছে। অসমীয়া ব্ৰজবুলিত সাধাৰণতে-আ পৰসৰ্গৰ যোগত পাঁচনী অৰ্থ প্ৰকাশ পায়। উদাহৰণঃ- আন √ অনাৱল (ৰা°) খেদ-খেদাৱল (কে°), মেৰ-মেৰাৱল (অ°), সুখ-সুখাৱল (কে°) আদি।

৭.৩৯. সন্দেহযুক্ত মৌলিক ধাতু

৭.৩৯.১. কেতবোৰ ধাতুৰ মূল প্ৰত্ন ব্ৰজবুলি স্তৰৰ লেখাত পোৱা যায়; কিন্তু সেইবোৰ সংস্কৃত মূলোত্তৰ নহয়। বঙলা ব্ৰজবুলিৰ উপৰি ভোজপুৰী[১২] ভাষাতো ইয়াৰ ব্যৱহাৰ আছে। তাৰে দুটিমান দৃষ্টান্ত ঃ ঝাৰ - ধুলাঝাৰি কোলে তুলি গলাত ছাপিকহো (অ°), ডাক - ডাকি শ্ৰীকৃষ্ণ পাচু পাচু জাই (পা°), তিপ্ - তিপি টানি মাৰে (কং২), লৰ - আৱত ব্ৰহ্ম বৃন্দাবনে লৰি (ৰামা° ২৫) প্ৰভৃতি।

৭.৪০. সাধিত ধাতু

৭.৪০.১. মৌলিক ধাতুত আ পৰসৰ্গ নিস্পন্ন ৰূপটোৱে সাধিত ধাতু। সাধিত পাঁচনী ধাতুৰ কাল-বৰ্তমান, ভূত আৰু ভৱিষ্যৎ।

৭.৪০.২. বৰ্তমান কাল ঃ— ত ঃ- কৰাৱত (কে°), কম্পাৱত (অ°), খেলাৱত (ভো°), ভুলাৱত (ভো°), মৰাৱত (অ°), বিনাৱত (অ°) ইত্যাদি।

৭.৪০.৩. ভূত কাল ঃ- ল, লো ঃ- অনাৱল (জ°), খেদাৱল (ক°), টাটুৱল (অ°), পলাৱল (অ°), মিলাৱল (কে°), যোগাৱল (ক°) আদি।

৭.৪০.৪. ভৱিষ্যৎ কাল ঃ- বঃ- কৰাৱব (কা°), কৰাইবো (ৰাম°), খেদাৱব (কে°), চৰাইবো (কে°), জুৰাইবো (ৰাম° ৩), শিখাৱব (অ°) ইত্যাদি।

৭.৪১. নামধাতু ঃ-

---

১১. *ODBL* s. 502

১২. *ODBL* s. 621 & *ODB*. s. 507

৭.৪১.১. বিশেষ্য আৰু বিশেষণৰ পিছত - আ, - ই আদি প্ৰত্যয়ৰ যোগত ব্যৱহৃত ধাতুমালাই নামধাতু। এই বিধ ধাতুৰ প্ৰয়োগ ব্ৰজবুলিত অত্যধিক। যেনে ঃ—

| *বিশেষ্য-বিশেষণ* | *নামধাতুৰ ৰূপ* | *প্ৰয়োগ* |
|---|---|---|
| আৰম্ভ | আৰম্ভল | কুসণ্ডি কৰিয়ে হোম আৰম্ভল (ক°) |
| অংকোবাল | আংকোৰালি | কেহো আংকোৰালি তুলি বৈঠাই (ক°) |
| আলিংগন | আলিংগি | বসুমতিক আলিংগি (ক°) |
| ক্ৰীড়া | ক্ৰিড়ি | পড়ি ক্ৰিড়ি কানু নাচেৱে (কো°) |
| প্ৰৱেশ | প্ৰৱেশল | সুধৰ্মা সভাত প্ৰৱেশল (স্য°) |
| প্ৰণাম | প্ৰণামি | প্ৰণামি মাধৱ পাৱ (নৃ°) |
| বোল | বুলিবাক | তাকে বুলিবাক পাৰি (ৰাম° ৩২) |
| সম্বোধ | সম্বোধি | ঋষিক সম্বোধি বোল (ৰা°) ইত্যাদি। |

৭.৪২. সংযুক্ত ধাতু ঃ

৭.৪২.১. কিছুমান ধাতু (ক) বিশেষ্য-বিশেষণ বা ক্ৰিয়া বিশেষণ, (খ) ক্ৰিয়াৰ অসমাপিকা ৰূপ, (গ) ক্ৰিয়াৰ ভৱিষ্যৎ কালৰ তৃতীয় পুৰুষৰ ৰূপ অথবা (ঘ) ক্ৰিয়াৰ ভূত কালিক কৃদন্ত ৰূপৰ পিছত লগ লাগি বেলেগ বেলেগ অৰ্থ বুজায়। এনেবোৰ সংযুক্ত ধাতুৰ সংখ্যা ব্ৰজবুলিত নগণ্য বুলিব নোৱাৰি। যেনে ঃ—

৭.৪২.২. প্ৰথম বিধৰ উদাহৰণ - আগু পৰি (পা°), আজুৰি পেলাই (কা°), আতুৰ ভৈলো (মা° ব°), উপৰক তুলি (পা°), কিৰিৰি কৰ (মা° ব°), গালি পাৱ (পি°), চাকৰি মাগো (মা° ব°), ছেদ কৰল (ৰাম° ৫০), জান দিয়ে (কং°) ঝিকি পাৱে (মা° ব°), ঠেংগনা দিয়া (চো°), ডাক দিয়া (ৰা°), তৰংগ বৰংগ কৰি (সী°), থিৰ কৰা (মা° ব°), দুখ লাগে (মা° ব°), ধেনু চাৱে (মা° ব°), বাজ হুয়া (অ°), ৰক্ষা কৰহ (পা°), শুকাই গৈল (ম° ব°) ইত্যাদি।

৭.৪২.৩. দ্বিতীয় বিধৰ উদাহৰণ ঃ ক° পূৰ্ব কালিক যা (জা) - খেদি জাই (ক°), চলি জাই (ক°), দেখো গৈয়া (কা°), নিয়া জাই (কং°), বহি জাই (ক°), মৰি জাই (অ°), লিয়া জাই (ক°), ৰাখো গিয়া (অ°) প্ৰভৃতি।

খ° পূৰ্বকালিক আছ - কৈয়া আছে (মা° ব°), চাই আছ (মা° ব°) খৈয়া আছ (অ°), দিয়া আছি (পি°), ধৰি আছ (অ°), বহি আছে (ম° ব°), ৰাখি আছ (কা°), হুয়া আছে (মা° ব°) ইত্যাদি।

গ° পূৰ্বকালিক জা + অতীত ল - চৰি গল (অ°), নিয়া গেল (ভো) মৰি গৈল (মা° ব°) আদি।

ঘ° পূৰ্বকালিক লাগ + অতীত ল - কম্পয়ে লাগল (কে°), গৰ্জায় লাগল (কে°), ডাকিতে লাগল (অজা°), বুৰয়ে লাগল (উ°) বোলিতে লাগল (তো°), তৰসয় লাগল (কে°) ইত্যাদি।

ঙ° পূৰ্বকালিক পৰ + অতীত ল - উভৰি পৰল (অ°), চলি পৰলা (অ°), চিৰি

পৰল (কে°), ফাটি পৰল (কে°) মূৰ্চিত হয়া পৰল (কা°) আদি।

চ° পূৰ্বকালিক ৰহ্ + অতীত ল = পৰি ৰহল।

৭.৪২.৪. তৃতীয় বিধৰ উদাহৰণ ঃ কোলে ধৰব (কা°), খাইবে নেদ (ৰাম°২৫), থাকিব চাই (ৰাম° ৫৫), বুলিবে শুনি (ৰাম° ২৬) ইত্যাদি।

৭.৪২.৫. চতুৰ্থ বিধৰ উদাহৰণ ঃ খাইবাৰ দিনা (মা° ব°), খেলাইবাৰ তৰে (মা° ব°), বোলাইবাৰ পাৰো (মা° ব°) ইত্যাদি।

৭.৪৩. **প্ৰত্যয়ান্ত ধাতু ঃ**

৭.৪৩.১. ব্ৰজবুলিত ব্যৱহাৰ হোৱা কেইটামান ধাতুৰ মূল বিচাৰি গ'লে দেখা যায় সেই ধাতুৰ পিছত প্ৰত্যয় যোগ হৈ মূল ধাতুৰ আসন পাইছেহি। সেই জাতীয় পৰসৰ্গ সংযোজিত ধাতুবোৰক প্ৰত্যয়ান্ত ধাতুৰূপে চিহ্নিত কৰিব পাৰি। যেনে ঃ—

-ক যোগ ঃ ফুংক (ফুত্ + কৃ) হৰিৰ অধৰে ফুংকে পুৰুষ চৈতন্য (মা° ব°) থমক (স্তম্ভ + কৃ) থমকে ধাৱে (ৰাম° ৩৩) ইত্যাদি।

- চ যোগ ঃ থেকেচ - কোলাহস্তে মাটিত থেকচায়া থৈলা (অ°) ইত্যাদি।

৭.৪৪. **ধ্বন্যাত্মক ধাতু ঃ**

ব্ৰজবুলিত ধ্বন্যাত্মক ধাতু ভালেখিনি। তাৰে দুটিমান দৃষ্টান্ত ঃ গৰ্জ - কোপে নিৰিখিতে গৰ্যায় লাগল (ৰা°), ঝনক - কিংকিণী কনক ঝনক ঝনন আৱত দেখ বিমানে (ৰাম° ৫০), ফোফাই - ফনা তুলি কৃষ্ণক চাই ফোফাই কোপে চক্ষু (কা°), দগ মগি - কুণ্ডল দগমগি দগমগি শ্ৰোতি দোলতৰে (ৰাম° ৪৬), লৰবৰ - লৰবৰ কলে মা থা (মা° ব°) আদি।

৭.৪৫. **ক্ৰিয়াৰ কাল -**

৭.৪৫.১. ব্ৰজবুলিত ক্ৰিয়াপদৰ কাল তিনিটা - বৰ্তমান অতীত আৰু ভৱিষ্যৎ। তিনিও পুৰুষৰ ভিন্ন ৰূপ থাকিলেও এক বচনৰ ৰূপৰ পাৰ্থক্য নাই। বৰ্তমান আৰু অতীত কালৰ প্ৰত্যেক পুৰুষৰে একাধিক প্ৰত্যয়ৰ প্ৰয়োগ মন কৰিবলগীয়া বৈশিষ্ট্য[১৩]।

৭.৪৬. **বৰ্তমান কাল ঃ**

৭.৪৬.১. অসমীয়া ব্ৰজবুলিৰ নিৰ্দেশক বৰ্তমানৰ ৰূপ হ'ল ঃ -ও আৰু -উ। যেনে ঃ— মাথে খেৰ ধৰো (ৰা°), পতিদান মাগো (কা°), কৰোহো গোহাৰি (শ° ব°), আকাশক চন্দ্ৰ আনিতে পাৰু (ৰু°), না কৈলু যতন (বি°) ৰাখিতে নাৰি লুঁ (চণ্ডীদাস), সো সব বুঝলু (গোবিন্দদাস) ইত্যাদি।

৭.৪৬.২. ব্ৰজবুলি ভাষাৰ মধ্যম পুৰুষৰ প্ৰত্যয়কেইটা হ'ল ঃ -অ, -স, সি আৰু -হ। উদাহৰণ ঃ- কি কৰিতে চাব (কা°), হামাৰি সংগে আব (চো°), ইহাৰ ভাল মণ্ড কি জানিস (অ°), তুহু হামাক গাৰি দেসি (ৰু°), জপ তপ তিৰিথ কৰসি গয়া কাসী (শ°ব°), জে বাত থিক তা কহ (ৰু°), তুহু নিভয়ে ৰহ (ৰু°) ইত্যাদি।

৭.৪৬.৩. ব্ৰজবুলিৰ তৃতীয় পুৰুষৰ ক্ৰিয়া বিভক্তিৰ চিন হ'ল ঃ -ই, -এ, আৰু -

---

১৩. সুকুমাৰ সেন— *প্ৰাগুক্ত গ্ৰন্থ* পৃ. ৪৮

য়। যেনে ঃ— পাপি মৰম পদ পায়ী (ৰা°), অহেৰ কথনে সথনে (ৰা°), ধৰি ধৰি সমৰক ধাৱে (শ° ব°), ৰাধা হাথিয়ে চলে (কে°), স্মৰণে কৰয় সিদ্ধি (শ° ব°)। বংগদেশৰ ব্ৰজবুলিত উপৰ্যুক্ত বিভক্তিৰ ৰূপ কেইটাৰ উপৰি - অত আৰু - ত বিভক্তিৰো প্ৰয়োগ আছে। যেনে ঃ— দেত, লেত, দেওত, নাচাওত প্ৰভৃতি[১৪]।

৭.৪৭. পূৰ্ণ বৰ্তমান কাল ঃ

৭.৪৭.১. পূৰ্ণ বৰ্তমান অথবা তৎকালিক বৰ্তমানৰ উত্তম পুৰুষৰ ক্ৰিয়া বিভক্তি ৰ চিন হ'ল ঃ- ইচি (ইচ + ই) যেনে - হামি যাকৰ কথা কহীচি (ৰা°), সৰ্বলোকে সুখে ৰহইচি (কে°) ইত্যাদি।

- ইচো (ইচ্ + ও) যেনে ঃ— হে মুনিৰাজ এ চলয়িচো (পা°)

- ইচে (ইচ্ + এ) যেনে ঃ— সীতাক স্বয়ম্বৰ মিলিছে (ৰা°), আনন্দে মগ্ন হয়াছে (কে°)।

- ঐচে (ঐচ্ + এ) যেনে - তোমাক লাগি ৰহৈচে (ৰা°), হামু সত্য বাত কহৈচে (ৰা°)।

৭.৪৮. বৰ্তমানৰ দ্বিতীয় পুৰুষৰ প্ৰত্যয় কেইটা হ'ল ঃ-

- ইচ্ (ইচ্ + অ) = তুহু দাৰুণ বাক্য বোল ইচ (কে°)

- ঐচ্ (ঐচ্ + অ) = আহে প্ৰাণ প্ৰিয়ে কি মিমিত্ত ক্ৰন্দন কৰৈছ (ৰু°)

- ঐছে (ঐছ + এ) = তুহু কি নিমিত্ত আপেখি ৰহৈছে (ৰা°)

- সিয়া (প্ৰা° ভা° আ° -সি) = হামাক মাথে থৈয়ো সিয়া স্বামী (কে°)

৭.৪৯.১. সংস্কৃত অতীত কালৰ সমাপিকা পদ অসমীয়া অথবা বঙলা ব্ৰজবুলিত পাবলৈ নাই। অপভ্ৰংশ স্তৰতেই ইয়াৰ বিলুপ্তি ঘটিছে। অৱশ্যে আলোচিত কালটো বুজাবলৈ সংস্কৃত নিষ্ঠা প্ৰত্যয়জাত-ত আৰু -ইতৰ ব্যৱহাৰ দেখা যায়। পৰৱৰ্তী কালত অতীত বুজাবলৈ আন এবিধ প্ৰত্যয়ৰ প্ৰৱেশ ঘটিল। সেয়া হ'ল - ল। এই প্ৰত্যয়টো - - অল আৰু -ইললৈকেও সম্প্ৰসাৰিত হয়। উদাহৰণ ঃ—

ক° উত্তম পুৰুষ ঃ

- লঃ - হামু পৰিহাস কেলি কৌতুক কয়ল (কে°)
হামাক লাজ ভৈল (পা°)

- ল + উ = লু ঃ- তোহাৰি চৰণে সৰণ লেলু হৰি (ৰু°), জানলু জীৱন নাথ নাৱে (ৰু°)। বংগদেশৰ ব্ৰজবুলিত কেতিয়াবা কেতিয়াবা উ-কাৰ যুক্ত অতীত কালৰ ৰূপবোৰত নাসিক্যৰূপ পোৱা যায়। যেনে - গেলুঁ, পেখলুঁ আদি।

- ল + ও = লো ঃ- কাম সাগৰে মগন ভৈলো (ৰা°), বহুত বৰিষ তপস্যা কয়লো (ৰু°)।

- ল + ও + হো = লোহো ঃ- ত্যজিলহো পতি সুত তুৱা গুণ গাই (ৰাম° ৬৫)

খ° দ্বিতীয় পুৰুষ ঃ

১৪. সুকুমাৰ সেন— ঐ পৃ° ৪২

- ল + ই = লি ঃ- বংগদেশৰ ব্ৰজবুলিত ইয়াৰ প্ৰয়োগ প্ৰচুৰ। যেনে - আগুলি, পৰি, পেখিলি আদি[১৫]।

- ল + ও + হো = হো = লোহো ঃ- তুহু জানলহো ব্যবহাৰ (পা°)

- ই + ল + আ = ইলা ঃ- জগত উদ্ধাৰ কৰিলা বিহাৰ (ৰাম° ৩২)

গ° তৃতীয় পুৰুষ ঃ

- ল ঃ - উনিকৰ আগু গোকুলক স্থি নাহি ৰহল (পা°), ক্ৰন্দন কয় লাগল (ৰু°), তাহেক কে লৈয়া গৈল (ভূ°) আদি।

- ল + ই = লি ঃ- সমদলে কয়লি পয়ানা (শ° ব°)

- ল + ও = লো ঃ- কহ কাহে আ গেলো বন্ধু মধাই হামাৰি (কে°)।

- ই + ল + আ = ইলা ঃ- ইটো দণ্ডে স্বামি ওহি এড়াইলা পাতক (কা°)

৭.৫০. পূৰ্ণভূতকাল ঃ

- ইচ + ইল + ও = ইছিলো ঃ- খেলাইছিলো সে চান্দ মুখ (শ° ব°)

- ইচ + ইল + অ = ইছিল ঃ- থৈয়াছিল হয়ং গামি হৰি পুজিবাৰে (ভূ°)

৭.৫১. ভবিষ্যৎ কাল

৭.৫১.১. অসম আৰু বংগদেশৰ ব্ৰজবুলিত ভবিষ্যৎ কালৰ প্ৰথম অথবা উত্তম পুৰুষৰ প্ৰত্যয় হ'ল ঃ-

- ব + অ = ব ঃ তোহাক নাহি ৰক্ষা কৰব (ৰু°), কিছু নাহি বোলক (পি°), আজ ভেটব মুখ চান্দ (শ° ব°), আৰ কি সহব (পি°)

- ব + ই = বি ঃ— কহবি কমন উপায় পুনু পাই (ৰু°), দেবি, নেবি[১৬]

- ব + ও = বো (দীৰ্ঘ ৰূপ ইবো অথবা ইবোহো) ঃ— কৈছে ধৰবো অব ব্ৰজবধু প্ৰাণে (শ° ব°), মাৰিবো বানৰা পাইলে লাগ (ভূ°), তোৰ মাথা খাইবো বলয় বানি (কে°), শুনহ উদ্ধৱ কিবা কহিবহো আৰ (ৰামা° ২০)।

- ম + ০= মঃ— হৰি হৰি হে কি বুদ্ধি কৰিম কি গতি হৈব আমাৰ (ৰামা° ৫১)

৭.৫১.২. দ্বিতীয় পুৰুষৰ ভবিষ্যতৰ ৰূপ

- ব ঃ— হাতে পৰশি হামাক জিয়াব (ৰু°), পাচু কান্দি মৰব (পি°)

- ব + আ = বা ঃ— বহুৰি আসিবা ব্ৰজে কমল লোচন (ৰামা° ২০)

- ব + ই = বি ঃ— কৃষ্ণক নিমিত্তে কিছু চিন্তা কৰবি নাহি (ৰু°)

- ব + এ = বে (ইবে) ঃ— খাইবে ননদ দধি দুগ্ধ (ৰাম° ২৫)

৭.৫১.৩. তৃতীয় পুৰুষৰ ভবিষ্যতৰ প্ৰত্যয় ঃ

- ব ঃ— বাহুৰি আৱব কৃষ্ণ (শ° ব°), উনিকৰ সংগে সবহি মৰম (ৰু°)

- বহ ঃ সুন্দৰিসব আপুন চোৰবহ (কে°),

- ব + এ = বে ঃ সখিসবে কি বুজিবে শুনিবে (ৰামা° ২৬), বুৰ দুখ পাইবে সুনি

১৫. সুকুমাৰ সেন— *প্ৰাগুক্ত গ্ৰন্থ* পৃ° ৪৩

১৬. *পদকল্পতৰু*, দ্বিতীয়খণ্ড পৃ. ১৬৯

তান মাতৃগণ (ৰামা° ২৭)।

৭.৫২. অনুজ্ঞা

৭.৫২.১. অনুজ্ঞাৰ পুৰুষ দুটা - দ্বিতীয় আৰু তৃতীয়। কাল দুটা - বৰ্তমান আৰু ভবিষ্যৎ[১৭]। ধাতুৰ পিছত সাধাৰণতে - অ, -আ, - ও প্ৰত্যয় যোগ হয়। যেনে -

৭.৫২.২. দ্বিতীয় পুৰুষ : বৰ্তমান কাল : তোব্যসব সত্তৰে আব (চো°), বোম তেজি উঠহ (ভূ°), বান্ধৱ উদ্ধৱ কহ (ৰাম° ৫), কৃষ্ণক নখাই হামাক খাব (অ°), আলো ভাই চল (মা° ব°), তোহো হামাক ছাড়হ (চো°), আপুন থানে সৰ্বস্ব চলি যাব (আ°) ইত্যাদি।

৭.৫২.৩. তৃতীয় পুৰুষ : বৰ্তমান কাল :

(স্বাৰ্থিক - ক প্ৰত্যয় সমেত) কৃষ্ণ পদে মন কৰোক আশ (ৰামা° ৪০), বৃন্দাবনে দেখোক আসিয়া (অ°), ই কথা ৰহোক (অ°), বজ্ৰধিকাৰ হৌক (প°) প্ৰভৃতি।

৭.৫২.৪. দ্বিতীয় পুৰুষ : ভবিষ্যৎকাল :

তাহেক ভোজন কৰবি (অ°), মলিন বসন পৰিয়ে গোঠক চলিবি (অ°) তোহো দ্বাৰ নাহি চড়বি (চো°), গাই দুহিবি (অ°), গোপি ৰূপে গোকুলে জনম ধৰব (অ°), যাদব নজায়ো নজায়ো তুমি গুৱালৰ পৰা (চো°) আদি।

৭.৫২.৫. তৃতীয় পুৰুষ : ভবিষ্যৎ কাল :

আৱৰ নাহি আৱৰ (চো°) আদি।

৭.৫২.৬. প্ৰাৰ্থনাসূচক :

ভৱসিন্ধু কৰহ নিবাৰ (ৰামা° ৭৩), কৃপা কৰা নাৰায়ণ (ৰামা° ৪৫), কৰু কৰুণা নাথ (শ° ব°), হামাক ওহি দান দেহ (ৰাম°), প্ৰভু মম সিদ্ধি কৰা ৰাম (নৃ°) ইত্যাদি।

৭.৫২.৭. বিধি অৰ্থক :

সোহি কৰতু নিত্য মুকুতি বিধান (শ° ব°), মুকুতি মংগল কৰতু তোহাৰি (শ° ভ°), মুকুতি কৰতু সোহি ৰঘুনাথ আদি।

৭.৫৩. অস্ত্যৰ্থক ক্ৰিয়া :

৭.৫৩.১. ব্ৰজবুলিত একাধিক অস্ত্যৰ্থক ক্ৰিয়াৰ প্ৰয়োগ মন কৰিবলগীয়া।

এই বিধ ক্ৰিয়াৰ ধাতু হ'ল - ✓আছ, ✓হ আৰু ✓ভো। এইবিধ ক্ৰিয়াৰ প্ৰয়োগ বৰ্তমান কালৰ নিৰ্দেশক ভাৱত তিনিওটা পুৰুষৰ উপৰি অতীত কালতো হয়। যেনে- (ক) আছ ধাতুৰ ক্ৰিয়া : বৰ্তমান কাল : প্ৰথম পুৰুষ - আছে (ৰামা° ৬), আছো (পি°) বৰ্তমান কাল : দ্বিতীয় পুৰুষ : আচ (ভূ°), আছহ (ৰামা° ১৩), আছে (ৰামা° ৩২)।

অতীত কাল : প্ৰথম পুৰুষ : আছিলো (ৰামা° ৬৬)

দ্বিতীয় পুৰুষ : আছিলা (পি°)

(খ) ৠক ধাতু : বৰ্তমান কালৰ তৃতীয় পুৰুষত ইয়াৰ ব্যৱহাৰ আছে। যেনে -

১৭. সত্যনাথ বৰা—বহল ব্যাকৰণ, পৃ. ১৮২

আসনে থিক বৈঠি সত্যভামা (পা°), বিষয় সুখে কোন অবিলাস থিক (কে°)

(গ) ভূ ধাতুৰ হ ৰূপ ঃ বৰ্তমান কাল - হ এ (ৰু°), হয়া (কে°), হুই (ৰাম°৩১), হৈয়া (ৰামা° ২৪), হোই (ৰামা° ৭৫), হুয়াছে (কে°) আৰু অনুজ্ঞা হোক (পা°), অতীত কাল - হৈলো (ৰামা° ৩৬), ভবিষ্যৎকাল - হৈবো (ৰামা° ৫১)।

(ঘ) ভূ ধাতুৰ ভ ৰূপ ঃ বৰ্তমান কাল - ভয়ো (শ° ব°), অতীত কাল - ভৈলো (পি°), ভৈলি (ৰামা° ৭), ভেল (ৰামা° ২৭) ইত্যাদি।

৭.৫৪. নাস্ত্যৰ্থক ক্ৰিয়া ঃ

ব্ৰজবুলিৰ নঞৰ্থ ধাতুটো হ'ল - নহ (প্ৰা° ভা° আ° ন + ভৃ) অথবা নউ (নতু+হো ভূ)। সাধাৰণতে ধাতুৰ আগত আৰু কেতিয়াবা কেতিয়াবা ধাতুৰ পিছত ন উপসৰ্গ বহুৱাই নঞৰ্থক প্ৰকাশ কৰা হয়। ধাতুৰ স্বৰধ্বনি সমীভৱন হোৱাৰ ফলত ন ৰ ৰূপ নে নো নু আদিলৈ পৰিবৰ্তিত হয়। অৱশ্যে তাৰ ব্যতিক্ৰমো নথকা নহয়। ব্ৰজবুলিত নঞৰ্থক ধাতুটো মৌলিক ৰূপে ব্যৱহাৰ হ'লেও সহায়ক ৰূপেহে তাৰ প্ৰয়োগ বেচি। তেনেস্থলত ই সংযুক্ত ক্ৰিয়াৰ কাম কৰে। উদাহৰণ ঃ—

ক° ৰজনী শয়ন নহি দিবস আন্ধাৰি (ৰাম° ৭৭), তোহোসব নাহি কেৱ (ৰাম° ১৪)।

খ° নাহি আৱব (শ° ব°), নাহি উপজল (অ°), নাহি খেলে (পা°), নাহি চাৰব (পা°), নাহি জাব (পি°), নাহি জানত (অ°), নাহি ধৰব (কা°) নাহি পাৰল (কা°)

গ° উচিত নহে (পি°), কৰবি নাহি (কা°), গতি নাহি (পা°), চাড়ব নাহি (অ°), জায়ে নাহি (পা°), দেব নাহি (ৰামা° ৬৮), প্ৰবেশে নাহি (পা°), লংঘিয়ে নাহি (প°) আদি।

ঘ° ভিন্ন ধাতুৰ আগত ন বহি নঞৰ্থক বুজোৱা ঃ অপৰিবৰ্তিত ন = ন কৈলা (প°), ন খাই (ৰাম° ৩০), ন জাই (কে°), নজাএ (অ°), ন পাৰল (অ°), ন মাগহো (ৰামা° ১), ন বৈলো (ৰামা° ২৮), নসৈলা (পি°) আদি।

ঙ° ধাতুৰ স্বৰৰ প্ৰভাৱত পৰিবৰ্তিত ন -

ন আইলা = নাইলা (ৰামা° ৭৬), ন আৱ = নাৱে (ৰু°), ন উঠা = নুঠা (ৰামা° ৭), ন এবিলি = নেবিলি (প°), ন হেৰি = নেহেৰি (পি°) আদি।

চ° ন ৰ নালৈ পৰিবৰ্তন -

ন চিন্ত = না চিন্ত (ৰামা° ১৩), ন দিবো নাদিবো (ৰাম° ৬৮), ন বুজিয়ে = না বুজিয়ে (ৰামা° ৭৫) ন শোভে = না শোভে (শ° ব°) আদি।

৭.৫৫. অনিয়মিত ক্ৰিয়া

৭.৫৫.১. ব্ৰজবুলিত ব্যৱহাৰ হোৱা অনিয়মিত ক্ৰিয়া কেইটা হ'ল ঃ

ক° থাক - সকলো পুৰুষ আৰু সকলো কালত (সকলো ভাৱত নহয় কিন্তু) ইয়াৰ ৰূপ আছে। যেনে ঃ— হামাক ত্যজিয়া থকা আন যুৱতীৰে সংগে (ৰামা° ৩৯), হৃদয়ে থাকো থিৰাই (ৰামা° ২), সবহি থাকিব চাই (ৰামা° ৫৩) ইত্যাদি।

খ° নাই - নাই ধাতুৰ পিছত কোনো ধৰণৰ ক্ৰিয়া বিভক্তিৰ ৰূপ যোগ নহয়। বৰ্তমান কালৰ সকলো পুৰুষত ইয়াৰ ৰূপ পোৱা যায়। যেনে ঃ— গোবিন্দ চৰণ বিনে নাই (ৰাম° ২২), দাতা নাই তোহো বিনে আন (ৰাম° ১৩)।

গ° আছ - বৰ্তমান আৰু ভূত কালত সকলো পুৰুষতে আছ ধাতুৰ ৰূপ পালেও তাৰ ভবিষ্যৎ ৰূপ পোৱা নাযায়। (অস্ত্যাৰ্থক ধাতু চাওক)

৭.৫৬. অসমাপিকা ক্ৰিয়া

৭.৫৬.১. বৈয়াকৰণসকলে অসমাপিকা ক্ৰিয়াক কৰা বিভাজনৰ ভিত্তিত ব্ৰজবুলি ভাষাৰ অসমাপিকা সমূহ তলত শ্ৰেণীসমূহ কৰা হ'ল -

৭.৫৬.২. বৰ্তমান কালিক কৃদন্ত ঃ— বৰ্তমান কালিক কৃদন্তৰ প্ৰত্যয় দুটা -অন্তে আৰু -ইতে। উদাহৰণ ঃ— উলটি আসন্তেঁপথ সমিপে এক বেস্যাক ক্ৰীড়া দেখল (অ°), ভোজন কৰন্তে শয়ন কৰন্তে কন্তেকো নেৰিলি মোক (প°), পুচিবে খোজন্তে চাৰি পৰিষদ অন্তধ্যান ভৈল (অ°) বিপ্ৰক নেদন্তে কিসক বধিলি আসি (অ°)।

৭.৫৬.৩. -অন্তে প্ৰত্যয়ৰ পিছত নিৰ্দিষ্ট বাচক-তা লগ লাগিলে কৰ্তৃবাচক সৃষ্টি হয়। যেনে ঃ— বালক কেলি কৰন্তা (শ° ভ°), গিৰি নিয়ন্তা (শ° ভ°) ওহি তো নিয়ন্তা হৰি আতমা সবাবে (মা° ব°), বিধিৰ কৰতা জগত ভৰতা (ৰাম° ৪২), জয় জয় সৃষ্টি কৰন্তা (মা° ভ°) ইত্যাদি।

৭.৫৬.৪. -ইতে প্ৰত্যয়যুক্ত উদাহৰণ ঃ

জল কেলি কৰিতে হ্ৰদক পৰম আন্দোল মিলল (কং°), ভৈল ক্ষীণ বুধি অৰ্থ কৰিতে বিচাৰ (মা° ব°) মিনতি বুলিতে হাসিয়া থাকে চাহি (ৰামা° ৪), নীৰ ভৰাইতে হাসিয়া চাই (ৰামা° ৩৩), সুমৰিতে মোহে গোপিনীক জীৱ থাক (শ° ব°)।

৭.৫৬.৪. দ্বিত্ব প্ৰয়োগৰ উদাহৰণ ঃ

কৃষ্ণক খুৰাইতে খুৰাইতে দুখ পাৱল (অ°), গুণিতে গুণিতে চিত্ত কৰিতে নপাৰো থিৰ (মা° ব°), দেখিতে নবীন ৰূপৰ লাৱণ্য লুলে (মা° ব°), ঠমকে ঠমকে চলে অমিয়া মাধুৰী হাসেৰে (মা° ব°)

৭.৫৭. ভূতাৰ্থ কৃদন্ত

৭.৫৭.১. অসমীয়া ব্ৰজবুলিত ভূতাৰ্থ অসমাপিকা অথবা কৃদন্তৰ প্ৰত্যয় হ'ল— -ইল, -ইলা, -ইলে -ইবা, -ইবাৰ আৰু -ইবাৰে। অতীত বুজোৱা -ইল প্ৰত্যয়ত অধিকৰণ বা কৰণ কাৰকৰ বিভক্তি-লা, -লে আদি যোগ হৈ-ইলে, -ইলা ৰূপ লৈছেহি। আনহাতে -ইব প্ৰত্যয়ে ভবিষ্যতো সূচায়।

- ইল প্ৰত্যয়যুক্ত ঃ হৈবাৰ নকৈল মোৰ যেনে পাৱা খণ্টা চোৰ (মা° ব°)

- ইলা " ঃ- ব্ৰজাই কৰিলা চুৰি আনিলা খিয়ানে (মা° ব°), জানিলো আসিলা তুমি যব নজানিয়া (পি°)

- ইলে " ঃ- বসুপতি পাইলে আসি ৰাৱনৰে কয় (ৰামা° ৩)

- ইবাৰ " ঃ- দধি দুগ্ধ নৱনু খাইবাৰ দিলা আসি (মা° ব°)

বিহানে বজাইল খেড়ি খেলাইবাৰ তবে (মা° ব°)

- ইবাবে " ঃ- যমুনায় গেলো হামু নীৰ ভৰিবাবে (মা° ব°),

তাবে পুচিবাবে তবে দুবাল জগাইলো (মা° ব°)

৭.৫৮. পূৰ্বকালিক বা সংযোজক অসমাপিকা ঃ

৭.৫৮.১. -ই প্ৰত্যয়ৰ অসমাপিকাৰ উদাহৰণ (দ্বি অক্ষৰী) আনি (কে°), আসি (পা°), উড়ি (কে°), উঠি (কে°), এড়ি (কে°), কৰি (পা°), কাচি (পা°), কান্দি (পা°), ক্ৰিড়ি (পা°), খুম্পি (কং), খেপি (পা°), গাঞ্জি (পা°), ঘেৰি (কা°), চড়ি (কা°), চোড়ি (পা°), ছাদি (শ° ব°), ছেদি (ক°), জানি (পা°), টানি (কে°), ডাকি (পা°), চলি (মা° ব°), তৰি (শ° ব°), থাপি (ৰাম° ৩৯), দেখি (অ°), ধৰি (পা°), নামি (কে°), পাসি (কে°), ফিৰি (ৰাম° ৮), বাজি (ৰাম° ২১), ভাবি (ৰামা° ৪৯), মাতি (ৰাম° ৩২), লাড়ি (কে°), হানি (ৰাম° ৪৯), আদি।

৭.৫৮.২. -ই প্ৰত্যয়ান্ত অসমাপিকাৰ উদাহৰণ (ত্ৰিঅক্ষৰী) ঃ- আৱৰি (কে°), উফৰি (কা°), কামুড়ি (বা°), খেলাই (ৰাম° ৮), গৰসি (ৰাম° ১০), চাপৰি (ৰাম° ৩৮), থমকি (ৰাম° ৩৯), নকৰি (ৰামা° ৪৯), প্ৰকাশি (অ° ), বিগাৰি (ৰা°), ভৰসি (ৰাম° ৩৯), মুৰুচি (ৰাম° ৬৭), লবাড়ি (পা°) আদি।

৭.৫৮.৩. -ইয়া প্ৰত্যয়ান্ত অসমাপিকা ঃ

আসিয়া (কে°) কৰিয়া (ৰাম° ৬), খায়া (ৰামা° ৫৬), গিয়া (প°), চড়িয়া (ক°), জানিয়া (শ° ব°), ডাকিয়া (ক°), তুলিআ (কে°), দৰসিয়া (শ° ব°), নাশিয়া (ৰাম° ৬৪), প্ৰবোধিয়া (ৰামা° ২৬), ফিৰিয়া (ৰামা° ৬৭), বাজিয়া (ৰাম° ৬৭), লভিয়া (ৰাম° ৬), শুনিয়া (ৰাম° ৪), হাসিয়া (ৰাম° ৩৩) ইত্যাদি।

৭.৫৮.৪. -অ এ প্ৰত্যয়ান্ত অসমাপিকা ঃ

ক এ (কা°), চলয়ে (কা°), জুৰয়ে (কে°), ঝৰ এ (কে°), ধৰ এ (কা°), বোল এ (ৰাম° ৫৫), সাগৰে (ৰাম° ২), সুজবে (ক°) আদি।

৭.৫৮.৫. -ই এ প্ৰত্যয়ান্ত অসমাপিকা ঃ

কৰিয়ে (অ°), খেদিয়ে (ক°), খেপি এ (ৰা°), গৰসিয়ে (ৰাম°১৬), চাপি এ (ৰা°), জিনিবে (কা°), ঢাকি এ (অ°), দেখিয়ে (অ°), ধৰি এ (অ°), নাসিএ (পা°), পমি এ (কা°), ফন্দি এ (ক°), বনিয়ে (অ°), ভণ্ডিয়ে (ভূ°), থিয়ে (অ°), মাৰিয়ে (অ°), লভিএ (কা°), শুনিয়ে (ৰামা°৭৪), হাঠিয়ে (কে°) ইত্যাদি।

৭.৫৮.৬. -কহো আৰু - কহ পৰসৰ্গযুক্ত অসমাপিকা ঃ

আলিংগিকহো (কে°), উঠিকহো (কে°), কৰিকহো (অ°), তুলিকহো (কা°), থৈয়াকহো (সু°), ধৰিকহো (কে°), পাইকহো (কে°), বড়াইকহো (কে°), সুচিকহো (কে°), শুনিকহো (সু°), যাইকেহ্য (স্যম°), আকহো (ক°) আদি।

৭.৫৯. ক্ৰিয়াৰ তুমন্তৰূপ

৭.৫৯.১. ব্ৰজবুলিত সাধাৰণতে -অই, -ইত, -ইতে, -ইবা, -ইবে, -ইবাক, -ইবাবে

প্ৰভৃতি পৰসৰ্গৰ যোগত ক্ৰিয়াৰ তুমন্ত ৰূপ হয়। যেনে - কহই, বহই, বুঝই[১৮], ওহি চৰণ সেবা কৰিতে ধৰ্ম অৰ্থ ......... সুখে পাই (কে°), তোমাৰ সংগে খেলাইতে বৰ দুখ পাই (ৰামা° ৪), হামাক মাৰিতে আশা কয় ধিক (অ°), ডাকিবাক শ্ৰীকৃষ্ণ পাচু পাচু জাই (পা°), তথাপি নোজোৰে হৰি খাইবাৰ তোমাৰে (মা° ব°), কহিতে বিস্ময় বিপৰীত শুনিবাৰে (ম° ব°) আদি।

৭.৬০. ক্ৰিয়াবাচক বিশেষ্য

ধাতুৰ পিছত - অন, -অনা প্ৰভৃতি প্ৰত্যয়ৰ যোগত অসমীয়া ব্ৰজবুলিত ক্ৰিয়াবাচক বিশেষ্য পদৰ সংৰচনা মন কৰিবলগীয়া। উদাহৰণ ঃ— একমুখে কহন নজাই (ৰামা° ৫) মন মেৰি নাচিন্ত তৰণ উপাই (ৰামা° ১০), মন পুনু বুজান নজাই (ৰামা° ১০), বৃন্দাবনে নানান ৰসে খেলনা কয়ল (ভো°), নাহি নাহি ভৰকো ভাবনা (মা° ব°), মোহন কালিন্দী তীৰে মোহন খেলনা মোহন ত্ৰিভংগ ভথি মোহন চালনা (ৰাম° ৯) আদি।

৭.৬১.১. যৌগিক কাল

৭.৬১.১. অসমীয়া ব্ৰজবুলিৰ যৌগিক কালৰ প্ৰথম অংশ শমন্ত বৰ্তমান (-ই, -ইতে) অথবা কৃদন্ত অতীত (-ই বা -ইয়া) অন্তিম অংশ 'আছ' ধাতুৰ সমাপিকা ৰূপেৰে গঠিত। যেনে ঃ- কৈয়া আছ (মা° ব°), বান্ধি লৈয়া আছে (মা° ব°), বাখি আছ (কা°), হয়া আছে (মা° বা°) ইত্যাদি।

৭.৬২. ক্ৰিয়া পদৰ স্বাৰ্থিক প্ৰত্যয়

৭.৬২.১. অসমৰ ব্ৰজবুলিত নিম্নলিখিত স্বাৰ্থিক প্ৰত্যয়কেইটা আছে —

ক° - ক (অনুজ্ঞা) বৃদ্ধ নন্দে দেখোক আসিয়া (অ°), দীনবন্ধু নিয়োক উদ্ধাৰি (ৰামা° ৫৮), (বৰ্তমান) পাৰবো খাইবাক বাধ মাৰ নিদাৰুণী (ৰামা° ২৫), দেখিবাক কোপ ভাব (ৰামা° ৭৫), আৰু (অতীত) কি মতি পাইলেক ইটো (কা°)

খ°-আৰ, -এৰ আৰু -ৰ

খাইবাৰ নেদ মোৰে (ৰামা° ২৫), জীব তৰিবাৰে (ৰামা° ৬৮), মৰিবাৰ তৰে (ৰাম° ৪), দেয় নাহি বহিবাৰ (ৰামা° ৬৮), তৰুণী হইবাৰ আশে (ৰামা° ১৮)।

গ° সিয়া (দুটা অসমাপিকা ক্ৰিয়াৰ অনুজ্ঞাত প্ৰয়োগ) প্ৰাৰ্থনা কৰ সিয়া (প°), মাগিয়া গৈয়া অনু (প°) ইত্যাদি।

ঘ° সিয়া - (দুটা অসমাপিকা ক্ৰিয়াৰ অনুজ্ঞাত প্ৰয়োগ) ৰামকোলী কৰসিয়া (কে°), হামাক বোকে চড়সিয়া (কে°) ইত্যাদি।

ঙ° হা° -হ আৰু -হো।

দেখাইবাহা প্ৰভু মোক (ৰামা° ৭৬), চিত্ত মন চৰণ ধৰাই (ৰাম° ৪১), তেজিবহো জাতিকুল (ৰামা° ৩৩) আদি।

৭.৬৩. ধ্বন্যাত্মক শব্দ

৭.৬৩.১. ব্ৰজবুলিত ধ্বন্যাত্মক শব্দৰ বহুল প্ৰয়োগ ঘটিছে। তলত অসমৰ

১৮. পদকল্পতরু, প্ৰথমখণ্ড, পৃ ১১৫

ব্ৰজবুলিত প্ৰয়োগ হোৱা কেইটামান ধ্বন্যাত্মক শব্দৰ উদাহৰণ দিয়া হ'ল —

৭.৬৩.২. ধৰা ধৰি (বো°), বগৰা বাগৰি (বো°), বাণ্টা-বেঁট (কা°), মক্‌মকি (ৰাম°২০), মৰামৰি (ৰাম°৭১) আৰু অংগি-ভংগি (ৰামা°২২), আলে জালে (কা°), আথে বেথে (কা°), উলট-পালট (কা°), খচ্‌-মচ (ক°), খোচ মোচ (ভূ°), তল বল (উ°), জিকি মিকি (ৰামা° ৪), ঝিক্‌মিক (কা°), তৰংগ বৰংগ (স্যা°), তিৰি মিৰি (ৰাম° ৭১), বাপ চাপ (কা°), ৰংগ চংগ (কে°), হাটে বাটে (ভূ°) ইত্যাদি।

৭.৬৪. **পুনৰুক্তি**

ব্ৰজবুলিত ব্যৱহাৰ হোৱা পুনৰুক্তিবোৰ বেলেগ বেলেগ পদৰ দ্বাৰা গঠিত হৈছে। অসমৰ ব্ৰজবুলিৰপৰা নিদৰ্শন ডাঙি ধৰা হ'ল ঃ—

৭.৬৪.১. *বিশেষ্য* ঃ- কৃষ্ণ কৃষ্ণ (কে°), গাবে গাবে (ক°), জয় জয় (কা°), ঠাবে ঠাবে (পা°), ঠমকে ঠমকে (ৰাম° ৪৬), তীৰে তীৰে (অ°), ভায়া ভায়া (ৰামা°৮), শাৰী শাৰী (ৰামা° ৬৩) সিৰে সিৰে (কা°), ৰাধা ৰাধা (ৰাম° ৬৮), হৰি হৰি (অ°)।

৭.৬৪.২. *বিশেষণ* ঃ গদ গদ (কা°), ঢুল ঢুল (মা° ব°), ধন্য ধন্য (মা° ব°), ভালি ভালি (ৰাম° ৩৮), মধুৰ মধুৰ (ৰাম° ৫), সোটা সোট (মা° ব°)।

৭.৬৪.৩. *সংখ্যাবাচক* ঃ কোনো কোনো (ৰাম° ৪৫), কৌটি কৌটি (শ° ব°)।

৭.৬৪.৪. *পূৰ্বকালিক কৃদন্ত* ঃ কান্দি কান্দি (অ°), চায়া চায়া (মা° ব°), টানি টানি (অ°), ভোলি ভোলি (অ°), পৰি পৰি (ৰাম° ২৬), ফিৰি ফিৰি (মা° ব°), ফুৰি ফুৰি (ৰাম° ২৬), হালি হালি (পা°) হাসিয়া হাসিয়া (ৰাম° ৩৩)।

৭.৬৪.৫. *ক্ৰিয়া বিশেষণ* ঃ আগু আগু (কে°), খলি খলি (মা° ব°), গণি গণি (ব্ৰ°), মনে মনে (মা° ব°), তিলে তিলে (ৰামা° ৪৩), দিনে দিনে (ৰামা° ৯), ধীৰে ধীৰে (জ°), পাঁচু পাচু (ৰাম° ৩৭), পুনু পুনু (ৰাম° ৩৭), বাৰে বাৰে (অ°), বাহিৰে ভিতৰে (কে°), লুম্ফি লুম্ফি (মা° ব°)।

৭.৬৪.৬. *ক্ৰিয়া* ঃ আবল আবল (ৰাম° ২৯), উঠ উঠ (ৰামা° ৫৩), উঠহ উঠহ (কে°), দেখো দেখো (কা°), পেখু পেখু (ৰাম° ৫০), ৰাখু ৰাখু (শ° ব°)।

৭.৬৪.৭. *অব্যয়* ঃ নাহি নাহি (ৰাম° ৩৭), ৰে ৰে (ৰাম° ১০)।

৭.৬৪.৮. *সৰ্বনাম* - অন্যে অন্যে (কা°), কাহু কাহু (কে°), কাহো কাহো (কে°), সোই সোই (শ° ব°), যেখন-সেখন (ৰামা°২৯), যে-সে (পা°), যাহা-তাহা (পা°), যোহি-সোহি (কে°)।

৭.৬৫. **কৰ্মবাচ্য** ঃ

৭.৬৫.১. ক্ৰিয়াৰ অতীত কৃদন্ত পদত সহায়ক ক্ৰিয়া যা লগ লগাই কৰ্মবাচ্য গঠন কৰাটো একাধিক নব্য ভাৰতীয় আৰ্য ভাষাৰ সাধাৰণ নিয়ম। ব্ৰজবুলিতো এই বৈশিষ্ট্যই বৰ্তমান। যেনে ঃ— একমুখে কহন নজাই (ৰামা° ৫), হামাক লিয়া জায় (ৰা°), নয়নকো নিব ধাৰে বহি জাই (প°), এমন পিৰিতি আৰু কথিহু না পেখিয়ে, যত বিচুৰিয়ে ভত বিছুৰ ন যাই, ন ভনত ন আওত[১১]।

৭.৬৬. অব্যয় ঃ

৭.৬৬.১. ব্ৰজবুলিৰ অব্যয়সমূহ নিম্নোক্ত ধৰণে শ্ৰেণীভুক্ত কৰি দেখুৱাব পাৰি

৭.৬৭. *সংযোজক অব্যয় ঃ*

ক° আৰো - খাইবে নেদ দধি দুগ্ধ আৰো চোৰ বোল মোৰে (বাম° ২৫), খ° এতেক - এতেক প্ৰসাদ মাগো তোমাৰ চৰণে (বামা° ৫২), গ° তথাপি - তথাপি তোহাৰি আজ্ঞা পালিতে লাগয় (বা), ঘ° কেন - কমল কৰ্ণিকা বেঢ়ি যেন পত্ৰেৰ পৰকাশে (বামা° ২৪) আৰু ঙ° যেহে - যেহেন কমল খঞ্জল বহু (বাম° ৬)।

৭.৬৮. *বিযোজক আৰু পৰিমাণবাচক অব্যয় ঃ*

ক° বা - তুহু বা কে হামু বা কুন (ক°), খ° তথাপি - তথাপি কৃপালু দেব ৰাখিও চৰণে (বামা° ১), গ° কিছু - কিছু নাহি যাবত সংগে (বাম° ২৯), ঘ° কিঞ্চিত - থিৰ নুহি কিঞ্চিত (বামা° ৬) আৰু ঙ° বহু - বহু চান্দে চলি নব নীৰদ বিকাশ (বামা° ২১)।

৭.৬৯. *প্ৰশ্নবাচক অব্যয় ঃ*

ক° কি - মোই কি ৰূপ পেখলো ৰাই (বাম° ২১), খ° কব - কৃষ্ণ কব আৱ (বাম° ৭), গ° কিক - তুমি লৰুনু দিবা কিক (বাম° ২৫), ঘ° কাহা - কাহা গৈয়ো কিবা জানে মোৰে যদুমণি (বাম° ৬৩), ঙ° কাহাক - কাহাক থাকিব চাই (বামা° ৬), আৰু চ কেন - নেদা কেন এনুৱা লৱণী (বাম° ২৫)।

৭.৭০. *বিভিন্ন অব্যয় ঃ*

ক° অন্তৰ - সন্তৰ অন্তৰ হৰ (বা°), খ° অব - অব ওহি মোহ পাশা (বাম° ১২), গ° অধিক - অদিক দগধ প্ৰাণ (ক°), ঘ° কাৰণ - কাৰণবো কাৰণ তুমি অকাৰণ (ক°), ঙ° তথাপি - তথাপি ভকতে জিনয় (ব্ৰ°), চ° নাই - নাহি নাহি হৰি বিনে (প°), ছ° নিমিত্ত- ভূমিক ভাৰ হৰণ নিমিত্ত অৱতাৰ (কা°), জ° পুনু - দেখিতে পুনু পাৱয় (বাম°২৪), ঝ° বিনে - হৰিক নাম সুমৰণ বিনে কমনে তৰিবি মন, ঞ° বুলি - ভায়া ভাবা বুলি গলত বান্ধে (বাম° ৮), ট° যথা - চলি যাও যথা মন (বামা° ৫৫), ঠ° যদ্যপি - যদ্যপি পাতকী মই নবৈল বচনে (বামা° ১), ড° যদি - তোৰাসবক প্ৰসাদে স্বামি যদি (বা°), ঢ° সত্তৰ - গৰুড় পক্ষীৰাজ সত্তৰে আৱ (কে°), ন° সে - সে কাজে অভাগী (বামা° ৩৩), ত° হেন - হেন শুনি হৰি হাসি বুলিলা বচন (বামা° ৫৫), আৰু থ° হেতু - ধৰ্ম ৰক্ষা হেতু যত অৱতাৰ (বাম° ৬৮)।

৭.৭১. *সম্বোধনবোধক অব্যয় ঃ*

হে মাই জসোদে (চো°), হে সখি কি ভেল কি ভেল (কে°), ৰে ৰে পুৰন্দৰ (পা°), অৰে দ্বিজ (বু°), ঐয়ে মণিমন্ত্ৰ (বা°), অয়ে কুলকণ্টক কৰীন্দ্ৰ (ক°), আৰে দুষ্ট ৰাজাসব (ক°), আহে সভাসদলোক (ক°), আৰে দানৱক বেটি (পা°), আলো মাই (জ°), ওৰে সখি দেখৰে হামাৰ জিৱন (কে°), এ সখি চলহ (কে°), ভো ভো সভাসদ (বা°)।

---

১১. সুকুমাৰ সেন— প্ৰাগুক্ত গ্ৰন্থ পৃ° ৪৪

৭.৭২. *ভাবপ্ৰকাশক অব্যয় ঃ*

হা হা হৰি বিধিক বিড়ম্বনা কি ভেল (ক°), আঃ আঃ ওহি কুসুমক মহিমা কি কহব (পা°), বহ বহ কিছো চিন্ত নাহি (ক°), ধন্য ধন্য কলিকাল (মা° ব°), হৰি হৰি ৰমনি কয়ল পৰ মাই (ৰা°) আদি।

—

# অষ্টম অধ্যায়

## ভাৰতীয় বৈষ্ণৱ ভক্তি সাধনাৰ ধাৰা

### ক° প্ৰবেশিকা

৮.০. দ্যুলোকৰ অন্যতম দেৱতা বিষ্ণুক অৱলম্বন কৰি বৈষ্ণৱ সাধনাৰ বুনিয়াদ গঢ়ি উঠিছে। *শতপথ ব্ৰাহ্মণ, ঐতৰেয় ব্ৰাহ্মণ, তৈত্তিৰীয় সংহিতা* প্ৰভৃতিত বিষ্ণুৰ আশ্ৰিত - এনে অৰ্থত 'বৈষ্ণৱ' শব্দৰ প্ৰায়োগ দেখা যায়। ধৰ্ম সম্প্ৰদায় বুজাবলৈ 'বৈষ্ণৱ'ৰ প্ৰথম প্ৰয়োগৰ থলী *মহাভাৰত*। খ্ৰীষ্টীয় পঞ্চম শতকৰ একাধিক শিলালেখ আৰু মুদ্ৰাপৃষ্ঠত বিষ্ণুৰ পৰা উদ্ভূত 'বৈষ্ণৱ' শব্দৰ উল্লিখন চকুত লগা। বিষ্ণুক অৱলম্বন কৰি প্ৰথম স্তৰত বৈষ্ণৱ ধৰ্ম বিকশিত হ'লেও দ্বিতীয় স্তৰত শ্ৰীকৃষ্ণৰ প্ৰতিপত্তি বাঢ়ি আহে আৰু তৃতীয় স্তৰত শ্ৰীকৃষ্ণহে ভগৱান স্বয়ম্ আসনত সমাসীন হয়। মধ্যযুগত বৈষ্ণৱ ধৰ্মৰ পুনৰুত্থানৰ ফলশ্ৰুতিৰূপে ভাৰত ভূমিৰ ভিন্ন প্ৰান্তৰত বৈষ্ণৱ সাধু সন্ত অথবা মহাজনসকলে যি গীত-পদ-নাট আদি ৰচনা কৰি ভক্তিৰ মন্দাকিনী ধাৰা প্ৰবাহিত কৰিছিল, সেই গীত-পদাদিৰ কেন্দ্ৰ বিন্দুত আছিল ভগৱান শ্ৰীকৃষ্ণৰ বিচিত্ৰ লীলা। গতিকে উত্তৰ-পূৰ্ব ভাৰতৰ ব্ৰজবুলি সাহিত্যৰ স্বৰূপ বুজিবলৈ ভাৰতীয় প্ৰেক্ষাপটত বৈষ্ণৱ সাধনাৰ ক্ৰমবিকাশৰ এটি থূলমূল ধাৰণা থকা প্ৰয়োজন।

৮.১. **বিষ্ণুৰ ক্ৰমবিকাশ ঃ**

বিষ্ণু বৈদিক দেৱতা। চতুৰ্বেদৰ ভিতৰত *ঋগ্বেদত* ১০৫ বাৰ, *সামবেদত* ২৪ বাৰ, *যজুৰ্বেদত* ৫১ বাৰ আৰু *অথৰ্ববেদত* ৬৬ বাৰ বিষ্ণুৰ নামোল্লেখ মন কৰিবলগীয়া[1]। *ঋগ্বেদৰ* সপ্তম মণ্ডলৰ ৩২, ৩৬, ৩৯, ৪৩ আৰু ৯৩ সূক্তত আন দহজন দেৱতাৰ লগতে বিষ্ণুৰো নাম লোৱা হৈছে যদিও তাত তেওঁৰ ক্ৰিয়া কৰ্মৰ কোনো পৰিচয় পোৱা নাযায়। উত্তৰবেদত বিষ্ণুৰ যি গুণ-ক্ৰিয়াৰ বিৱৰণ পোৱা যায়, তাৰ ভিতৰত সৰ্বাগ্ৰে উল্লেখনীয় কথা হ'ল - তেওঁ পদক্ষেপেৰে বিশ্বভুবন পৰিক্ৰম কৰাটো। দৃষ্টান্ত- ক° বিষ্ণুৱে এই জগৎ পৰিক্ৰম কৰিছে। সমগ্ৰ জগৎ তেওঁৰ ধূলিময় পদেৰে ব্যাপ্ত হৈ আছে[2]। খ° এক বিষ্ণু বহুলোকৰ স্তুতিযোগ্য। তেওঁ তিনিটা খোজ দিছে। এই খোজত দেৱলোক আনন্দিত[3]। গ° উৰু বিক্ৰমী বিষ্ণুৰ পৰম পদত মধুৰ উৎস বৰ্তমান।

---

১. অমূল্যচৰণ বিদ্যাভূষণ - ভাৰত-সংস্কৃতিৰ উৎসধাৰা, পৃ. ৫০

২. ইদং বিষ্ণুৰ্বিচক্ৰমে ত্ৰেধা নিদধে পদং সমূঢ়মস্য পাংসুৰে॥ ঋক্ ১।২২।১৭

৩. ত্ৰীণ্যেক উৰু গায়ো বিচক্ৰমে যত্ৰ দেৱাসো মদন্তি॥ ঋক্ ৮।২৯।৭

তেওঁ প্ৰকৃততে বন্ধু[৪]। বিষ্ণুৱে তিনিটা খোজেৰে ভূলোক অথবা জগৎ পৰিক্ৰমন কৰাৰ সন্দৰ্ভত যাস্কে তেওঁৰ *নিৰুক্তত*[৫] ঔৰ্ণনাভ মুনিৰ উক্তি উদ্ধৃত কৰাটো তাৎপৰ্যপূৰ্ণ। উক্ত মুনিৰ মতে বিষ্ণু সূৰ্য। তেওঁৰ ত্ৰিপদ বিক্ষেপে পুৱা, দুপৰীয়া আৰু সন্ধিয়া সূচায়। কলব্ৰুক প্ৰমুখ্যে এদল পণ্ডিতে বিষ্ণুৰ তিনিখোজত আকাশ পাৰ হোৱা কাৰ্যক *বামন পুৰাণৰ* বলিছলন কাহিনীৰ বীজ ৰূপে প্ৰদৰ্শন কৰে। উইলছন চাহাবে *ঋগ্বেদ* সংহিতাৰ ইংৰাজী পাতনিতো ইয়াৰ ইংগিত দিবলৈ পাহৰা নাই[৬]। অৱশ্যে হপকিন চাহাবে ইয়াৰ বিৰোধিতা কৰে[৭]।

৮.২. ইন্দ্ৰৰ সখাৰূপে বিষ্ণুৱে দেৱৰাজক বহুক্ষেত্ৰত সাহায্য দান কৰাটো ঋক্‌বৈদিক বিষ্ণুৰ আন এটি লক্ষণীয় দিশ। বিষ্ণু ইন্দ্ৰৰ উপযুক্ত সখা[৮]। তেওঁ বৃত্ৰবধ কাৰ্যত দেৱৰাজক সাহায্য আগবঢ়াইছে[৯]। ইন্দ্ৰ আৰু বিষ্ণু একগোট হৈ সূৰ্য, অগ্নি, উষা আদিক সৃষ্টি কৰিছিল[১০]। ইন্দ্ৰৰ দৰেতেৰোঁ দ্যাবা-পৃথিৱী ধাৰণ কৰে[১১] আৰু ইন্দ্ৰৰ দ্বাৰা সংগৃহীত জলধাৰা বৰ্ষণ কৰাত আগভাগ লয়[১২]। উপৰ্যুক্ত কীৰ্তিৰাজিৰ কাৰণে দেশী-বিদেশী সকলো পণ্ডিতে বৈদিক বিষ্ণুক সূৰ্যৰ নামান্তৰ ৰূপে চিহ্নিত কৰিছে। সেয়ে হ'লে তেওঁ হ'ব অদিতিৰ পুত্ৰ। যাস্কে বিষ্ণু শব্দৰ বুৎপত্তি নিৰূপণ কৰিবলৈ গৈ কৈছে যে যেতিয়া আদিত্যৰ ৰশ্মিৰাজি পৰিব্যাপ্ত হয়, তেতিয়াই তেওঁ বিষ্ণু নামে পৰিচিত হয়। এই শব্দটো ✓বিশ ধাতু অথবা বি-✓অশ ধাতুৰপৰা নিস্পন্ন[১৩]। সূৰ্যই কালক বিভাজন কৰাৰ উপৰি বৰ্ষৰো পৰিপূৰ্ণতা আনে। *ঋগ্বেদৰ* কথাত, বিষ্ণুৱে গতি বিশেষৰ দ্বাৰা বিবিধ স্বভাব বিশিষ্ট চতুৰ্থবতি চক্ৰৰ দৰে বৃত্তাকাৰে চালিত কৰিছে। বিষ্ণু বৃহৎ শৰীৰ বিশিষ্ট আৰু স্তুতিৰ দ্বাৰা পৰিমেয়। তেওঁ নিত্য, তৰুণ আৰু অকুমাৰ বিৰাম বিহীন তেওঁৰ গতি[১৪]। 'সূৰ্যৰ যি শক্তিৰ দ্বাৰা আহ্নিক আৰু বাৰ্ষিক গতিৰ উদ্ভৱ সম্ভৱ হৈছে, যাৰ ফলত পৰ্যায়ক্ৰমে বড় ঋতুৰ সৃষ্টি হয় আৰু পৃথিৱী হয় মানৱ সমাজৰ বসবাসৰ উপযোগী' সেই শক্তিয়ে বিষ্ণু।

---

৪. উৰুক্ৰমস্য সহি বন্ধুৰিত্থা বিষ্ণোঃ পদে পৰমে মধ্ব উৎসঃ।। ঋঃ১।১৫৪।৫
৫. *নিৰুক্ত* ১২।১৯।৩
৬. Wilson - Introduction to the *Regveda Samhita*, p.20
৭. Hopkin - *The Religions of India*, p.57
৮. ইন্দ্ৰস্য যুজ্যঃ সখা।। ঋঃ ১।২২।১৯
৯. অথা ব্ৰবী বৃ ত্ৰমিন্দ্ৰো হনিষ্যন্ত্ সখে বিষ্ণো বিতৰং বিক্ৰমস্ব। ঋঃ৪।১৮।১১
১০. উৰুং যজ্ঞায় চক্ৰথুৰু লোকং জনয়ন্তা সূৰ্যমুষাসমগ্নিম্।। ঋঃ ৭।৯৯।৪
১১. ঋ ৪।৫৪।৪
১২. বিষ্ণেত্তা বিষ্ণুনাভৱদুৰুক্ৰম স্তোবিতঃ ঋঃ ১।৭৭।১৪
১৩. *নিৰুক্ত* ১২।১৯।২-৩
১৪. ঋঃ ১।১৫৫।৬

৮.৩. বিষ্ণুক সূৰ্যৰূপে বৰ্ণনা কৰাৰ লগতে তেজোময়ী শক্তিৰ আধাৰ স্বৰূপ অগ্নি ৰূপেও *ঋগ্বেদে* অগ্নিক স্বীকৃতি দিয়াটো আন এটি মন কৰিব লগীয়া বৈশিষ্ট্য। *কৃষ্ণ যৰ্জুবেদত* যজ্ঞই বিষ্ণু[১৫]। তদুপৰি যজ্ঞ অৰ্থাৎ যজ্ঞাগ্নিয়ে আদিত্য[১৬]।

৮.৪. *ঋগ্বেদত* বিষ্ণু পালন কৰ্তা ৰূপেও পৰিকীৰ্তিত হোৱাটো মন কৰিবলগীয়া। দুটি ঋক্‌ৰ উদ্ধৃতি এইখিনিতে প্ৰযোজ্য - ক' বিষ্ণু পালন কৰ্তা। তেওঁ পৰম স্বৰ্গ ৰক্ষা কৰি থাকে[১৭]। খ' বিষ্ণু ৰক্ষক। তেওঁক কোনোৱে আঘাত নাহানিবা। তেওঁ সমস্ত ধৰ্ম ধাৰণ কৰি তিনি পদ পৰিক্ৰমন কৰিছে[১৮]। *ঋগ্বেদৰ* সংহিতা ভাগতকৈ ব্ৰাহ্মণ অংশত বিষ্ণুৰ প্ৰতিপত্তি অনেক বেচি। ৰামায়ণ, মহাভাৰত আৰু বিভিন্ন পুৰাণত বিষ্ণুই সৰ্বেসৰ্বা। ইয়াৰ অন্যতম কাৰণ : মানৱ জ্ঞানৰ অতীত বিষ্ণুৰ পৰমপদৰ প্ৰতি জনগণৰ ঐকান্তিক শ্ৰদ্ধাশীলতা। *ঐতৰেয় আৰণ্যকত* স্পষ্টভাৱে কোৱা হৈছে যে অগ্নি দেৱতাসকলৰ অৱম (প্ৰথম) আৰু বিষ্ণু পৰম (অন্তিম) দেৱতা - আন সমস্ত দেৱতাই এওঁলোকৰ মাজত অৱস্থিত[১৯]। বিষ্ণুৰ পৰমপদ প্ৰাপ্তিৰ কাৰণ নিৰ্দেশ কৰিবলৈ *শতপথ ব্ৰাহ্মণ* আৰু *তৈত্তিৰীয় আৰণ্যকত* এটা কাহিনী সংযোগ কৰা দেখা যায়। কাহিনীটো হ'ল : এবাৰ দেৱগণে শ্ৰী, শৌৰ্য আৰু অন্ন লাভৰ বাবে এক যজ্ঞৰ ব্যৱস্থা কৰিলে। যজ্ঞত এটা প্ৰস্তাৱ গৃহীত হ'ল - তেওঁলোকৰ মাজত যিজনে আপোন কৰ্ম সম্পাদনেৰে অন্যান্য দেৱতাৰ পূৰ্বে চৰম সিদ্ধি লাভ কৰিব, তেওঁকেই দেৱতাসকলে প্ৰথম আৰু প্ৰবীণ আসন আগবঢ়াব। বিষ্ণুৱে আন দেৱতাৰ পূৰ্বে উপৰ্যুক্ত সিদ্ধি লাভ কৰাৰ ফল ৰূপে তেওঁ দেৱতাসকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ আসনত সমাসীন হ'বলৈ সমৰ্থ হ'ল। *বিষ্ণু পুৰাণৰ* মতে বিষ্ণুৱে জগতৰ উৎপত্তি, সংস্থিতি আৰু নিয়ন্তাৰ কাৰণ[২০]। হিৰণ্যগৰ্ভ, হৰি, শংকৰ, বাসুদেৱ, অচ্যুত পুৰুষোত্তম, নাৰায়ণ প্ৰভৃতি এক বিষ্ণুৰেই প্ৰকাৰভেদ মাত্ৰ। বিষ্ণু এক শাশ্বত আৰু পৰমাত্মা স্বৰূপ। *ভাগৱত পুৰাণত* আলোচিত দেৱতাজনৰ মহিমাই আৰু ব্যপক ৰূপ লয়। কালক্ৰমত বিষ্ণুৰ বিভিন্ন অৱতাৰে গা কৰি উঠে।

*৮.৫. নাৰায়ণ :*

পানীৰ এটা নাম নাৰ। এই নাৰত যি অয়ন অথবা নিবাস কৰে, তেঁৱে নাৰায়ণ[২১]। নাৰ শব্দ আকৌ আকাশৰো দ্যোতক। বৈদিক যুগত নাৰায়ণ আৰু সূৰ্য

---

১৫. বিষ্ণুৰ্যজ্ঞ এবান্ততঃ প্ৰতিতিষ্ঠতি। কৃষ্ণ ১।১।৭।৪

১৬. স যঃ স বিষ্ণুৰ্যজ্ঞ। সয় স যজ্ঞোহসৌ স আদিত্যঃ। *শতপথ ব্ৰাহ্মণ* ১৪।১।১।৬

১৭. বিষ্ণু গোঁপাঃ পৰমং পাতি। ঋ ৩।৫৫।১০

১৮. ত্ৰীণি পদা বিচক্ৰমে বিষ্ণুৰ্গোপা অদাভ্য অতো ধৰ্মাণি ধাৰয়ন্। ঋ ১।২২।১৮

১৯. অগ্নি বৈ দেৱানামৱমো বিষ্ণুঃ পৰমস্তদন্তৰেণ সৰ্বা অন্যা দেৱাঃ। *ঐতৰেয়* ১।১

২০. বিষ্ণোঃ সকাশাৎ সম্ভূতং জগৎ তত্ৰৈৱ সংস্থিতম্।
*স্থিতি সংযম কৰ্তাসৌ জগতোহস্য জগচ্চ সঃ।। বিষ্ণু* ১।১।৩৫

২১. আপো নাৰা ইতি প্ৰোক্তাঃ আপো বৈ নৰসূনৱঃ।
তাঃ যদস্যায়নং পূৰ্বং তেন নাৰায়ণঃ স্মৃতঃ।। মনু ১।১০

অভিন্ন ৰূপত পৰিকল্পিত হৈছে। *তৈত্তিৰীয় আৰণ্যক*ত দহৰ বিদ্যা উপলক্ষে নাৰায়ণৰ নাম পোৱা যায়[২২]। তাত তেওঁ সহস্ৰশীৰ্ষযুক্ত দ্যুতিমান, বিশ্বদৰ্শী, বিশ্বৰ কাৰণ আৰু বিশ্বাত্মক পৰম প্ৰভু নাৰায়ণ। তেওঁ সমস্ত লোক পূৰ্ণ কৰে গুণে পুৰুষ পানীত শয়ন কৰা গুণে পুৰুষ ৰূপে *শতপথ ব্ৰাহ্মণ*ত স্বীকৃত হৈছে[২৩]। *মহাভাৰত*ৰ মতে, ক্ষীৰ সাগৰৰ উত্তৰে থকা শ্বেত দ্বীপৰ দেৱতাজন হ'ল নাৰায়ণ। এই নাৰায়ণ আৰু বিষ্ণু অভিন্ন[২৪]। শক্তিপৰ্বৰ আখ্যায়িকাবোৰ নাৰায়ণী উপাখ্যান ৰূপে খ্যাত। সিবোৰত বিষ্ণু, নাৰায়ণ আৰু বাসুদেৱৰ স্পষ্ট যোগসূত্ৰ স্থাপন হোৱাটো মন কৰিবলগীয়া। *তৈত্তিৰীয় আৰণ্যকৰ নাৰায়ণোপনিষদ*ত প্ৰাপ্ত নাৰায়ণ উপাসনাৰ যন্ত্ৰটিতো উপৰ্যুক্ত যোগসূত্ৰৰ বীজ বিৰাজমান-*নাৰায়ণায় বিদ্মহে বাসুদেৱায় ধীমহি তন্নো বিষ্ণুঃ প্ৰচোদয়াৎ*[২৫]। *শতপথ ব্ৰাহ্মণত*[২৬] জয়জয়তে উল্লিখিত পুৰুষ নাৰায়ণে এটি বিশাল যজ্ঞ সম্পাদনেৰে পৰমাত্মাৰ আসনত সমাসীন হৈ পঞ্চৰাত্ৰ সত্ৰ কৰিবলৈকেও মনস্থ কৰিছিল[২৭]। পঞ্চৰাত্ৰ সত্ৰৰ দাৰ্শনিক ব্যাখ্যাত বিষ্ণুৰ পঞ্চৰূপৰ কথা আছে - পৰ, ব্যূহ, বিভৱ, অন্তৰ্যামী আৰু অৰ্চা[২৮]। পঞ্চৰাত্ৰৰ ঐকান্তিক ভক্তি ধৰ্ম স্বয়ং নাৰায়ণৰ দ্বাৰা প্ৰবৰ্তিত হোৱাৰ উল্লেখ পোৱা যায়। *বিষ্ণু পুৰাণৰ সাক্ষ্য* মতে নাৰায়ণেই একমাত্ৰ জ্ঞাতব্য। তেৱেঁই একমাত্ৰ অক্ষৰ পুৰুষ আৰু লক্ষ্য। তেওঁত প্ৰাপ্ত হ'লেই জীৱৰ পৰম মুক্তি সাধিত হয় -

নাৰায়ণঃ পৰা বেদা নাৰয়ণঃ পৰাক্ষৰাঃ।
নাৰায়ণঃ পৰা মূৰ্ত্তিনাৰায়ণঃ পৰা গতিঃ।

*৮.৬. বাসুদেৱ*

কৃষ্ণৰ অন্য নাম বাসুদেৱ। পণ্ডিতসকলৰ মতে এই শব্দটোৰ প্ৰয়োগ প্ৰাচীন। *তৈত্তিৰীয় আৰণ্যক*ৰ দশম পাঠত নাৰায়ণ আৰু বিষ্ণুৰ সৈতে বাসুদেৱৰ নামোল্লেখ হোৱা সংবাদ ইতিমধ্যে দি অহা হৈছে। পালিগ্ৰন্থ *নিৰ্দেশ*ত বিভিন্ন ধৰ্ম সম্প্ৰদায়ৰ উল্লেখ কৰোঁতে বাসুদেৱ উপাসনাৰ কথা কবলৈ এৰা নাই। জৈনসকলৰ মাজত গোষ্ঠীগতৰূপে বাসুদেৱ আৰু বলদেৱ বৰ জনপ্ৰিয়[২৯]। পৰৱৰ্তী কালত ৰচিত ঋক্‌বেদৰ খিলসূক্তত (১০/১) কৃষ্ণ, বাসুদেৱ আৰু বিষ্ণু অভিন্ন ৰূপে বন্দিত হৈছে[৩০]। ঘট জাতকত বাসুদেৱ

২২. *তৈত্তিৰীয়* ১০।১১।১

২৩. *শতপথ* ১৩।৬।৫

২৪. *মহাভাৰত* ১২।৩৩৬।২৭-২৮

২৫. *নাৰায়ণোপনিষদ*, ১০।১।৬

২৬. *শতপথ* ১২।৩।৪

২৭. ঐ ১৩।৬।১

২৮. অমূল্যচৰণ বিদ্যাভূষণ - *ভাৰত-সংস্কৃতিৰ উৎসধাৰা*, পৃ ৩৭৩

২৯. হংসনাৰায়ণ ভট্টাচাৰ্য - *হিন্দুদেৰ দেব দেৱী*, ৩য় খণ্ড, পৃ. ৩০১

৩০. কৃষ্ণ বিষ্ণো বাসুদেৱ হৃষীকেশ নমোহস্তুতে।।

গল্পৰ সংযোজন মন কৰিবলগীয়া। ভগৱৎ গীতাত বাসুদেৱ বৃষ্ণিবংশী নৃপতি[৩১]। *মহাভাৰতত* দুজন বাসুদেৱক লগ পোৱা যায়। প্ৰথমজন পৌণ্ড্ৰবাজ বাসুদেৱ[৩২] আৰু আনজন সংকৰ্ষণ ভ্ৰাতা, বসুদেৱৰ পুত্ৰ বাসুদেৱ[৩৩]। পাণিনিৰ *অষ্টাধ্যায়ীত* আলোচিত শব্দটি আছে (৬°৩.৯৮)। পতঞ্জলিয়ে তেওঁৰ *মহাভাষ্যত* এই শব্দটিলৈ নিৰ্দেশ কৰি কৈছে যে ই কোনো ক্ষত্ৰিয়ৰ নাম নহয়, ই ভগৱানৰ হে নাম[৩৪]। *ভাগৱত পুৰাণত* বাসুদেৱ বসুদেৱৰেই পুত্ৰ। বৌধায়নৰ *গৃহ্যসূত্ৰত* ভগৱদুপসনাৰ বীজমন্ত্ৰ হ'ল - 'ওঁ নমো ভগৱতে বাসুদেৱায়।' মহামান্য তিলকৰ মতে বৌধায়নৰ কাল খ্ৰীষ্টপূৰ্ব চতুৰ্থ শতাব্দী।

একাধিক শৈললেখতো বাসুদেৱ নামৰ উল্লিখন তাৎপৰ্যপূৰ্ণ। এই ক্ষেত্ৰত জয়জয়তে উল্লেখ কৰিব পাৰি ৰাজস্থানৰ ঘোষাণ্ডী লিপিৰ কথা[৩৫]। এই লিপিত সংকৰ্ষণ আৰু বাসুদেৱৰ উপাসনাৰ অৰ্থে নিৰ্মিত পূজাৰ শৈলজংঘা এখনিৰ উল্লিখন চকুত লগা। আনুমানিক দুশ খ্ৰীষ্টপূৰ্বৰ বেসনগৰ লিপিত[৩৬] উল্লেখ আছে - গ্ৰীক্‌ৰাজ এণ্টিয়াল কিডাছৰ দূত দিয়সৰ পুত্ৰ 'পৰম ভাগৱত' হেলিওডোৰাছে বাসুদেৱৰ সন্মানাৰ্থে গৰুড়ধ্বজ প্ৰতিষ্ঠা কৰাৰ কথা। খ্ৰীঃ পূঃ প্ৰথম শতাব্দীৰ নানাঘাট লিপি[৩৭] হিন্দু দেৱতাসকলৰ স্তুতি প্ৰসংগত বাসুদেৱ-সংকৰ্ষণৰ নামোল্লেখ হৈছে। খ্ৰীষ্টীয় প্ৰথম শতাব্দীৰ মথুৰাৰ নৃপতি ৰাজবুলৰ পুত্ৰ মহাক্ষত্ৰপ শোড়সৰ সময়ৰ শৈললেখ এখনিত *বাসুদেৱৰ* মহাস্থানত তোৰণ, বেদিকা আৰু চতুঃশালা নিৰ্মাণৰ বৰ্ণনা থকাটোও এইখিনিতে উল্লেখ কৰিব পাৰি[৩৮]। মেগেস্থিনিছৰ ভাৰত ভ্ৰমণ বৃত্তান্তত উপাস্য দেৱতা ৰূপে উল্লিখিত হেৰাক্লিছ (Herakletis) বহুতৰ মতে হৰি। বাসুদেৱৰ অন্য নাম হৰি। গতিকে হেৰাক্লিছ হ'ল বাসুদেৱ। পালি সাহিত্যৰ ওপৰত ভেজা দি ড° আৰ° জি° ভাণ্ডাৰকৰে কয় যে বাসুদেৱ কণ্বায়ন গোত্ৰভুক্ত আছিল আৰু শ্ৰীকৃষ্ণৰ নামৰ সৈতে এই গোত্ৰৰ নাম একে হোৱাত কৃষ্ণ আৰু বাসুদেৱ অভিন্ন হৈ পৰে[৩৮ক]।

৮°৭ কৃষ্ণ : সমগ্ৰ ভাৰতবৰ্ষব্যাপী বিপুল সংখ্যক মানুহৰ মানত বিষ্ণুৰ যি ৰূপটি আজিও পূজাৰ্হ, যি বিৰাট সংখ্যক নৰ-নাৰীৰ প্ৰাণৰ দেৱতা, তেওঁ হ'ল শ্ৰীকৃষ্ণ-বাসুদেৱ। শ্ৰীকৃষ্ণৰ দুটি মূৰ্তি পুৰাণ কাব্যত প্ৰতিষ্ঠিত -এটি দক্ষ ৰাজনীতিক কূটকৌশলী

---

৩১. বৃষ্ণীনাং বাসুদেৱোঽস্মি
৩২. মহাভাৰত ১।১৮৬।১২
৩৩. মহাভাৰত ৩।১৪।৮
৩৪. অথবা নৈৰা ক্ষত্ৰিয়াখ্যা সংজ্ঞৈষা তত্ৰ ভগৱতঃ।
৩৫. *Epigraphia Indica, Luders Ins. no. 6*
৩৬. ঐ Luders Ins. No. 669
৩৭. ঐ Luders Ins. No. 1112
৩৮, ৩৮ক. *Memories of the Archaeological Survey of India No. 5*

যোদ্ধা'। মহাভাৰত যুদ্ধৰ কৰ্ণধাৰ গীতা প্ৰবক্তা পাৰ্থ সাৰথি কৃষ্ণ -যাৰ এটি বৃন্দাৱনৰ যশোদা দুলাল বালগোপাল বা কিশোৰ কৃষ্ণ - শ্ৰীৰাধাৰ সৈতে যুগল ৰূপত আবদ্ধ[৩৯]। শ্ৰীকৃষ্ণৰ চৰিত্ৰত ঋক্‌বৈদিক বিৰাট পুৰুষ, নাৰায়ণ, বিষ্ণু আৰু হৰিৰ সমন্বয় সাধিত হোৱাটো মন কৰিবলগীয়া বৈশিষ্ট্য।

৮.৮. *ঋগ্বেদত* কৃষ্ণ নামেৰে এজন ঋষিৰ নামোল্লেখ হৈছে। তেওঁ ৮/৮৫ সূক্তৰ দ্ৰষ্টা। দশম মণ্ডলৰ ৪২, ৪৩, ৪৪ সূক্তৰো দ্ৰষ্টা ঋষি কৃষ্ণ। উক্ত বেদৰ দশম মণ্ডলৰ ৯৪ সূক্তৰ পঞ্চম ঋকত উল্লিখিত কৃষ্ণক টীকাকাৰসকলে চিকাৰী ৰূপে প্ৰতিপন্ন কৰা দেখা যায়। অথৰ্ববেদ[৪০] আৰু শাঙ্খায়ন আৰণ্যকতো[৪১] উপৰিউক্ত অৰ্থতে কৃষ্ণৰ প্ৰয়োগ হৈছে। *তৈত্তিৰীয় সংহিতা*[৪২] আৰু *শতপথ ব্ৰাহ্মণত*[৪৩] আকৌ মৃগ অৰ্থতহে আলোচিত শব্দ পোৱা যায়। *ঋগ্বেদ*, *কৌশিতকী ব্ৰাহ্মণ* আৰু *ছান্দোগ্য উপনিষদ* অনুযায়ী শ্ৰীকৃষ্ণ হ'ল অংগিৰসংবংশী ক্ষত্ৰিয়। শেষোক্ত উপনিষদখনিত কৃষ্ণক ঘোৰ অংগিৰস ঋষিৰ শিষ্য আৰু দেৱকীপুত্ৰ ৰূপে পৰিচিত হোৱাটো তাৎপৰ্যপূৰ্ণ[৪৪]। *মহাভাৰততো* কৃষ্ণক দেৱকীপুত্ৰ আৰু অংগিৰসঋষি ঘোৰৰ শিষ্যৰূপে পৰিচয় কৰোৱা হৈছে। বৌদ্ধ গ্ৰন্থত শ্ৰীকৃষ্ণই কণ্হ ৰূপ পাইছেগৈ। পালি গ্ৰন্থ *দীগ্‌ঘনিকায়ত* কণ্হায়ন গোত্ৰ আৰু কণ্হ ঋষিক লগ পোৱা যায়[৪৫]। বৌদ্ধ জাতকৰ ভিতৰত ঘট পণ্ডিত জাতকৰ গাথাত (নং৪৫৪) কৃষ্ণৰ শৈশৱ লীলাৰ অস্পষ্ট ছবি এখনি পোৱা যায়। এই জাতকত বলৰাম হ'ল ঘট পণ্ডিত আৰু তেওঁ কৃষ্ণৰ কনিষ্ঠ। জৈনসকলৰ মাজতো আলোচিত গল্পসমূহ বৰ জনপ্ৰিয় হৈছিল। তেওঁলোকৰ গোষ্ঠীপতিসকলৰ ভিতৰত বাসুদেৱ আৰু বলোৰামৰ নাম অন্যতম। কৃষ্ণ-বাসুদেৱৰ ভিতৰত কৃষ্ণৰ স্থান আছিল নৱমত[৪৬] আৰু তেওঁৰ সম্পৰ্ক আছি দ্বাৰাৱতী বা দ্বাৰকাৰ লগত। পৰৱৰ্তী কল্পত তেওঁ দ্বাদশ তীৰ্থংকৰ হৈ তেওঁৰ বংশৰ দেৱকী, ৰোহিণী, বলদেৱ আৰু জৰকুমাৰে পূৰ্ববদৰে অধ্যক্ষত হৈ পৰে। *মহাভাৰতৰ* সাক্ষ্যমতে, কৃষ্ণ আৰু বিষ্ণু অভিন্ন। *ভাগৱত পুৰাণে* কৃষ্ণক পূৰ্ণ ব্ৰহ্ম ৰূপে স্বীকৃতি দিলেও *বিষ্ণু পুৰাণে* তেওঁক বিষ্ণুৰ অংশৰূপে সাব্যস্ত কৰাটো তাৎপৰ্যপূৰ্ণ।

৮.৯. শ্ৰীকৃষ্ণৰ মানৱী জীৱনৰ আন এটি বৈশিষ্ট্য হ'ল - তেওঁ বৃষ্ণিবংশে সম্ভূত। সেইবাবে তেওঁ বাৰ্ষ্ণেয় ৰূপে জনাজাত। *মহাভাৰতত* এই নামটি বহু ঠাইত পোৱা

৩৯. হংসনাৰায়ণ ভট্টাচাৰ্য - *প্ৰাগুক্ত গ্ৰন্থ*, পৃ° ২৯৯
৪০. *অথৰ্ব* ১১।২।২
৪১. *শাঙ্খায়ন* ১২।২৭
৪২. *তৈত্তিৰীয়* ৫।২।৬৫
৪৩. *শতপথ* ১।১।৪১
৪৪. *ছান্দোগ্য* ৩।১৭।৬
৪৫. *দীগ্ ঘনিকায়* ৩।১।২৩
৪৬. *হেমচন্দ্ৰ - অভিধান চিন্তামণি*, পৃ. ১২৪

যায়[৪৭]। *মৎস্য পুৰাণেও* স্পষ্টভৱে উল্লেখ কৰিলে যে বৃষ্ণিবংশত বসুদেৱৰ পুত্ৰৰূপে শ্ৰীকৃষ্ণ আৰু বলভদ্ৰই জন্ম গ্ৰহণ কৰিছিল[৪৮]। বৃষ্ণি বংশৰ কথা পাণিনিয়ে উল্লেখ কৰিবলৈ পাহৰা নাই[৪৯]। *মহাভাষ্যকাৰ* পতঞ্জলিয়ে পাণিনি সূত্ৰৰ ভাষ্য দিবলৈ গৈ কৈছে- 'বৃষ্ণিভ্যঃ বাসুদেবা ঃ'। মথুৰা অঞ্চলত খ্ৰীষ্ট জন্মৰ দুই শতাব্দী পূৰ্বে নিৰ্মিত বৃষ্ণি বংশৰ যি দুটা মুদ্ৰাৰ উদ্ধাৰ হৈছে, তাৰ এফালে আছে - অৰ্ধসিংহ আৰু অৰ্ধ হস্তিৰ প্ৰতিকৃতি আৰু আনটো পিঠিত বিষ্ণু চক্ৰ। মুদ্ৰাৰ সম্মুখফালে ব্ৰাহ্মীলিপিত লিখা 'বৃষ্ণি ৰাজণ্য গণস্য ত্ৰা তাৰস্য' কথাখিনিকে আনটো পৃষ্ঠাত খৰোষ্ঠী লিপিত খোদিত কৰাটো মন কৰিবলগীয়া[৫০]। চাৰ আব্ৰাহাম গ্ৰীয়াৰ্চনৰ মতে *ছান্দোগ্য উপনিষদৰ* দেৱকী পুত্ৰ কৃষ্ণ আৰু বসুদেৱৰ পুত্ৰ কৃষ্ণ বাসুদেব অভিন্ন[৫১]। ড° হেমচন্দ্ৰ ৰায়চৌধুৰীৰ গৱেষণামতে, মথুৰাৰ বৃষ্ণিবংশীয় যুৱৰাজ শ্ৰীকৃষ্ণই ভাগৱত ধৰ্মৰ প্ৰতিষ্ঠাতা।[৫২]

৮.১০. *মহাভাৰত* আৰু *ভগৱদ্‌গীতাৰ* একাধিক স্থানত কৃষ্ণক গোবিন্দৰূপে চিনাক্ত কৰা হৈছে[৫৩]। শ্ৰীকৃষ্ণৰ এই নামটো *বৌধায়ন ধৰ্মসূত্ৰ*তো (২/৫/২৪) পোৱা যায়। ইতিপূৰ্বে উল্লিখিত ঘটজাতকত কণ্হৰ লগতে কেশৱৰ সৈতেও মুখামুখি হোৱাৰ সুযোগ মিলে। পতঞ্জলিয়ে *মহাভাষ্যত* পাণিনিসূত্ৰৰ ব্যাখ্যা কৰোঁতে উদাহৰণ দিবলৈ গৈ শ্ৰীকৃষ্ণই কংসবধ কৰাৰ কাহিনী উল্লেখ কৰাটো তাৎপৰ্যপূৰ্ণ[৫৪]। ড° হেমচন্দ্ৰ ৰায়চৌধুৰীয়ে শ্ৰীকৃষ্ণক ঐতিহাসিক ব্যক্তিৰূপে স্বীকাৰ কৰি কয় যে এই ঐতিহাসিক ব্যক্তিজনা খ্ৰীঃ পূঃ নৱম শতাব্দীৰ ভাৰত ভূমিত আবিৰ্ভাব হৈছিল[৫৫]। তেওঁৰ মতে, উপনিষদৰ দেৱকী পুত্ৰ কৃষ্ণ আৰু মহাভাৰত-পুৰাণৰ কৃষ্ণ একেজনাই। অংগিৰসবংশী ঘোৰ ঋষি আছিল শ্ৰীকৃষ্ণৰ বেদশিক্ষাৰ গুৰু আৰু পুৰাণ প্ৰসিদ্ধ সান্দীপনি মুনি আছিল তেওঁৰ অস্ত্ৰশিক্ষাৰ গুৰু[৫৬]।

৮.১১. উত্তৰ ভাৰতৰ এক বিশাল ভূ-খণ্ডত শ্ৰীকৃষ্ণ ব্যাপক ভাৱে উপাসিত হৈছে - বৃন্দাৱন লীলাৰ নায়ক যশোদা দুলাল চিৰ কিশোৰ ৰসিকশেখৰ শ্ৰীকৃষ্ণ -

---

৪৭. *মহাভাৰত*, সভা ৩৬।২৭, ৩৭/২৩, আদি ২১৯।৮
৪৮. *মৎস্য পুৰাণ* ৪৪
৪৯. পাণিনি ৪।১।১৪
৫০. Chakravarty, S.K. - *Ancient Indian Numismatics.* P.215
৫১. *Indian Antiquary*, 1908, pp. 251-253
৫২. Ray Chaudhury, H. - *Early History of the Vaishnava Sect*, p. 89
৫৩. *মহাভাৰত*, আদি ২১০।১২ আৰু শান্তি ৩৪২।৭০
৫৪. ৩।২।১১১ সূত্ৰৰ ভাষ্য
৫৫. *Early History of the Vaishnava Sect*, p. 89
৫৬. Raychaudhury, H.–*Political History of Ancient India.* p.12

বিশেষভাৱে ৰাধাকান্ত ৰূপে যুগলভাৱে আবদ্ধ প্ৰেমময় শ্ৰীকৃষ্ণ[৫৭]। *ভাগৱত পুৰাণ, ব্ৰহ্মবৈবৰ্তপুৰাণ* আৰু *গীত-গোবিন্দই* উপৰ্যুক্ত চৰিত্ৰৰ ভালেখিনি পৰিবৰ্তন সাধে। ৰাধা-কৃষ্ণৰ যুগল উপাসনাই ভাৰতৰ আন আন প্ৰান্তৰতকৈ বংগদেশত অনেক প্ৰোজ্জ্বল ৰূপত ধৰা দিয়াটো মন কৰিবলগীয়া বৈশিষ্ট্য। ৰাধা-কৃষ্ণৰ প্ৰেম-সাধনাৰ মূলত বহুতে আভীৰ জাতিৰ অৱদানৰ কথা স্মৰণ কৰে। কবিগুৰু ৰবীন্দ্ৰনাথৰ ভাষাত 'বৈষ্ণৱ ধৰ্মৰ এফালে ভগৱদ্‌গীতাৰ বিশুদ্ধ অবিমিশ্ৰ উচ্চ ধৰ্মতত্ত্ব ব'ল আৰু আ.।ফালে অনাৰ্য আভীৰ গোপজাতিৰ লোক প্ৰচলিত দেৱ লীলাৰ বিচিত্ৰ কথ্য তাৰ লগত সান মিহলি হৈ পৰিল[৫৮]। ড° ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকৰ আৰু ড° জিতেন্দ্ৰনাথ বন্দ্যোপাধ্যায়ে জাৰ্মান পণ্ডিত বেবাৰৰ সমৰ্থনত এই সিদ্ধান্তলৈ আহিছিল যে খ্ৰীষ্ট ধৰ্মালম্বী প্ৰাচীন আভীৰসকলে ভাৰত ভূমিত পদাৰ্পণ কৰি স্থানীয় বাসুদেৱ কৃষ্ণৰ পূজকসকলৰ সংস্পৰ্শলৈ আহে আৰু খ্ৰীষ্ট-কৃষ্ণ নামৰ সাদৃশ্য হেতু শিশুখ্ৰীষ্টৰ অনেক কাহিনী বালক কৃষ্ণৰ সৈতে সাঙুৰি পেলায়। কিশোৰ কৃষ্ণৰ গোপিনী ৰমণ ৰূপটি তদনীন্তন আভীৰসকলৰ মাজত প্ৰচলিত শ্লথ সমাজ ব্যৱস্থাৰ অতুজ্জ্বল প্ৰতিচ্ছবি বুলিব পাৰি[৫৯]। *মহাভাৰত* (সভা, ভীষ্ম আৰু শল্যপৰ্ব), *ৰামায়ণ* (যুদ্ধকাণ্ড), *বিষ্ণু* (৩/১৮-১৭) আৰু *ভাগৱত পুৰাণ* (১, ১০, ৩৫), বৰাহমিহিৰৰ *বৃহৎসংহিতা* (শ্লোক নং ৪২) আদিৰ উপৰি টলেমিৰ বিৱৰণী আৰু প্ৰখ্যাত *Peripulus of the Erythrean Sea* গ্ৰন্থতো আভীৰ জাতিৰ উল্লিখন মন কৰিবলগীয়া[৬০]।

৮.১২. বিষ্ণু, বাসুদেৱ, নাৰায়ণ, কৃষ্ণ প্ৰভৃতি নামবোৰ বেলেগ বেলেগ হ'লেও এটা কালত সিবোৰ একীভূত হৈ পৰে আৰু শ্ৰীকৃষ্ণৰ প্ৰতিপত্তি বাঢ়ি আহে। বিষ্ণু-কৃষ্ণৰ উপাসনা খ্ৰীষ্টজন্মৰ যে পূৰ্ববৰ্তী তাক কোৱাৰ আৱশ্যক নাই। খ্ৰীষ্টীয় প্ৰথম শতাব্দীৰ গ্ৰীক্ ঐতিহাসিক কুইন্টাছ কাৰ্টিয়াছে উল্লেখ কৰিছে যে আলেকজেণ্ডাৰৰ সৈতে যুদ্ধ কৰা পুৰুৱে তেওঁৰ সৈন্যদলৰ আগত ৰাখিছিল হেৰাক্লিছৰ প্ৰতিমূৰ্তি। গ্ৰীক ঐতিহাসিক আৰিয়ানে উদ্ধৃত কৰা মেগেস্থিনিছৰ টোকাৰপৰা জনা যায় যে সৌৰসেনীসকল হেৰাক্লিছৰ বিশেষ অনুৰাগী আছিল অৰ্থাৎ তেওঁলোক কৃষ্ণৰ উপাসক আছিল[৬১]। ঘোষাণ্ডী আৰু বেসনগৰ স্তম্ভলিপিত স্পষ্ট প্ৰমাণ থকা কৃষ্ণ বাসুদেৱ

---

৫৭. *হিন্দুদেৰ দেব-দেবী*, তৃতীয় খণ্ড পৃ. ৩১৫

৫৮. পৰিচয়, *ৰবীন্দ্ৰ ৰচনাবলী*, জন্মশতবৰ্ষ সং ১৩ খণ্ড, পৃ ১৬০

৫৯. জিতেন্দ্ৰনাথ বন্দ্যোপাধ্যায় - *পঞ্চোপাসনা*, পৃ. ৪৭

৬০. আভীৰ জাতিৰ কৃষ্টি - সংস্কৃতিৰ সৈতে শ্ৰীকৃষ্ণৰ সম্পৰ্ক জানিব বিচৰা সকলে বৰোদা বিশ্ববিদ্যালয়ৰপৰা প্ৰকাশিত সূৰ্যবংশীৰ *Adhiras : The History and Culture* গ্ৰন্থ পঢ়ি চাব পাৰে।

৬১. *Ancient India as described by Megasthenes and Arrian, pp. 201, 325*

পূজাৰ কথা ইতিমধ্যে উল্লেখ কৰি অহা হৈছে। নৃপতি বসিষ্ঠি পুত্ৰৰ সময়ৰ নাসিক বৌদ্ধ গুহালিপিত কেশৱ-কৃষ্ণৰ নামোল্লেখ মন কৰিবলগীয়া। ৰাজপুতনাৰ পুষ্কৰৰ নৃপতি চন্দ্ৰবৰ্মনক শুশুগীয়া লিপিত কৃষ্ণ বিষ্ণুৰ (চক্ৰ-স্বামীন্) সেৱক বোলা হৈছে। এওঁ বিষ্ণুপদ পৰ্বতত ভাগৱত বিষ্ণুৰ এখনি উচ্চ পতাকা উত্তোলন কৰিছিল। ৪৫৬ খ্ৰীঃত ৰাজত্ব কৰা স্ক্ৰেক্‌টৰ ৰজা দহ্লসেনৰ উপৰি মগধৰ গুপ্ত সম্ৰাটসকলৰ মুদ্ৰাসমূহত তেওঁলোকক 'পৰম ভাগৱত' ৰূপে চিনাক্ত কৰা হৈছে[৬২]। খ্ৰীষ্টীয় চতুৰ্থ শতাব্দীলৈকে ভাৰতভূমিৰ ভিন্ন প্ৰান্তৰত পোৱা বহুসংখ্যক শিলালেখ আৰু তাম্ৰ লেখে স্পষ্টকৈ প্ৰমাণ কৰে যে উক্ত সময়লৈকে ভাৰতত বিষ্ণু-বাসুদেৱ-কৃষ্ণৰ সাধনা আছিল তুংগশীৰ্ষত[৬৩]।

৮.১৩. ৰাধা

ব্ৰজবুলিত সাহিত্য, প্ৰধানকৈ বংগীয় পদাৱলী সাহিত্য মূলতঃ ৰাধাকৃষ্ণৰ লীলা বিলাসৰ ৰসময় কাহিনী। বৈষ্ণৱ মহাজনসকলৰ দৃষ্টিত কৃষ্ণ ভগৱান আৰু ৰাধা তেওঁৰ হ্লাদিনী শক্তি। 'ৰাধিকা হয়েন কৃষ্ণেৰ প্ৰণয় বিকাৰ' স্বৰূপ শক্তি হ্লাদিনী নাম যাহাৰ। (*চৈতন্য চৰিত্ৰামৃত*) গতিকে ব্ৰজবুলি সাহিত্যৰ কাননত প্ৰৱেশ কৰাৰ পূৰ্বে ৰাধাৰ বিকাশ সম্পৰ্কেও এটি মোটা মুটি ধাৰণা কৰি লোৱা প্ৰয়োজন। অন্ন, ঐশ্বৰ্য, সম্পদ প্ৰভৃতি বুজোৱাৰ ক্ষেত্ৰত ৰাধস শব্দৰ প্ৰথম প্ৰয়োগ পোৱা যায় *ঋগ্বেদত*[৬৪]। *অথৰ্ববেদত* নক্ষত্ৰ বুজোৱা ক্ষেত্ৰত *ৰাধা বিশাখে* (১/৯)ৰ ব্যৱহাৰ আছে। মহাৰথী কৰ্ণৰ পালিতা মাতৃৰ নাম যে ৰাধা আছিল, তাৰ প্ৰমাণ - *মহাভাৰত*। সোমদেৱৰ *যশস্তিলক* গ্ৰন্থত গল্পৰ মাজতে কোৱা হৈছে - 'ৰাধাই নাৰায়ণৰ সৈতে ৰতি কৰা নাছিল জানো?' (কিং ন ৰেমে ৰাধা নাৰায়ণেন[৬৫]। মহাযানী বৌদ্ধ গ্ৰন্থ *ললিত বিস্তৰৰ* চতুৰ্দশ অধ্যায়ত ৰাধা নামৰ নাৰী এগৰাকীৰ উল্লিখন মন কৰিবলগীয়া[৬৬]। লোক প্ৰেম কবিতাৰ অপূৰ্ব সংকলন *গাহা সত্তসঈ*ৰ এটি গাথাত (১/৮৯) পোৱা যায় - 'হে কৃষ্ণ তুমি তোমাৰ মুখ মাৰুতৰ দ্বাৰা ৰাধিকাৰ চকুৰপৰা ধূলি অপনীত কৰি পুৰোবৰ্তিনী অন্যান্য বল্লৱী (গোপী) সকলৰ গৌৰৱ হৰণ কৰিছা'। কবি ভট্টনাৰায়ণৰ *বেণী সংহাৰ নাটকৰ* নান্দী শ্লোকত কালিন্দীৰ পাৰত ৰাসক্ৰীড়া কালীন কেলিকুপিতা অশ্ৰুকলুষা ৰাধিকা আৰু তেওঁৰ উদ্দেশ্যে কৰা শ্ৰীকৃষ্ণৰ অনুনয় বাণী লিপিবদ্ধ হোৱাটো চকুতলগা। আলংকাৰিক

---

৬২. ৬৩ সবিশেষৰ বাবে আৰ. জি. ভাণ্ডাৰকৰৰ *Vaishnavism, Saivism and Minor Religions Systems* দ্ৰষ্টব্য

৬৪. ৰাধসো ঈমহে, ঋ ৪/৫/১৫, তম ৰাধো অন্য সবিতুৰ্বৰেণ্যম্ মেকস্য প্ৰৰোচনামহে। ঋ ১/১৫১/১

৬৫. Handiqui, K. K. -*Yasastilaka and Indian Culture*, p. 438 f n.

৬৬ Kakati, B - *Visnuite Myths and Legends*. p. 68

বামনে (৪/৩/২৮) তেওঁৰ অলংকাৰ শাস্ত্ৰত *বেণীসংহাৰৰ* শ্লোকটিৰ উদ্ধৃতি দিছে। খ্ৰীষ্টীয় নৱম শতাব্দীৰ আলংকাৰিক আনন্দ বৰ্ধনেও তেওঁৰ *ধ্বন্যালোকত* ৰাধা-কৃষ্ণ সম্পৰ্কীয় এটি শ্লোক চয়ন কৰাৰ কথা এইখিনিতে আঙুলিয়াব পাৰি। খ্ৰীষ্টীয় অষ্টম শতাব্দীৰ মধ্যভাগত ৰচিত প্ৰাকৃত *গৌড়বহো* কাব্যত শ্ৰীকৃষ্ণৰ বুকুত ৰাধাৰ নখৰ আৰু খাৰুৰ দাগ লগাৰ কথা পোৱা যায়[৬৭]। কবি ভাসৰ *বাল চৰিতত* শ্ৰীকৃষ্ণৰ ৰাসলীলাৰ বৰ্ণনাটি আলোক-উজ্জ্বল। পাহাড়পুৰ মন্দিৰ গাত্ৰ শোভিত দণ্ডায়মান যুগল মূৰ্তি বহুতৰ মতে ৰাধা-কৃষ্ণৰ। *নলচম্পু* ৰচয়িতা ত্ৰিবিক্ৰম ভট্টই ৯১৫ খ্ৰীষ্টাব্দত ৰাষ্ট্ৰকুট নৃপতি তৃতীয় ইন্দ্ৰৰ যি নৌসৰি লিপি ৰচনা কৰিছিল, তাৰে এটি শ্লোকত ৰাধাৰ নামোল্লেখ এনে ধৰণৰ 'কলা কৌশলত চতুৰা ৰাধা পৰম পুৰুষৰ মায়াময় কেশিহন্তাৰ প্ৰতি অনুৰক্তা।' খ্ৰীষ্টীয় দশম শতাব্দীত সংগ্ৰহ কৰা বিদ্যাকৰৰ *কবীন্দ্ৰবচন সমুচ্চয়* অথবা *সুভাষিত ৰত্নকোষত* সংকলিত ৪টা শ্লোকত (২১, ৩৪, ৪১ আৰু ৪২ সংখ্যক শ্লোক) ৰাধা-কৃষ্ণৰ ৰসাশ্ৰায়ী বৰ্ণনা পোৱাটোও উল্লেখ কৰিবলগীয়া[৬৮]। আনুমানিক দশম-একাদশ খ্ৰীঃত ৰচিত বাক্‌পতি মুঞ্জৰ তিনিখনি অভিলেখত ৰাধা বিৰহত সন্তপ্ত শ্ৰীকৃষ্ণৰ সজীৱ চিত্ৰই সকলোৰে দৃষ্টি আকৰ্ষণ কৰে[৬৯]। ৰাধাৰ নামোল্লিখিত *কবীন্দ্ৰবচনসমুচ্চয়* (৪৯সংখ্যক) ধৃত বৈদ্যোক লিখিত এটি শ্লোক একাদশ খ্ৰীষ্টাব্দৰ আলংকাৰিক ভোজৰাজৰ *সৰস্বতী কণ্ঠাভৰণত* স্থান দিয়াটো তাৎপৰ্যপূৰ্ণ। ৰাধিকাৰ নাম থকা আৰু শ্ৰীধৰ দাসে তেওঁৰ *সদুক্তি কৰ্ণামৃতত* সমুচ্চয় কৰা শ্লোক এটা জৈন গ্ৰন্থকাৰ হেমচন্দ্ৰই তেওঁৰ *কাব্যানুশাসনত* স্থান দিয়াটোও এইখিনিতে উল্লেখযোগ্য। খ্ৰীষ্টীয় দ্বাদশ শতাব্দীত ৰচিত শাৰদাতনয়ৰ *ভাব প্ৰকাশত ৰামৰাধা* শীৰ্ষক নাট এখনিৰ নাম পোৱা গৈছে। একেদৰে ত্ৰয়োদশ শতাব্দীৰ সমীক্ষক সাগৰ নন্দীৰ *নাটক লক্ষণ ৰত্নকোশত* ৰাধা শীৰ্ষক এখনি বীথি জাতীয় নাটৰ নামোল্লেখ মন কৰিবলগীয়া।

৮.১৫. গংগাদাসৰ *ছন্দোমঞ্জৰী* ধৃত অৱহট্‌ঠ কবিতা এটিত আছে - 'ৰাধাৰ নিচুকনি নাম শুনি কৃষ্ণ গোপালৰ হাঁহি উঠিল আৰু ৰসাল পদক্ষেপেৰে বৃন্দাবনৰ নিবিড় কুঞ্জ গৃহলৈ গমন কৰিলে।' গৌড়ৰ নৃপতি লক্ষ্মণসেনৰ সভাকবি গোবৰ্দ্ধনাচাৰ্যই ৰচনা কৰা *আৰ্য সপ্তশতীত* ৰাধা কৃষ্ণৰ প্ৰেমলীলা প্ৰকাশক এমুঠিমান চিত্ত প্ৰমাথী কবিতা অন্তৰ্ভুক্ত হৈছে। দ্বাদশ শতাব্দীৰ কোমল কান্ত পদাৱলীৰ কবি জয়দেৱৰ *গীত গোবিন্দত* ৰাধাৰ ধ্ৰুপদী স্বীকৃতিৰ কথা দোহাৰিবৰ আৱশ্যক নাই। লীলাশুক বিল্বমংগলৰ *কৃষ্ণকৰ্ণামৃত* গ্ৰন্থতো ৰাধা বিষয়ক ভালেমানি শ্লোক পোৱাটো কাৰো অবিদিত নহয়।

---

৬৭ *গৌড়বহো*, ১.২২

৬৮. শশীভূষণ দাশগুপ্ত - *শ্ৰীৰাধাৰ ক্ৰমবিকাশ - দৰ্শনে ও সাহিত্যে পৃ* ১২৮

৬৯. অত্ৰাধাবিৰহাতুৰং মুৰাৰি পোৰ্ব্বৈৰ বপুঃ পাতু বঃ।। (যি মুৰ ৰিপুৰ ৰাধা বিৰহাতুৰ কম্পিত দেহ, তেওঁ তোমালোকক ৰক্ষা কৰক) - *The Indian Antiquary*, 1877, p. 51

ইয়াৰ বঙলা পাঠ পাবাৰ দুটা ভকক ৰাধাৰ উপস্থিত।[৭০] তাৰে এটাত আছে 'সেই তেজোৰূপক নমস্কাৰ যি ধেনুৰ আৰু লোক পালক শেষ নাৰৰ ওপৰত শায়িত (ক্ৰমাংক৭৬)। দ্বাদশ শতাব্দীৰ সংগ্ৰহ ৰূপে স্বীকৃত শ্ৰীধৰ দাসৰ সদুক্তি কৰ্ণামৃত ৰাধা-কৃষ্ণৰ প্ৰেমলীলা লৈ বৃজন পৰিমাণৰ শ্লোক দেখিবলৈ পোৱা যায়। জয়দেৱ গোষ্ঠীৰ অন্যতম চিত্ত-প্ৰমাথী সৌন্দৰ্য কবি উমাপতি ধৰেও ৰাধাৰ সৌন্দৰ্য আৰু প্ৰেমলীলা বৰ্ণনাৰ ক্ষেত্ৰত পিছ হোহোকা নাছিল।

৮.১৬. প্ৰাচীন ভাৰতীয় সংস্কৃত সাহিত্যৰ মাজেদি পৰিস্ফুট ৰাধাৰ ক্ৰমবিকাশৰ চিত্ৰটি আঁকাৰ পিছত স্বাভাৱিকতে এটি প্ৰশ্ন মনলৈ আহে, সংস্কৃত পুৰাণ-উপপুৰাণত ৰাধাৰ বৰ্ণনা কিমানখিনি? পুৰাণ সাহিত্যৰ ভিতৰত পুৰাতন ৰূপে স্বীকৃত *বিষ্ণু পুৰাণত* গোপীসকলৰ সৈতে ভগৱান শ্ৰীকৃষ্ণই কৰা ৰাস লীলাৰ বৰ্ণনা আছে যদিও তাত ৰাধাৰ নাম-গোন্ধ পাবলৈ নাই। তাত আছে - পূৰ্বজন্মত কিজনী ভাগ্যৱতীয়ে পুষ্পৰ দ্বাৰা সৰ্বাত্মা ভগৱান বিষ্ণুৰ অৰ্চনা কৰিছিল, ভগৱান কৃষ্ণই আজি ইয়াতে বহি তেওঁকে ফুলেৰে সজাইছে[৭১]। ভাগৱতৰ সুদীৰ্ঘ পাঁচটা অধ্যায়ত গোপী-কৃষ্ণৰ ৰাসলীলাৰ কাহিনী বৰ্ণনা আছে; কিন্তু তাতো ৰাধাৰ নামটো নাই। ৰাসমণ্ডল বচিত হোৱাৰ পিছত শ্ৰীকৃষ্ণই অন্যান্য গোপীসকলৰ আঁৰত তেওঁৰ প্ৰিয়তমা গোপী জনীৰে সৈতে বিবিধ ক্ৰীড়াত ব্যস্ত হয়। কৃষ্ণ-বিৰহ-ব্যাকুলা আন গোপীসকলে কানুৰ সন্ধান কৰি বৃন্দাবনৰ এঠাইত শ্ৰীকৃষ্ণৰ ধ্বজ বজ্ৰাঙ্কুশাদি প্ৰযুক্ত পদচিহ্নৰ লগতে ব্ৰজবধূৰ ভৰিৰ খোজ দেখিবলৈ পাই সেই সৌভাগ্যৱতীৰ উদ্দেশ্যে তেওঁলোকে কৈছিল - এই ৰমণীজনীৰ দ্বাৰা ভগৱান ঈশ্বৰ হৰি নিশ্চয়কৈ আৰাধিত হৈছে। সেইবাবে গোবিন্দই আমাক এৰি প্ৰীতিৰ্বশতঃ তেওঁক এই নিভৃত স্থানলৈ লৈ আহিছে (অনয়াৰাধিতো নূনং ভগৱান হৰিৰীশ্বৰঃ যন্নো বিহায় গোবিন্দঃ প্ৰীতো যামনয়দ্ৰহঃ)[৭২] উপৰ্যুক্ত শ্লোকৰ *অনয়াৰাধিত* অংশৰ বিষয়ে শ্ৰীধৰস্বামী নিমাত, কিন্তু সনাতন গোস্বামীয়ে তেওঁৰ *বৈষ্ণৱতোষিণী* টীকাত কৈছে বিচাৰিলে যে এই কথাৰ ভিতৰতে ৰাধাৰ বীজ নিহিত হৈ আছে। পৰৱৰ্তী কালত কৃষ্ণদাস কবিৰাজেও তেওঁৰ *চৈতন্য চৰিতামৃত* গ্ৰন্থত উল্লেখ কৰিছে - 'কৃষ্ণ বাঞ্ছা পূৰ্তি ৰূপ কৰে আৰাধনে। অত এব ৰাধিকা নাম পুৰাণে বাখানে (আদি ৪)। ইয়াতে 'সেৱন' অৰ্থত √ৰাধ ধাতু গৃহীত। *পদ্ম পুৰাণ* একাধিক স্থলত আলোচিত নাৰী আছে। ৰূপ গোস্বামীয়ে *উজ্জ্বলনীলমণি* আৰু কৃষ্ণদাস কবিৰাজে *চৈতন্য চৰিতামৃতত* পদ্মপুৰাণৰ ৰাধাৰ উদ্ধৃতি দিয়াটো মনকৰিব। উক্ত পুৰাণৰ পাতালখণ্ডৰ ৩৮ শ অধ্যায়ত আছে - ৰাধিকা কৃষ্ণ বৰতা আৰু আদ্যা প্ৰকৃতি। এই ৰাধিকাৰ পাদস্পৰ্শ কৰি কোটি বিষ্ণুৰ জন্ম সম্ভৱ হৈছে। *নাৰদ পঞ্চৰাত্ৰ* গ্ৰন্থত ৰাধা শব্দৰ তাৎপৰ্য ব্যাখ্যা

৭০. ড° সুশীলকুমাৰ দে সম্পাদিত কৃষ্ণকৰ্ণামৃত গ্ৰন্থ

৭১. অত্ৰোপবিশ্য স তেন কাপি পুষ্পৈৰলংকৃতা।
অন্যজন্মনি সৰ্বাত্মা বিষ্ণুৰভ্যৰ্চিতো যয়া॥ বিষ্ণু ৫।১৩।৩৫

৭২. ভাগৱত পুৰাণ ১০।৩০।২৮

কৰিছে *এনেদৰেঃ* ৰা শব্দ উচ্চাৰণৰদ্বাৰা ভক্ত হয় আৰু তেওঁ পায়-ভক্তি আৰু মুক্তিৰ আস্বাদ। 'ৰা' শব্দ উচ্চাৰণৰ দ্বাৰা হৰিৰ পদলৈ ধাবিত হয়[৭৩]। *মৎস্য পুৰাণ, বায়ু পুৰাণ, বৰাহ পুৰাণ, নাৰদীয় পুৰাণ* প্ৰভৃতিতো ৰাধাৰ নামোল্লেখ নোহোৱা নহয়। ৰাধাক অৱলম্বন কৰি শ্ৰীকৃষ্ণৰ ভিন্ন লীলা চকুত লগাকৈ সজাই তোলা হৈছে *ব্ৰহ্মবৈবৰ্ত পুৰাণত* ; পিছে তাৰ ভালেখিনি বৰ্ণনাই অৰ্বাচীন।

৮.১৭. ওপৰৰ আলোচনাৰপৰা দেখা গ'ল যে ৰাধা-কৃষ্ণৰ কাহিনী একে দিনাই ভাৰত ভূমিত বিকশিত হোৱা নাই। কোনো কোনো সমীক্ষকৰ দৃষ্টিত আভীৰ গোপ জাতিৰ মাজত অতি প্ৰাচীন কালৰেপৰা যুৱক কৃষ্ণ আৰু চঞ্চল চপলা গোপ যুৱতীসকলক লৈ যি আদি ৰসাত্মক গীত প্ৰচলিত আছিল, সেই গীতবোৰ ৰাধা কৃষ্ণৰ বিভিন্ন লীলা সম্বন্ধ সংস্কৃত চুৰ্ণ কবিতা ৰচনাৰ ক্ষেত্ৰত প্ৰেৰণা যোগায়। সেয়ে হ'লে ৰাধাৰ জন্ম সম্ভৱ হৈছে - লোক সাহিত্যৰপৰা। কৃষ্ণ প্ৰিয়তমা প্ৰধানা গোপীৰ প্ৰসংগত দাক্ষিণাত্যৰ বৈষ্ণৱ আলৱাৰসকলৰ গানবোৰো স্মৰণযোগ্য। খ্ৰীষ্টীয় দ্বিতীয় শতাব্দীৰ ৰচনা কৰ্ম ৰূপে সাব্যস্ত কৰা তামিল কাব্য *শিল্পপাদিকাৰম* অথবা নূপুৰৰ কাব্যৰ সপ্তদশ অধ্যায়ত আছে গোপী নৃত্যৰ বৰ্ণনা। ইয়াৰ নায়ক মায়াবন আৰু নায়িকা পিন্নয়ই হ'ল কৃষ্ণ আৰু ৰাধাৰ পূৰ্বাভাষ। উপৰ্যুক্ত পিন্নয়ই আলোৱাৰসকলৰ চাৰি সহস্ৰ সংগীত বা *দিব্য প্ৰবন্ধমত* নাপ্পিনালৈ মোট সলাইছে। নাপ্পিনা ফুলৰ নাম। তেওঁ এহাতে কৃষ্ণ প্ৰিয়তমা আৰু আনহাতে লক্ষ্মীৰ অৱতাৰ। গতিকে এই নাপ্পিয়ানো ৰাধালৈ মোট সলোৱা একো আচৰিত নহয়।

●●●

৭৩. ৰাশব্দোচ্চাৰণাদ্ ভক্তো ভক্তিং মুক্তিঞ্চ ৰাতি সঃ।
ধাশব্দোচ্চাৰণেনৈৱ ধাৱত্যেৱ হৰেঃ পদম্।। ২।৩।৩৮

## খ° ভাৰতীয় বৈষ্ণৱ ভক্তি সাধনাৰ ধাৰা

৮.১৮. সংস্কৃত ভজ ধাতুৰপৰা নিষ্পন্ন (✓ভজ + ক্তি) ভক্তি শব্দৰ মূলগত অৰ্থ হ'ল সেৱা অথবা আনুগত্য। ঈশ্বৰৰ প্ৰতি অনুৰাগপূৰ্ণ আসক্তিয়ে ভক্তি। ৰাধাকৃষ্ণনৰ দৃষ্টিত এক সগুণ ভগবানৰ সৈতে প্ৰেম আৰু বিশ্বাসৰ সম্পৰ্কই ভক্তিৰ উদ্ৰেক কৰে।[৭৪] ভাৰতীয় দাৰ্শনিকসকলে ভক্তি শব্দটো বিভিন্ন ভাৱে ব্যাখ্যা কৰা দেখা যায়। ভক্তিৰ ভিত্তি শ্ৰদ্ধা। যি দেৱতাৰ প্ৰতি জন-সাধাৰণৰ শ্ৰদ্ধা আছে, সেই সকলোৰেকে তেওঁলোকে ভক্তিৰ অঞ্জলি আগবঢ়ায়[৭৫]। বৈদিক কালত শ্ৰদ্ধা ভক্তি বুজাবলৈ সাধাৰণতে নমস্কাৰ, বন্দন, অৰ্চন প্ৰভৃতি শব্দৰ প্ৰয়োগ হৈছে। বৈদিক সূক্তসমূহ পাঠ কৰিলে দেখা যায় যে সিবোৰ বিভিন্ন দেৱতাৰ প্ৰতি শ্ৰদ্ধা অথবা ভক্তি ভাৱেৰে পৰিপূৰ্ণ[৭৬]। সমীক্ষকসকলৰ দৃষ্টিত আৰণ্যক আৰু উপনিষদৰ উপাসনা কাণ্ডৰ ওপৰত ভক্তিমাৰ্গ সংস্থাপিত। নীলকণ্ঠই *মহাভাৰত-ভাষ্যত* ভক্তিৰ বৈদিক উৎপত্তিৰ স্পষ্ট ইংগিত দিছে[৭৭] যদিও ভক্তি শব্দটো বেদ কিংবা প্ৰাচীন উপনিষদত পোৱা নাযায়। এই শব্দৰ প্ৰথম উল্লেখ হৈছে *শ্বেতাশ্বতৰ উপনিষদৰ* ষষ্ঠ অধ্যায়ৰ অন্তিম তৱংগত[৭৮]। আলোচিত উপনিষদখনিত প্ৰাপ্ত ভক্তি শব্দই *শ্ৰীমদ্ভগৱৎ গীতাত* পাৰিভাষিক শব্দ ৰূপে প্ৰসিদ্ধি লাভ কৰিবলৈ সমৰ্থ হয়[৭৯]। তাৰ পিছত *নাৰদৰ ভক্তিসূত্ৰ* আৰু *নাৰদপঞ্চৰাত্ৰ* তথা স্বপ্নেশ্বৰ টীকা সম্বলিত *শাণ্ডিল্যৰ ভক্তিসূত্ৰত* ভক্তি দৰ্শনৰ এখন স্পষ্ট ছবি পোৱা যায়। *ভাগৱত পুৰাণ* ভক্তিৰ কথাৰে পৰিপূৰ্ণ। মধ্য যুগত সমগ্ৰ ভাৰত ভূমিৰ ওপৰেৰে যি ভক্তিবাদৰ প্ৰচণ্ড স্ৰোতধাৰা প্ৰবাহিত হৈছিল - তাৰ ভিত্তি আছিল *ভাগৱত পুৰাণ*।

৮.১৯. ভক্তিৰ সংজ্ঞা নিৰূপণ কৰিবলৈ গৈ নাৰদে তেওঁৰ *ভক্তি সূত্ৰত* কৈছে যে ঈশ্বৰৰ প্ৰতি তীব্ৰ প্ৰেমেই ভক্তি (সা তস্মিন পৰম প্ৰেমৰূপা), ই ঈশ্বৰৰ প্ৰতি সৰ্বোচ্চ অনুৰাগ আৰু অমৃতময় ৰূপে বৰ্ণিত হৈছে - *ঈশ্বৰত পৰানুৰক্তিয়ে ভকতি*[৮০]

---

৭৪. ৰাধাকৃষ্ণন - *শ্ৰীমদ্ভগৱদ্গীতাৰ* ইংৰাজী ভাঙনি, ৫ম ১১

৭৫. Ray Choudhury - *The Bhakti Cult in Ancient India*, p. 3

৭৬,৭৭. অমূল্যচৰণ বিদ্যাভূষণ, -*ভাৰত সংস্কৃতিৰ উৎসধাৰা*, পৃ. ৩৩০

৭৮. যস্যদেৱে পৰাভক্তিৰ্যথা দেৱে তথা গুৰৌ।

৭৯. *গীতাত* ভক্তি শব্দৰ প্ৰয়োগ হৈছে ১৪ বাৰ

৮০. সা পৰানুৰক্তিৰীশ্বৰে (*শাণ্ডিল্য* ১/২)

আৰু ই অমৃত স্বৰূপিনী[৮১]। শাণ্ডিল্যৰ দৃষ্টিত, ঈশ্বৰ প্ৰতি প্ৰবল বাসনা নিৰ্হেতুক। নহ'লেনো চৈতন্যদেৱে কয়নে - 'হে ঈশ্বৰ মই ধন, জন, সুন্দৰী নাৰী, কবি প্ৰতিভা - একোকে নিবিচাৰোঁ। জনমে জনমে পৰমেশ্বৰত স্বতস্ফূৰ্ত ভক্তিহে মোৰ কাম্য[৮২]।' ভক্তিয়ে জীৱক ঈশ্বৰৰ কাষলৈ লৈ যায় - জীৱক ভগৱদ্দৰ্শন কৰায়। ই এক গভীৰ অভিজ্ঞতা - যি সমস্ত কামনা-বাসনা প্ৰত্যাখ্যান কৰি অন্তৰক ঈশ্বৰ অনুৰাগেৰে পৰিপূৰ্ণ কৰিবলৈ সমৰ্থ। জ্ঞান আৰু কৰ্মযোগতকৈ ভক্তি যে শ্ৰেষ্ঠ (সা তু কৰ্মজ্ঞান যোগেভ্যোহপি অধিকতৰা) তাক *ভাগৱত পুৰাণত* স্পষ্ট ভাৱে কোৱা হৈছে[৮৩]। ভগৱানক লাভ কৰিবলৈকে তেওঁক ভক্তিৰ দ্বাৰা ভজনা কৰা প্ৰয়োজন। গতিকে ভগৱানত ঐকান্তিক ভাৱে আত্ম সমৰ্পণ কৰাটোৱে ভক্তিৰ মূলকথা। শাণ্ডিল্যই যুক্তি দৰ্শাইছে যে জ্ঞান অবিহনে একমাত্ৰ ভক্তিৰ সহায়তে গোপীসকলৰ লেখীয়াকৈ[৮৪] জীৱে পৰমাৰ্থিক প্ৰশান্তি লাভ কৰিবলৈ সমৰ্থ।

৮.২০. ভক্তিক সাধাৰণতে দুটা ভাগত ভগোৱা হয় - সাধন ভক্তি আৰু সাধ্য ভক্তি। বিশ্বনাথ চক্ৰৱৰ্তীয়ে তেওঁৰ ভাগৱতটীকাত এই দুবিধৰ সন্দৰ্ভত কৈছে: শ্ৰৱণ কীৰ্তন প্ৰভৃতি যি ধৰ্ম সেয়ে সাধন ভক্তি আৰু সেয়ে পৰিণত অৱস্থাত প্ৰেমভক্তি[৮৫]। সাধন ভক্তিৰ আন নাম গৌণী ভক্তি। ইয়াৰ অংগ পাঁচটা - উপাসক, উপাস্য, পূজাদ্ৰব্য, পূজাবিধি আৰু মন্ত্ৰজপ। সাধ্য ভক্তিৰ আন নাম হল - পৰা ভক্তি। কামনাশূন্যভাৱে ভগৱানৰ পৰম প্ৰেমত নিমগ্ন হোৱাটোৱে পৰা ভক্তিৰ মূলকথা। *ভক্তিৰসামৃতসিন্ধু* প্ৰণেতা বৃন্দাবনৰ শ্ৰীৰূপ গোস্বামীয়ে ভক্তিক চাৰিটা ভাগত ভগাইছে :-

ক) সামান্য ভক্তি - আচৰণীয় ধৰ্মকৰ্মৰ দ্বাৰা এই ভক্তিৰ উদয় হয়।[৮৬]

খ) সাধন ভক্তি - বাহিৰৰ বিশেষ আচৰণৰ দ্বাৰা এই ভক্তি আয়ত্ত হয়।[৮৭] ইয়াৰ প্ৰকাৰ ভেদ - বৈধী আৰু ৰাগাত্মিকা।[৮৮] শাস্ত্ৰোক্ত বিধি নিষেধৰ দ্বাৰা প্ৰবৰ্তিত ভক্তিয়ে বৈধী[৮৯] - (ৰাগহীন জন ভজে শাস্ত্ৰেৰ আজ্ঞায়/বৈধী ভক্তি বলি তাৰে সব শাস্ত্ৰে

---

৮১. ওঁ অমৃতৰূপা চ
৮২. *শিক্ষাষ্টক* ৪
৮৩. *নাৰদ ভক্তিসূত্ৰ* ৫৪
৮৪. অত এব তদ্ভাৱাদ্ বল্লবীনাম্।
৮৫. শ্ৰৱণ কীৰ্তনাদি ধৰ্মো যো বৰ্ণঃ স ভক্তিৰে সাধন নাম্নী। সৈব পাককাশায়াং প্ৰেম নাম্নী। তে যে অপি ভক্তি শব্দেনৈবোচ্যতে॥ (ভা ১।২।৬)
৮৬. ভক্তি ৰসামৃতসিন্ধু, পূৰ্ববিভাগ, প্ৰথম লহৰী
৮৭. ঐ, দ্বিতীয় লহৰী
৮৮. এইত সাধন ভক্তি দুইত প্ৰকাৰ।
এক বৈধী ভক্তি ৰাগানুগা ভক্তি আৰ॥ চৈ. চ. মধ্যলীলা, ২২
৮৯. ভক্তি ৰসামৃত সিন্ধু ১.২.৪

গায়।' চৈ° চ° মধ্যলীলা ২২)। শাস্ত্ৰকাৰসকলে বৈধী ভক্তিক মৰ্যাদা মাৰ্গত স্থান দিছে। যাজন কৰোঁতে কৰোঁতে এই ভক্তি পৰাভক্তিলৈ ৰূপান্তৰিত হয়।[১০] শ্ৰৱণ, কীৰ্তন, স্মৰণ, বন্দন, পাদসেৱন, অৰ্চন, দাস্য, সখ্য আৰু আত্মনিবেদন - এই নৱবিধা অংগৰ[১১] যি কোনো এটিৰ অৱলম্বনত সাধকে ভজন কৰিব পাৰে।

ৰাগাত্মিকা ভক্তিৰ অৰ্থৰ - য'ত চিত্তৰ অনুৰাগ বিনে আন একো নাথাকে। আন কথাত, ভগৱানৰ পৰিকৰৰ অথবা শক্তিৰ অনুৰাগ মূলক ভক্তিয়ে ৰাগাত্মিকা। ৰূপগোস্বামীৰ ভাষাত - ইষ্ট অৰ্থাৎ কৃষ্ণৰ প্ৰতি সহজ, গভীৰ আৰু পৰম বিষ্টতাই ৰাগ তন্ময়ী অৰ্থাৎ সেই ৰাগময়ী ৰাগময় যি ভক্তি, সেয়ে ৰাগাত্মিকা ভক্তি, তাৰ অনুসৃতা ভক্তিয়ে ৰাগানুগা[১২]। ইয়াত স্বতস্ফূৰ্ত অনুৰাগৰ প্ৰাধান্য মন কৰিবলগীয়া। কোনো কোনো কোনোৱে ইয়াক পুষ্টিমাৰ্গ ৰূপেও অভিহিত কৰিছে।

(গ) ভাৱ ভক্তি - এই ভক্তিত থাকে অন্তৰৰ প্ৰাধান্য। পিছে ইয়াৰ ভাৱ গৈ ৰসৰ পৰ্যায় নাপায় আৰু

(ঘ) প্ৰেম ভক্তি - এই ভক্তি সৰ্বশ্ৰেষ্ঠ ভক্তিৰূপে স্বীকৃত[১৩]।

৮.২১. কোনো কোনো সমীক্ষকে ভক্তিক সাত্ত্বিকী, ৰাজসী, তামসী আৰু নিৰ্গুণ এই চাৰি ভাগতো ভগোৱা দেখা যায়। ইয়াৰে প্ৰথম তিনিবিধ কাম্য ভক্তি আৰু অন্তিম বিধ নিষ্কাম ভক্তিৰ অন্তৰ্গত। সাত্ত্বিকী ভক্তিত থাকে মুক্তিৰ কামনা, ৰাজসী ভক্তিত আছে ধন-সম্পদ প্ৰাপ্তিৰ বাসনা আৰু তামসী ভক্তিত থাকে - শত্ৰু ক্ষয় বা আনৰ অহিত চিন্তা। আনহাতে নিৰ্গুণ ভক্তিত কামনা-বাসনাৰ স্থান নাই। সি অনন্য ভক্তি।

৮.২২. বৈদিক যুগত আৰম্ভ কৰি খ্ৰীষ্টীয় দশম শতাব্দীলৈকে ভাৰত ভূমিত ভক্তিবাদে ভিন্ ভিন্ ৰূপত বিভিন্ন সম্প্ৰদায়ৰ মাজেদি প্ৰচাৰিত হয়। শিৱ, শক্তি অথবা ৰামচন্দ্ৰক কেন্দ্ৰকৰি ভক্তিৰ চকৰি ঘূৰিলেও কৃষ্ণ-বাসুদেৱেই আছিল ভক্তি সাধনাৰ থাই অৱলম্বন। যি কালত উত্তৰ ভাৰতত সংস্কৃত ভাষাৰ মাধ্যমত কৃষ্ণ-বাসুদেৱক কেন্দ্ৰ কৰি তৰহে তৰহে গ্ৰন্থ ৰচিত হৈছিল, ঠিক সেই কালতেই দাক্ষিণাত্যত তামিল ভাষী আলোৱাৰসকলে দেশীয় ভাষাত কৃষ্ণ ভক্তি বিষয়ক আদি ৰসাত্মক গীত ৰচনা কৰি বৈষ্ণৱ ভক্তি বাদৰ এক নতুন দিগন্তৰ উন্মোচন ঘটায়। এই সম্প্ৰদায়ত নীচ জাতিৰ

---

১০. ঐ ১.২.৮

১১. *শ্ৰীমদ্ভাগৱত* ৭।৫।২৩-২৪

১২. *ভক্তি ৰসামৃত সিন্ধু* ১-৩-১৩০-৩১ *চৈতন্য চৰিতামৃতৰো মধ্যলীলাত* (২২ পৰিচ্ছেদ) আছে - ৰাগময়ী ভক্তি হয় ৰাগাত্মিকা নাম /তাহা শুনি লব্ধ হয় কোন ভাগ্যবান। লোভে ব্ৰজবাসীৰ ভাৱে কৰে অনুগতি /শাস্ত্ৰ যুক্তি নামানে ৰাগানুগাৰ প্ৰকৃতি।।

১৩. *ভক্তি ৰসামৃত সিন্ধু* - ১-৪

লোকে শ্ৰদ্ধাৰ আসন পাইছিল আৰু স্ত্ৰীসকলৰো প্ৰৱেশাধিকাৰ আছিল। কোনো কোনো সমীক্ষকৰ মতে ভক্তি ধৰ্মৰ প্ৰসূতি গৃহ দক্ষিণ ভাৰত। এটা সংস্কৃত শ্লোক আছে ঃ ভক্তিয়ে দ্ৰাবিড় দেশত জন্ম গ্ৰহণ কৰি কৰ্ণাটকত বিকশিত হৈ অন্ধ্ৰদেশত কিছুকাল থাকি গুৰ্জৰ দেশত বিলীন হৈ যায়[১৪]। *ভক্তি চৰিত্ৰ* নামৰ গ্ৰন্থ এখনিতো অনুৰূপ শ্লোক এটি পোৱা গৈছে। পাঁচ শাৰীত সম্পূৰ্ণ হোৱা শ্লোকটিৰ অনুবাদ এনেধৰণৰ ঃ মহাৰাষ্ট্ৰ প্ৰদেশৰ কোনো ঠাইত আৰু দ্ৰাবিড় দেশৰ তাম্ৰপৰ্ণী, কৃতমালা, মহানদী প্ৰভৃতি পুণ্য সলিলা নদীৰ তীৰৱৰ্তী প্ৰদেশত প্ৰায়ে বাসুদেৱ পৰায়ণ ভক্তই জন্ম গ্ৰহণ কৰিছিল। পূৰ্বোক্ত নদীৰ পৱিত্ৰ পানী পান কৰি সেই দেশবাসীয়ে ভক্তি কৰিব।'

৮.২৩. সময়ৰ অগ্ৰগতিৰ লগে লগে ভক্তি তত্ত্বক দাৰ্শনিক তত্ত্ববাদৰ সন্মানীয় আসনত সমাসীন কৰাবলৈকে বেদান্ত সূত্ৰৰ বিভিন্ন ভাষ্য প্ৰণয়ন কৰা হৈছিল। ব্ৰহ্মসূত্ৰৰ বহু ভাষ্যকাৰৰ ভিতৰত শংকৰাচাৰ্য, ৰামানুজ, নিম্বাৰ্ক, মধব আৰু বল্লভৰ নাম একেলগে উচ্চাৰণ কৰিবলগীয়া। শংকৰাচাৰ্যৰ মতবাদ *অদ্বৈতবাদ* ৰূপে খ্যাত। তেওঁৰ মতে ব্ৰহ্ম সত্য, জগৎ মিথ্যা। ব্ৰহ্ম নিৰ্গুণ নিৰঞ্জন, সৎ, চিৎ আৰু আনন্দৰ প্ৰতিভূ। জীৱ আৰু জগৎ ব্ৰহ্মৰ বিৱৰ্তমাত্ৰ; জীৱ আৰু ব্ৰহ্ম পাৰমাৰ্থিক দৃষ্টিত অভিন্ন যদিও ব্যৱহাৰিক দৃষ্টিত ভিন্ন। জীৱৰ অজ্ঞান বা অবিদ্যাই জগৎ সৃষ্টিৰ কাৰণ। অবিদ্যাৰ অন্য নাম মায়া। ব্ৰহ্মকৈবল্য লাভেই জীৱৰ মোক্ষ। ভক্ত দাৰ্শনিকসকলে মায়াবাদী শংকৰাচাৰ্যৰ মায়াবাদ অস্বীকাৰ কৰে আৰু জ্ঞানতকৈ ভক্তিত উচ্চ আসনত বহুৱায়। গতিকে ভাৰতীয় ভক্তি সাধনাৰ ক্ৰমবিকাশত নিম্নোক্ত দাৰ্শনিক মতবাদ কেইটাৰ গুৰুত্ব ভালেখিনি।

৮.২৪ ৰামানুজাচাৰ্যৰ ব্ৰহ্মসূত্ৰৰ ভাষ্য শ্ৰীভাষ্য ৰূপে জনাজাত[১৫]। এই ভাষ্যত তেওঁ শংকৰাচাৰ্যৰ মায়াবাদৰ সাতটি দোষ উলিয়াই তাক সমালোচকৰ তুলাচনীত তুলি দিয়ে। ৰামানুজৰ মতে ব্ৰহ্মই একমাত্ৰ সৎ যদিও তেওঁ নিৰ্গুণ নহয়। গুণৰ দ্বাৰা তেওঁ বিশিষ্ট কৰিব পাৰি। অগ্নি আৰু অগ্নিৰ উত্তাপৰ যি সম্পৰ্ক, জীৱ আৰু ব্ৰহ্মৰো সেই সম্পৰ্ক। সূৰ্যৰ কিৰণ সূৰ্য নহয় অথচ সি সূৰ্যৰপৰা পৃথকো নহয় বৰঞ্চ কিৰণ সূৰ্যৰ গুণ ৰূপেই প্ৰতিভাত হয়। একেদৰে জীৱ ব্ৰহ্ম নহয়, আকৌ ব্ৰহ্মৰপৰা তাক পৃথকো কৰিব নোৱাৰি। গতিকে জীৱ আৰু জগতক ব্ৰহ্মৰ গুণ আখ্যা দিব পাৰি। তেওঁৰ মতে জগৎ মিছা নহয় অথচ ব্ৰহ্মৰ দৰে নিত্য আৰু সত্যও নহয়। সেইবাবে তেওঁৰ মতবাদক *বিশিষ্টাদ্বৈতবাদ* কোৱা হৈছে। অনন্ত গুণৰ অধিকাৰী ব্ৰহ্মক স্মৰণ কৰা জনেই ভক্ত আৰু স্মৰণেই ভক্তি। ভক্তিৰ অৰ্থ ধ্যান বা উপাসনা। তেওঁ ব্ৰহ্মক কৰুণাময় আৰু ভক্ত বৎসল বিষ্ণু ৰূপে গ্ৰহণ কৰিছে আৰু *ভাগৱত পুৰাণক* বাদি দি *বিষ্ণু পুৰাণকহে* প্ৰামাণ্য ৰূপে স্বীকৃতি দিছে।

---

১৪. উৎপন্না দ্ৰাবিড়ে ভক্তিবৃদ্ধি কৰ্ণাটকে গতা।
অন্ধ্ৰ দেশে কচিদ্ কচিদ্ গুৰ্জৰে বিলয়ংনীতা।।

১৫. সুৰেন্দ্ৰনাথ দাশগুপ্ত - *ভাৰতীয় দৰ্শনৰ ভূমিকা*, পৃ° ২১-২৩

৮.২৫. খ্ৰীষ্টীয় একাদশ দ্বাদশ শতাব্দীত দাক্ষিণাত্যত আবিৰ্ভাৱ হোৱা নিম্বাৰ্ক স্বামীৰ বেদান্ত সূত্ৰৰ ভাষ্য *বেদান্ত পাৰিজাত সৌৰভ* নামেৰে পৰিচিত[১৬]। ভক্তি ধৰ্মত বিশ্বাসী আচাৰ্যজনাৰ মতবাদৰ নাম *দ্বৈতাদ্বৈতবাদ।* তেওঁৰ মতে কাৰ্য আৰু কাৰণ যিদৰে পৰস্পৰ ধৰ্ম আৰু স্বৰূপত ভিন্নাভিন্ন, ঠিক তেনেকৈ ব্ৰহ্ম আৰু জীৱজগতো স্বৰূপ আৰু ধৰ্মত ভিন্নাভিন্ন। ব্ৰহ্ম অচিন্ত্য আৰু অনন্ত। তেওঁৰ মতে কৃষ্ণই পৰম ব্ৰহ্ম। পৰমাত্মা অংশী, জীৱাত্মা তাৰ অংশ। সুৱৰ্ণপিণ্ড আৰু তাৰ দ্বাৰা নিৰ্মিত অলংকাৰৰ মাজত যি সম্পৰ্ক, জীৱাত্মা আৰু পৰমাত্মাৰো সম্পৰ্ক সেইৰূপ। ব্ৰহ্ম কাৰণ জগৎ হ'ল কাৰ্য। প্ৰকৃতি ব্ৰহ্মাৰ অংশ আৰু জগৎ হ'ল প্ৰকৃতিৰ পৰিনাম। গতিকে জীৱ আৰু ব্ৰহ্মাৰ স্বৰূপ দ্বৈত আৰু অদ্বৈত এই দুয়োটাই। সেইবাবে তেওঁৰ মতবাদ *দ্বৈতাদ্বৈতবাদ* অথবা ভেদাভেদ তত্ত্বৰূপে পৰিচিত। নিম্বাৰ্কৰ মতে ভক্তি উপাসনা নহয় — সি 'ভগৱৎ প্ৰীতি' আৰু 'প্ৰেম বিশেষ লক্ষণা'। তেওঁৰ মতে শ্ৰীকৃষ্ণৰ দৰে গোপীসকলো ভক্তৰ উপাস্য। পঞ্চৰসৰ যিকোনো এটিক আশ্ৰয় কৰি ভগৱানৰ উপাসনা কৰিলে ঈশ্বৰে শৰণাগতক সংসাৰ বন্ধনৰপৰা মুক্তি দিয়ে।

৮.২৬. খ্ৰীষ্টীয় দ্বাদশ শতাব্দীত মধ্বাচাৰ্যই *বেদান্তসূত্ৰৰ দ্বৈত ভাষ্যৰ* জৰিয়তে ভক্তি দৰ্শন প্ৰচাৰ কৰে[১৭]। এই মতত ব্ৰহ্ম সগুণ হৈও স্বগতভেদ শূণ্য। বিষ্ণুৰ নিত্য সহচৰী লক্ষ্মী, তেওঁ বিষ্ণুৰপৰা ভিন্ন হ'লেও বিষ্ণুৰেই আশ্ৰিতা। লক্ষ্মী বিষ্ণুৰ ক্ৰিয়া শক্তিৰ প্ৰতীক। মন কৰিবলগীয়া কথা, ৰামানুজ আৰু নিম্বাৰ্ক এই দুজনাৰ দাৰ্শনিক আলোচনাত লক্ষ্মী অথবা ৰাধাৰ উল্লেখ নাই, কিন্তু মধ্বৰ মতবাদত ধৰ্ম আৰু দৰ্শনৰ সংমিশ্ৰণ চকুত লগা। ধৰ্মৰ উপাস্যাদেৱী লক্ষ্মীয়ে দৰ্শনৰ ফালৰ পৰাও স্ৰষ্টাৰ সৃষ্টি শক্তিৰূপে পৰিগণিত হোৱাটো তাৎপৰ্যপূৰ্ণ।

৮.২৭. বল্লভাচাৰ্যই খ্ৰীষ্টীয় চতুৰ্দশ-পঞ্চদশ শতাব্দীত *বিশুদ্ধাদ্বৈতবাদ* প্ৰতিষ্ঠা কৰে। বল্লভাচাৰ্যৰ বিশুদ্ধাদ্বৈত স্থাপক বেদান্ত সূত্ৰৰ ভাষ্যখনি অনু ভাষ্য ৰূপে খ্যাত[১৮]। উক্ত ভাষ্যমতে জীৱ জগত উভয়ে সত্য। ব্ৰহ্ম যিদৰে সত্য সেইদৰে জীৱ জগতো সত্য। তেওঁ শংকৰাচাৰ্যৰ মায়াবাদ সম্পূৰ্ণৰূপে পৰিহাৰ কৰিছিল। তেওঁৰ মতে, ভগৱান হ'ল গোকুলৰ কৃষ্ণ আৰু শ্ৰীকৃষ্ণৰ সান্নিধ্য লাভেই হ'ল ভক্তি সাধনাৰ মূল কথা। তেওঁ জ্ঞান আৰু ভক্তি উভয়কে মোক্ষৰ উপায় ৰূপে স্বীকৃতি দিছে। জ্ঞানীয়ে ব্ৰহ্মৰ নিৰ্গুণ আৰু অক্ষৰ ৰূপটো দেখিবলৈ পায় কিন্তু ভক্তই কৃষ্ণৰ পৰমানন্দ ৰূপ সাক্ষাৎ কৰিবলৈ সমৰ্থ হয়। তেওঁৰ মতে ভক্তি দুবিধ-মৰ্যাদা মাৰ্গ আৰু পুষ্টি মাৰ্গ। যি ভক্তই শাস্ত্ৰীয় বিধি মানি ভগৱানক অৰ্চনা কৰে, তেওঁ মৰ্যাদা পন্থী আৰু যিসকলে কৃষ্ণ আৰু তেওঁৰ ভক্তৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰে অথবা তেওঁলোকৰ মাধুৰ্যলীলা আস্বাদন কৰিব বিচাৰে, তেওঁলোক পুষ্টিমাৰ্গী ৰূপে পৰিচিত।

---

১৬. সুৰেন্দ্ৰনাথ দাশগুপ্ত - প্ৰাগুক্ত গ্ৰন্থ পৃ. ২৮-৩৩

১৭. Radhakrishnan, S. –(Ed) *History of Philosophy, Eastern and Western* Vol I, pp 305-32

১৮. সুৰেন্দ্ৰনাথ দাশগুপ্ত - প্ৰাগুক্ত গ্ৰন্থ পৃ. ৩১

৮.২৮. গৌড় বংগৰ শ্ৰীচৈতন্যদেৱ গৌড়ীয় বৈষ্ণৱ সাধনাৰ প্ৰৱৰ্তক[৯৯]। অকল প্ৰৱৰ্তকেই নহয়, চৈতন্য প্ৰভু চৈতন্য সম্প্ৰদায়ৰ উপাস্যও বুলিব পাৰি। পিছে তেওঁ যি মতৰ প্ৰৱৰ্তন কৰি গৈছে, সেই মতৰ কোনো লিখিত গ্ৰন্থ পোৱা নাযায়। চৈতন্যদেৱৰ শিষ্য ৰূপ, সনাতন আৰু তেওঁলোকৰ ভ্ৰাতুষ্পুত্ৰ জীৱ গোস্বামীয়ে গৌড়ীয় বৈষ্ণৱ সাধনাৰ দাৰ্শনিক তাৎপৰ্য ডাঙি ধৰে। উক্ত আচাৰ্য তিনিজনাই চৈতন্যদেৱৰ দ্বাৰা প্ৰৱৰ্তিত বৈষ্ণৱ ভক্তি মতবাদক *অচিন্ত্য ভেদাভেদ* ৰূপে চিহ্নিত কৰিছিল। অৱশ্যে তেওঁলোকে ব্ৰহ্মসূত্ৰৰ ভাষ্য অথবা বেদান্তৰ প্ৰকৰণ গ্ৰন্থ প্ৰণয়নৰপৰা বিৰত আছিল[১০০]। অচিন্ত্য ভেদাভেদৰ মূল উৎস সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতানৈক্য বৰ্তমান। কাৰো মতে ই মাধ্ব মতৰ প্ৰকাৰ ভেদ মাত্ৰ। বলদেৱ বিদ্যাভূষণে তেওঁৰ বেদান্তৰ *গোবিন্দ ভাষ্যত* এই মত সাব্যস্ত কৰিবলৈ বিচাৰিছিল যদিও চৈতন্য চৰিত্ৰামৃতসমূহে সেই সুবিধা কণ নিদিলে। ড° সুশীলকুমাৰ দেই স্পষ্টভাৱে অভিমত দিছে যে বলদেৱৰ উক্তি ভিন্ন চৈতন্যদেৱ আৰু মাধৱেন্দ্ৰ পুৰী প্ৰভৃতিৰ মাধ্ব সম্প্ৰদায় ভুক্তিৰ কোনো প্ৰমাণ পোৱা নাযায়।[১০১] শাংকৰ সম্প্ৰদায়ৰ ঈশ্বৰীপুৰী আৰু কেশৱ ভাৰতী চৈতন্য মহাপ্ৰভুৰ আছিল যথাক্ৰমে দীক্ষা গুৰু আৰু সন্ন্যাস গুৰু। তদুপৰি চৈতন্যদেৱে নিজেও বহু সময়ত মায়াবাদী সন্ন্যাসীৰূপে আত্ম পৰিচয় দিয়াৰ[১০২] পৰিপ্ৰেক্ষিতত কোনো কোনোৱে চৈতন্যদেৱৰ মতবাদৰ সৈতে শংকৰাচাৰ্যৰ মতবাদৰ সাদৃশ্য বিচাৰিবলৈ যায়। পিছে শংকৰ কথিত ব্ৰহ্ম সত্য, জগৎ মিথ্যা - এই মূলতত্ত্বই চৈতন্যদেৱৰপৰা অস্বীকৃত হৈছে। *অচিন্ত্য ভেদাভেদ* তত্ত্বৰ সৈতে আন কোনোৱে ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ সাদৃশ্য বিচাৰি পালেও মোক্ষৰ ক্ষেত্ৰত দুয়োটা মতবাদ সম্পূৰ্ণ বিপৰীত ধৰ্মী। নিম্বাৰ্ক প্ৰচাৰিত *ভেদাভেদ বাদৰ* লগত চৈতন্য মতৰ মিল প্ৰধানতঃ 'লোক বত্তু লীলাকৈৱল্যম্' – লীলা প্ৰকাশৰ বাবে ই ব্ৰহ্মৰ সৃষ্টি কাৰ্য আৰু জীৱক ব্ৰহ্ম ৰূপে স্বীকৃতি দানত। ভক্তিৰ কল্পনাতো সাদৃশ্য ধৰা পৰে। নিম্বাৰ্কৰ মতে ভক্তি 'প্ৰেম বিশেষ লক্ষণা'। অৰ্থাৎ ভক্তি 'মাধুৰ্য প্ৰধান'[১০৩]। পিছে মিল থাকিলেও চৈতন্য প্ৰৱৰ্তিত প্ৰেমভক্তি ধৰ্ম এক স্বতন্ত্ৰ ধাৰা। আনহাতে বল্লভাচাৰ্যৰ পুষ্টি মাৰ্গৰ সৈতেও গৌড়ীয় মতবাদৰ একাধিক ক্ষেত্ৰত সাদৃশ্য বিচাৰি পোৱা যায়। পূৰ্বভাৰতৰ বংগীয় ব্ৰজবুলি সাহিত্যত অচিন্ত্য ভেদাভেদ তত্ত্বই কমনীয় ৰূপত বিকশিত হোৱা গুণে পৰবৰ্তী এটি অধ্যায়ত উক্ত মতবাদৰ দাৰ্শনিক দিশটোত কিছু নতুন পোহৰ পেলাবলৈ যত্ন কৰা হ'ব।

---

৯৯. Radhakrishnan, S. - (Ed). *Ibid* pp. 358-367

১০০. Day S. K. - *Early History of Vaishnava Faith and Movement in Bengal*, p. 108-118

১০১. *হৰপ্ৰসাদ সম্বৰ্ধন লেখমালা*(দ্বিতীয়খণ্ড)ৰ অন্তৰ্ভুক্ত চৈতন্য সম্প্ৰদায় ও মাধ্ব সম্প্ৰদায় প্ৰবন্ধ।

১০২. *চৈ° চ°* মধ্য ৮

১০৩. জাহ্নবীকুমাৰ চক্ৰবৰ্তী - *প্ৰাচীন ভাৰতীয় সাহিত্য ও বাঙালীৰ উত্তৰাধিকাৰ*, প্ৰথম খণ্ড পৃ. ১৭২

৮.২৯. খ্ৰীষ্টীয় পঞ্চদশ শতাব্দীত কায়স্থ শংকৰদেৱে *গীতাৰপৰা* একাদশ, *ভাগৱত পুৰাণৰ* সংযোগ আৰু সহস্ৰনাম খণ্ড *পদ্মপুৰাণৰপৰা* নাম ধৰ্ম লৈ[১০৪] অসম, কামৰূপ আৰু কোচবেহাৰ -এই তিনি ৰাজ্যত ভক্তিৰ মন্দাকিনী ধাৰা প্ৰবাহিত কৰে। চৈতন্যদেৱতকৈ বয়সত কিছু জ্যেষ্ঠ শংকৰে বেদান্ত সূত্ৰৰ ভাষ্যৰ কোনো আৱশ্যকতা বোধ কৰা নাছিল। তেৰাই 'মহাব্যাত্ৰী' তৰ্কৰ লগৰ বেদান্ত সূত্ৰৰ দুৰ্গম কন্দৰলৈ নগৈ 'সমস্ত বেদান্ত সাৰ' *শ্ৰীভাগৱত* শাস্ত্ৰৰপৰা উপনিষদৰ মৰ্ম বস্তু গ্ৰহণ কৰি জনগণৰ মন কৃষ্ণমুখী কৰি তুলিবলৈ যত্ন কৰিছিল। অসমৰ আন আন বৈষ্ণৱ ভক্ত কবিসকলৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। অসমৰ নৱ বৈষ্ণৱ সাধনাৰ দাৰ্শনিক দিশৰ সন্দৰ্ভত পৰৱৰ্তী এটি অধ্যায়ত কিছু কথা পোৱা যাব।

৮.৩০. ৰামানুজাচাৰ্যৰ তিৰোভাৱৰ পিছত বৈষ্ণৱ ভক্তি ধৰ্মৰ প্ৰবাহটি অনুক্ৰমে উত্তৰলৈ গতিশীল হয়। খ্ৰীষ্টীয় ত্ৰয়োদশ শতাব্দীৰ অন্তিম লহৰত স্বামী ৰামানন্দৰ আবিৰ্ভাৱ উত্তৰ ভাৰতৰ ভক্তি আন্দোলনৰ এটি তাৎপৰ্যপূৰ্ণ ঘটনা। কোৱা হয় যে ভক্তিক দ্ৰাবিড় দেশৰপৰা ৰামানন্দই জয় জয়তে উত্তৰ ভাৰতলৈ আনে আৰু সেই ধৰ্মক সুচাৰুকৈ সিঁচি দিয়ে কবীৰে। অৱশ্যে ৰামানন্দই তেওঁৰ উপাসনাৰ বাবে বিষ্ণুৰ সলনি তেওঁৰ অৱতাৰ শ্ৰীৰামচন্দ্ৰক নিৰ্বাচন কৰে। এই ৰাম ভক্তি পিছলৈ দুটি শাখাত বিভাজিত হয় – এটি সগুণ ভক্তিধাৰা আৰু আনটো নিৰ্গুণ। প্ৰথমটোৰ প্ৰবৰ্তক কবি কবীৰদাস আৰু আনটোৰ প্ৰবাহক গোস্বামী তুলসীদাস। কবীৰদাসে ভাৰতীয় বৰ্ণবাদৰ সৈতে ছুফীসকলৰ ৰহস্য বাদ, হঠযোগী-সকলৰ সাধনাৰ ৰহস্যবাদ আৰু বৈষ্ণৱসকলৰ প্ৰপত্তিবাদৰ সংমিশ্ৰণত স্বকীয় প্ৰেম সাধনাৰ প্ৰচলন কৰে[১০৫]। তেওঁৰ দৃষ্টিত হৰি সৰ্বপ্ৰিয়-হৰি অবিহনে তেওঁ জীৱন ধৰিবলৈ অসমৰ্থ[১০৬]। তেওঁ জাতি ভেদৰ দুৰ্যোগৰ বিৰোধীতা কৰি হৰি সেৱাত মত্ত হ'বলৈ সৰ্বসাধাৰণক আহ্বান জনাইছিল[১০৭]। *ৰামচৰিত মানসেৰে* আৰ্যাবৰ্তৰ অগণন লোকৰ অন্তৰত ৰাম ভক্তিৰ জোৱাৰ তোলা তুলসীদাসে তেওঁৰ *বিনয় পত্ৰিকাত* সেব্যসেৱক ভক্তিৰ কথা প্ৰাণস্পৰ্শী ভাৱে পৰিস্ফুট কৰিবলৈ সমৰ্থ হৈছে।

৮.৩১. দাৰ্শনিক বল্লভাচাৰ্যৰ দ্বিতীয় পুত্ৰ বিঠলনাথে ব্ৰজভাষাত কৃষ্ণ ভক্তি বিকাশৰ হেতু শ্ৰীকৃষ্ণৰ যশোগান কৰা আঠজন কবিক নিৰ্বাচন কৰি *অষ্টছাপ* সম্প্ৰদায়ৰ প্ৰতিষ্ঠা কৰে। এই *অষ্টছাপৰ* ভক্ত কবিসকল হ'ল - সুৰদাস, কুম্ভনদাস, পৰমানন্দ দাস, কৃষ্ণ দাস, গোবিন্দ স্বামী, নন্দ দাস, ছীত স্বামী, আৰু চতুৰ্ভুজ দাস। এই কবিসকলে বাৎসল্য, সখ্য আৰু মধুৰ ভক্তিৰসৰ পৰাকাষ্ঠা দেখুৱাইছিল। অষ্টছাপৰ কবিসকলৰ

---

১০৪. মহেশ্বৰ নেওগ, — *শ্ৰীশ্ৰী শংকৰদেৱ*, পৃ ৮৩

১০৫. হিৰন্ময় - *হিন্দী ঔৰ অসম কে ভক্তি আন্দোলন কা তুলনাত্মক অধ্যয়ন* পৃ ৬১

১০৬. হৰি মেৰা পীৱ ভাই হৰি মেৰা পীৱ।
হৰি বিন ৰহি ন সকৈ মেৰা জীৱ॥

১০৭. জাত পাঁত পুছে নহি কোই / হৰিকো ভজৈ সো হৰি কা হোই॥

পিছত কৃষ্ণ ভক্ত কবিসকলৰ ভিতৰত ভক্ত কবি মীৰাবাঈৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ৰাজ কাৰেঙৰ অতুলন সুখ সম্পদ দুভৰিৰে ঠেলি দি ভগৱান শ্ৰীকৃষ্ণক নিজৰ পতি আৰু আৰাধ্য দেৱ ৰূপে মানি লৈ মীৰাবায়ে তেওঁৰ সাধনাত ৰত হয়। ভাৰতীয় ভক্তি সাহিত্যত মীৰাৰ ভজনসমূহ যেন স্ফটিক উজ্জ্বল হীৰকখণ্ড। বৈষ্ণৱ কবি নৰসিংহ মেহতাই খ্ৰীষ্টীয় পঞ্চদশ শতাব্দীত গুজৰাটত ভক্তিৰ বিমল স্ৰোতধাৰা বোৱাবলৈ সমৰ্থ হয়। সেই ভক্তিধাৰাত পাৰি দিয়া আন কবিসকলৰ ভিতৰত প্ৰেমানন্দ আৰু দয়াৰামৰ নামো উল্লেখযোগ্য।

৮.৩২. নাথ সম্প্ৰদায়ৰ সৈতে সংযুক্ত জ্ঞানেশ্বৰ আৰু তেওঁৰ পৰৱৰ্তী নামদেৱে মহাৰাষ্ট্ৰত ভক্তিৰ এক নতুন ধাৰা প্ৰৱাহিত কৰায়। নামদেৱ আছিল একেধাৰে নাথপন্থী আৰু ভাগৱতপন্থী। বিট্‌ঠলৰ ভক্ত হয়ো তেওঁ আছিল অদ্বৈতবাদী। তেওঁ নিৰ্গুণ ভক্তিৰ পদ ৰচনা কৰিছিল – *সাধুক্কড়ী খড়ীবোলীত* আৰু সগুণ ভক্তিৰ পদ ৰচিছিল ব্ৰজ ভাষাত। মাৰাঠাৰ ভক্ত কবি তুকাৰামৰ অৱদানক ইতিহাসে অস্বীকাৰ কৰিবলৈ অসমৰ্থ। জ্ঞানেশ্বৰৰ পৰিচয় যেনেকৈ ভগৱদগীতাৰ টীকা *জ্ঞানেশ্বৰীত*, একনাথৰ পৰিচয় যেনেকৈ ভাগৱতৰ টীকা *একনাথী ভাগৱত* গ্ৰন্থত, ঠিক তেনেকৈ তুকাৰামৰ পৰিচয় তেওঁৰ পাঁচ হাজাৰ পদাৱলীৰ মাজত[১০৮]।

৮.৩৩. দক্ষিণ ভাৰতৰপৰা ভক্তি ধৰ্মৰ প্ৰবাহটি গৈ পঞ্জাব পোৱাৰ পূৰ্বে পশ্চিমা চুফী ভক্তিৰ বতাহ এচাটি আহি পঞ্জাবৰ জনগণৰ মন শীতলাবলৈ সমৰ্থ হয়। পঞ্জাবী ভক্ত চুফী কবিসকলৰ ভিতৰত শেখ ফৰীদ, লাল হুইচেন আৰু বুল্লেহ্ শাহৰ নাম উল্লেখযোগ্য। বুল্লেহ শাহৰ গীতত হিন্দু-মুছলমান আৰু আন সম্প্ৰদায়ৰ ঐক্য আৰু সংহতিৰ চিত্ৰ বিৰাজমান। নায়িকা ৰূপে আবিষ্ট হৈ ৰচনা কৰা বুল্লেহ্ শাহৰ কাফীবোৰ বৈষ্ণৱ মাধুৰ্য ৰসাশ্ৰিত গীতেৰে অভিন্ন। পঞ্জাবত শিখ ভক্তি স্ৰোতধাৰা প্ৰৱাহিত কৰোঁৱা ধৰ্ম গুৰুসকলৰ ভিতৰত নানক (খ্ৰী° ১৪৬৯-১৫৩৮), অংগদ (খ্ৰী° ১৫০৫-১৫৫২), অমৰনাথ (খ্ৰী° ১৫০৯-১৫৭৪), ৰামদাস (খ্ৰী° ১৫৩৪-১৫৮১), অৰ্জুন দেৱ (খ্ৰী° ১৫৬৩-১৬০৬), নৱম গুৰু তেগ বাহাদুৰ (খ্ৰী° ১৬২২-১৬৭৫), আৰু অন্তিম তথা দশম গুৰু গোবিন্দ সিঙৰ (খ্ৰী° ১৬৬৬-১৬৭৫) নাম উল্লেখযোগ্য।

৮.৩৪. খ্ৰীষ্টীয় চতুৰ্দশ শতাব্দীৰ অন্তিম ভৰংগত মিথিলাৰ নৃপতি শিৱসিংহৰ ৰাজকবি বিদ্যাপতিয়ে ৰাধা-কৃষ্ণৰ বিভিন্ন লীলাৰ অৱলম্বনত প্ৰাৰম্ভিক ব্ৰজবুলিত ৰচনা কৰা সুমধুৰ পদাৱলীৰ ভক্তি নীৰত অৱগাহন কৰা লোক সামান্য নহয়। উৰিষ্যাত বৈষ্ণৱ ভক্তি ধাৰা প্ৰবাহ কৰোঁৱা কৰ্মত পঞ্চসখা, জগন্নাথ দাস, বলোৰাম দাস, অচ্যুতানন্দ দাস মোহান্তি, যশোৱন্ত দাস আৰু অনন্ত দাস মহাপাত্ৰৰ নাম সৰ্বাগ্ৰে উল্লেখনীয়। ৰামানন্দ ৰায় পট্টনায়কৰ অৱদানো কম নহয়। মধ্য যুগত বংগদেশ আৰু অসমত অগণন বৈষ্ণৱ কবিয়ে গীত-পদ আৰু নাটেৰে বৈষ্ণৱ ভক্তি সাধনাৰ বিস্তীৰ্ণ ক্ষেত্ৰলৈ কেনেদৰে বৰ্ষাৰ প্লাৱন আনিছিল, তাক দোহাৰিবৰ প্ৰয়োজন নাই।

●●●

---

১০৮. বিমলাল ভট্টাচাৰ্য - ভাৰতীয় ভক্তি সাহিত্য পৃ° ৩৮২

# নৱম অধ্যায়

## ব্ৰজবুলি সাহিত্যৰ ধাৰা

### ক° অসমৰ ব্ৰজবুলি সাহিত্য

৯.০. অসামান্য প্ৰতিভাশালী কবি শংকৰদেৱৰ অমৃতনিস্যন্দী লেখনিৰ জৰিয়তে জন্ম আৰু বিকশিত হোৱা অসমৰ ব্ৰজবুলি সাহিত্যই নাট আৰু গীতৰ চলমান স্ৰোতধাৰাৰে অগ্ৰসৰ হোৱাৰ সুযোগ পায়। ভগৱান শ্ৰীকৃষ্ণৰ জীৱনৰ বিভিন্ন লীলা এইবিধ সাহিত্যৰ যোগেদি বিকশিত হৈছে। অসমৰ সন্ত-মহন্তসকলৰ দৃষ্টিত ৰাম আৰু কৃষ্ণৰ কোনো পাৰ্থক্য নাই গুণেই শ্ৰীৰামচন্দ্ৰৰ জীৱনৰো বিভিন্ন ঘটনাই ব্ৰজবুলি সাহিত্যৰ মাজেদি এঙামুৰি দিয়া দেখা যায়। বৃহত্তৰ অসমত নব-বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ কাৰণে মহাপুৰুষে ভগৱান শ্ৰীকৃষ্ণ আৰু ৰামচন্দ্ৰৰ অৱতাৰী লীলাৰ আধাৰত ব্ৰজবুলিত যি কেইখনি নাট ৰচনা কৰিছিল, তাৰে ছয়খনিহে আজি আমাৰ হাতত পৰিছেহি। এই নাটকেইখনি হ'ল— *পত্নীপ্ৰসাদ, কালীয় দমন, কেলিগোপাল,* (ৰাসক্ৰীড়া), *ৰুক্মিণী হৰণ, পাৰিজাত হৰণ,* আৰু *ৰাম বিজয়* বা *সীতা সয়ম্বৰ*। এই নাটকেইখনিৰ ভিতৰত *ৰাম বিজয়* সৰ্বশেষ ৰচনা। আভ্যন্তৰীণ সাক্ষ্য মতে এই নাটখনি চিলাৰায়ৰ অনুৰোধত ১৪৯০ শক বা ১৫৬৮ খ্ৰীষ্টাব্দত ৰচনা কৰা। বাকী পাঁচখনি নাটৰ ৰচনা লৈ পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। কালিৰাম মেধিৰ মতে, *কালীদমন*(কালিয় দমন) তেওঁৰ প্ৰথম নাট আৰু সেইখনি ১৫১৮ খ্ৰীষ্টাব্দৰ ওচৰে-পাজৰে ৰামৰায়ৰ অনুৰোধত বৰদোৱাত ৰচিত[1]। ড° মহেশ্বৰ নেওগে আকৌ *পত্নী প্ৰসাদক*হে মহাপুৰুষৰ প্ৰথম নাট আখ্যা দিছে[2]। বাকী পাঁচখনি নাট 'ভকতি ৰসিক সুজান' ৰামৰায়ৰ নেতৃত্বত অভিনীত হৈছিল। পাটবাউসীত থকা কালত গুৰুজনাই লিখি ভাওনা কৰোৱা *জন্মযাত্ৰা* খনি আজি পাবলৈ নাই। গোপী-উদ্ধৱ সংবাদৰ ভেটিত ৰচিবলৈ লোৱা নাটখনি অসম্পূৰ্ণ অৱস্থাতে বন পোৱা জুইত অগ্নি দগ্ধ হোৱাৰ কথা গোপাল আতাৰ পুথিত বিবৃত হৈছে[3]।

৯.১. কৰ্মকাণ্ডী, পাণ্ডিত্যাভিমানী ব্ৰাহ্মণবিলাকে কৃষ্ণ ভক্তি পৰায়ণ গোপ বালক আৰু বিপ্ৰ পত্নীসকলৰ বিৰোধৰ ভেটিত *পত্নী প্ৰসাদ* নাট ৰচিত[4]। ভাগৱতৰ দশম স্কন্ধৰ

---

১ কালিৰাম মেধি— *অংকাৱলী প্ৰথম খণ্ড, ভূমিকা*, পৃ° ১৭

২ মহেশ্বৰ নেওগ — *শ্ৰীশ্ৰীশংকৰদেৱ*, পৃ° ১৪৪

৩ সত্যেন্দ্ৰনাথ শৰ্মা— *অসমীয়া নাট্য সাহিত্য*, পৃ° ৩১

৪ নাৰায়ণ দাস— *শংকৰী সাহিত্যৰ ভূমিকা*, পৃ° ২১৭

যোড়শ অধ্যায়ৰ ভেটিত ৰচিত *কালিয় দমন* নাটত কালী হ্ৰদৰ বিষপানী খাই গোপ বালকসকলৰ মৃত্যু, শ্ৰীকৃষ্ণৰ মাহাত্ম্য গুণত তেওঁলোকৰ পুনৰ্জীৱন লাভ, কালী নাগৰ ফণাৰ ওপৰত শিশু কৃষ্ণই নৰ্তন কৰি নাগ পত্নীসকলৰ স্তুতি-নতিত তেওঁক ৰমণক দ্বীপলৈ যাবলৈ আদেশ কৰা আৰু শ্ৰীকৃষ্ণৰ কৰাগ্নি পান বিবৃত হৈছে[৫]। *কেলি গোপালৰ* মূল হ'ল— *ভাগৱত পুৰাণৰ* দশম স্কন্ধৰ ২৬-৩৪ অধ্যায়। *বিষ্ণু পুৰাণ, ভাগৱত পুৰাণ* আৰু *হৰিবংশৰ* কথা বস্তুৰে ৰচনা কৰা *ৰুক্মিণী হৰণ নাটত* মহাপুৰুষৰ কুশল হস্তৰ পৰিচয় প্ৰোজ্জ্বল[৬]; *পাৰিজাত হৰণৰো* আধাৰ গ্ৰন্থ ৰুক্মিণী হৰণৰে অভিন্ন। চৰিত্ৰ চিত্ৰণৰ ফালৰপৰা এইখনি মহাপুৰুষৰ শ্ৰেষ্ঠ নাট। *ৰামায়ণৰ* আদি কাণ্ডৰপৰা বিষয় বস্তু চয়ন কৰা *ৰামবিজয় নাটত হনুমান্নাটকৰো* ক্ষীণ প্ৰভাৱ নপৰা নহয়।

৯.২. শংকৰদেৱৰ পিছত ব্ৰজবুলি ভাষাত সাৰ্থকৰূপে নাট ৰচনা কৰা নাট্যকাৰ হ'ল— মাধৱদেৱ। *অৰ্জুন ভঞ্জন, চোৰধৰা, পিম্পৰা গুচোৱা, ভোজন ব্যৱহাৰ* আৰু *ভূমি লুটিয়া*— এই পাঁচখনি মাধৱদেৱৰ আপোন হাতৰ সৃষ্টি। *কোটোৰা খেলা, ব্ৰহ্মা মোহন, ভূষণ হৰণ* আৰু *ৰাস ঝুমুৰা*— এই চাৰিখন নাটো মাধৱদেৱৰ নামত চলা[৭]। গুৰুজনাই *ৰাস যাত্ৰা* (ৰাস ভাওনা) আৰু *গোবৰ্দ্ধন যাত্ৰা* নামেৰেও আন দুখন নাট ৰচনা কৰি অভিনয় কৰাৰ কথা চৰিত পুথিত পোৱা যায়[৮]। পিছে নাট দুখনিৰ সবিশেষ আজিলৈ কোনোৰে পোৱা নাই। *অৰ্জুন ভঞ্জন* মহাপুৰুষ মাধৱদেৱৰ প্ৰথম নাট[৯]। শংকৰদেৱৰ নাটৰ প্ৰভাৱ ইয়াত স্পষ্ট। বাকী কেইখনি নাট ঝুমুৰা নামে খ্যাত[১০]। সেইকেইখনি ঘটনা প্ৰধান নহয়— পৰিস্থিতি প্ৰধানহে। সৰল শিশুৰ হাঁহি-খেমালি-সংযুক্ত কৰ্ম বীজৰ জৰিয়তে মোক্ষৰ পথ প্ৰদৰ্শন মাধৱদেৱৰ নাটৰ মূল কথা[১১]। *অৰ্জুন ভঞ্জনৰ* কথাবস্তু *ভাগৱত পুৰাণৰ* দশম স্কন্ধৰ নবম-একাদশ অধ্যায়ত পোৱা যায়। *চোৰধৰা, পিম্পৰা গুচোৱা* আৰু *ভূমি লুটিয়াৰ* কাহিনী ভাগ *ভাগৱত পুৰাণত* থাকিলেও ভক্ত কবিজনাই নাটকেইখনি লীলা গুৰুৰ কৃষ্ণ *কৰ্ণামৃতৰ* আধাৰতহে ৰচনা কৰা যেন লাগে[১২]। *ভোজন ব্যৱহাৰ* আৰু *ব্ৰহ্মামোহন* দুয়োখনি নাট একেটি ভাগৱত আখ্যানৰ আলমত গঢ়ি উঠা। ইয়াৰ মূল দশম স্কন্ধ ভাগৱত। *ৰাস ঝুমুৰাৰ* কাহিনী ভাগ পুৰাণৰ উপৰি *হৰিবংশ* আৰু

৫ নাৰায়ণ দাস— *কালিয় দমন নাট* (সম্পা°)ৰ ভূমিকা দ্ৰষ্টব্য
৬ নাৰায়ণ দাস— *ৰুক্মিণী হৰণ নাট* (সম্পা°)ৰ ভূমিকা দ্ৰষ্টব্য
৭ হৰিচন্দ্ৰ ভট্টাচাৰ্য— *অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি*, পৃ° ৪৪
৮ উপেন্দ্ৰনাথ লেখাৰু (সম্পা°)— *কথা-গুৰু চৰিত*, পৃ° ৪০১, ৪০৩
৯ মহেশ্বৰ নেওগ— *শ্ৰীশ্ৰীমাধৱদেৱ*, পৃ° ১০৬
১০ ঝুমুৰাৰ সবিশেষ জানিবলৈ ভবপ্ৰসাদ চলিহা সম্পাদিত *মাধৱদেৱৰ সাহিত্যৰ* অন্তৰ্ভুক্ত ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ 'ঝুমুৰাৰ উৎপত্তি' পঢ়ক
১১ মহেশ্বৰ নেওগ— *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, পৃ° ১২৭
১২ সত্যেন্দ্ৰনাথ শৰ্মা— *প্ৰাগুক্ত গ্ৰন্থ*, পৃ° ৬০

*বিষ্ণু পুৰাণতো* আছে। পানী আনিবলৈ গৈ বাধাই নিদ্ৰামগ্ন শিশু কৃষ্ণৰ অলংকাৰসমূহ চুৰি কৰি আনি মাকক দিয়া ঘটনাই *ভূষণ হৰণৰ* মূল কথা। যমুনাৰ বালিত গোপ বালকসকলৰে সৈতে কৰা কোটোৰা-খেল, গোপীসকলৰ সৈতে মৰা মুখ খজুৰতি আৰু নৃত্যই *কোটোৰা খেলা* ঝুমুৰাৰ বিষয় বস্তু।

৯.৩. শংকৰদেৱ-মাধৱদেৱৰ অনুগামীসকলে লোকৰঞ্জন আৰু ধৰ্ম প্ৰচাৰৰ কাৰণে বিধে বিধে অংকীয়া নাট ৰচনাত আগ ভাগ লৈছিল। সময় আগবঢ়াৰ লগে লগে সংহতি বিভাজিত হৈছিল-যাৰ ফলস্বৰূপে সত্ৰৰ সংখ্যা বাঢ়ি আহিছিল। সত্ৰসমূহত অংকীয়া নাটৰ ভাওনাক এটি অপৰিহাৰ্য অংগ ৰূপে গণ্য কৰাৰ ফলত এইবিধ নাটৰ সংখ্যা বাঢ়ি আহিল। সপ্তদশ-অষ্টাদশ শতাব্দীত কাল সংহতি আৰু পুৰুষ সংহতিৰ সত্ৰীয়াসকলৰ মাজত নাট ৰচনাৰ প্ৰথাটো অধিক সজীৱ হৈ উঠে। নিৰ্মালি লোৱা অনুষ্ঠানত এখনি নতুন নাট ভাওনা কৰাটো এটা দস্তুৰত পৰিণত হোৱাত নতুন নাটৰ সংখ্যা বাঢ়িবলৈ বাধ্য হ'ল[১৩]। অংকীয়া নাট ভাওনাই সময়ত সত্ৰ-নামঘৰৰ চাৰিবেৰৰ মাজতে আবদ্ধ নাথাকি ৰাজসভাৰ বিপুল পয়োভৰৰ মাজতো প্ৰৱেশ কৰিছিল। ৰাজ অভিষেক আৰু যুদ্ধজয়ৰ অন্তত অংকীয়া নাট-ভাওনা কৰাটো এইখিনিতে স্মৰণ কৰিব পাৰি[১৪]। চলিহা বাৰেঘৰ সত্ৰৰ ভকতসকলে ৰুদ্ৰসিংহৰ ৰাজসভাত তিনিখনি ভাওনা পাতিছিল— *নৃসিংহ যাত্ৰা, ৰামবিজয়* আৰু *অজামিল উপাখ্যান।* স্বৰ্গদেৱ শিৱসিংহৰ ৰাজ দৰবাৰৰ মঞ্চত *নৃসিংহ যাত্ৰা, অজামিল উপাখ্যান* আৰু *ভীষ্ম মোক্ষণ* নাটৰ অভিনয় হৈছিল[১৫]। কাছাৰ আৰু মণিপুৰৰ নৃপতিৰ অভ্যৰ্থনা উপলক্ষে স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ ৰাজসভাত *বি বাণ বধৰ* ভাওনা হৈছিল, তাত সাত শ অভিনেতাই অভিনয় কৰাটো মন কৰিবলগীয়া[১৬]। কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত বাৰেঘৰ সত্ৰৰ মহন্তই *ৰুক্মিণী হৰণ* আৰু দিহিং নামঘৰ সত্ৰৰ মহন্তই *অক্ৰুৰ গমন* নাটৰ অভিনয় কৰি প্ৰশংসা পাইছিল। গৌৰীনাথ সিংহৰ দিনতো পহমৰীয়া বা ন গোঁহাইৰ পুতেকে ৰাজ ৰাহৰত *পদ্মাৱতী* হৰণ ভাও লৈ প্ৰশংসা পোৱাৰ কথা পোৱা যায়[১৭]। নাট্যকাৰ লক্ষ্মীনাথ দাসৰ *কুমৰ হৰণ* নাটৰ প্ৰথম অভিনয় সম্পন্ন হৈছিল স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহৰ নিৰ্দেশত[১৮]। ৰাজ কবি কবিচন্দ্ৰ দ্বিজে প্ৰণয়ন কৰা *কামকুমাৰ হৰণ নাট* শিৱসিংহৰ ৰাজসভাত অভিনীত হোৱাটো সৰ্বজনবিদিত।

৯.৪. ৰাজ দৰবাৰত অভিনীত হোৱাত হাস্যৰস সৃষ্টিৰ কাৰণে বহুৱা চৰিত্ৰৰ সংযোজন ঘটাৰ লগত পৰিল। গুৰু দুজনাৰ কাব্য অথবা ৰাম সৰস্বতীৰ বধকাব্যৰ নাট্যৰূপ

---

১৩ সত্যেন্দ্ৰনাথ শৰ্মা— প্ৰাগুক্ত গ্ৰন্থ, পৃ ৬১

১৪ সত্যেন্দ্ৰনাথ শৰ্মা— প্ৰাগুক্ত গ্ৰন্থ, পৃ ৭০

১৫ অতুলচন্দ্ৰ হাজৰিকা— মঞ্চলেখা, পৃ ৬২

১৬ সূৰ্যকুমাৰ ভূঞা (সম্পা)— তুংখুঙীয়া বুৰঞ্জী, শ্লো ১৪

১৭ সূৰ্যকুমাৰ ভূঞা— একে গ্ৰন্থ শ্লো ১৮৩, ৩২১ আৰু ৩৩২

১৮ নবকান্ত দাস— লক্ষ্মীনাথ দাসৰ কুমৰ হৰণ নাটৰ ভূমিকা, পৃ ২০৭

শংকৰোত্তৰ নাটসমূহৰ এটি সাধাৰণ বৈশিষ্ট্য। জন গণে যুদ্ধ-বিগ্ৰহ ভাল পোৱা হেতুকে বধ নাটৰ সংখ্যা হৈছিল সৰ্বাধিক। শংকৰোত্তৰ নাটসমূহত নাট্যকাৰৰ সৃজনী প্ৰতিভাৰ স্বাক্ষৰ যেন কিছু স্তিমিত। ব্ৰজবুলিৰ ঠাঁচো অনুক্ৰমে সৰল হৈ আহে।

৯.৫. শংকৰ-মাধৱৰ পৰৱৰ্তী নাট্যকাৰসকলৰ ভিতৰত ভৱানীপুৰীয়া গোপাল আতা (আনুমানিক ১৫৩৩-১৬০৮ খ্ৰী°) অন্যতম। তেওঁৰ নাট তিনিখন - *জন্মযাত্ৰা, বোকা যাত্ৰা* (জন্মযাত্ৰাৰ নন্দোৎসৱ) আৰু *গোপী-উদ্ধৱ সংবাদ* বা *উদ্ধৱযান অংক।* আটাইকেখনি নাটৰ মূল ভাগৱতৰ দশম স্কন্ধ[19]। মাধদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰ (খ্ৰী° ১৫২১-১৬০০)। তেওঁ ভাগৱতৰ কাহিনীৰ আধাৰত ৰচনা কৰে— কংস বধ। ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈত্যাৰি ঠাকুৰে (আনুমানিক ১৫৬৪-১৬২২)[20] মহাপুৰুষৰ *কীৰ্তন* পুথিৰ প্ৰহ্লাদ চৰিত্ৰ আৰু স্যমন্ত হৰণৰ আলমত ৰচনা কৰে *নৃসিংহ যাত্ৰা* আৰু *স্যমন্ত হৰণ* নাট। দৈত্যাৰিৰ সম সাময়িক[21] আনজন নাট্যকাৰ হ'ল— দ্বিজ ভূষণ । তেওঁ ৰচনা কৰা *অজামিল উপাখ্যানত* মহাপুৰুষৰ পদ *অজামিল উপাখ্যানৰ* প্ৰভাব প্ৰচুৰ। দ্বিজ ভূষণৰ ভণিতাযুক্ত— *স্যামন্ত হৰণ* নামৰ এখনি নাট কৃষ্ণকান্ত সন্দিকৈ পুথি সংৰক্ষণ বিভাগত আছে (নং ৫০৫)। বাঁহবীৰ আৰু দিহিং সত্ৰৰ আদি পুৰুষ যদুমণিদেৱে ৰচনা কৰা *ফগু যাত্ৰাত* শ্ৰীকৃষ্ণৰ ফাকুখেলাৰ বৰ্ণনা পোৱা যায়।

৯.৬. গোপাল আতাৰ অন্যতম শিষ্য আৰু কামঝাৰ সত্ৰৰ ধৰ্মাচাৰ্য ৰাম আতাই (ৰামদেৱ) ৰচনা কৰা *সুভদ্ৰা হৰণ*[22] নাটত মধ্যম পাণ্ডৱ অৰ্জুনে সন্ন্যাসীৰ বেশেৰে দ্বাৰকালৈ গৈ সুভদ্ৰাক হৰণ কৰাৰ কাহিনী বিবৃত হৈছে। ৰামানন্দ দ্বিজৰ পুত্ৰ ৰামগোপালে *কুমৰহৰণ নাট* ৰচনা কৰা বুলি চৰিত পুথিত পোৱা যায়। *বৰ চৰিতৰ* সাক্ষ্য মতে, মায়মৰীয়া সত্ৰাধিকাৰ হৰিৰাম দেৱে *কংস বধ* আৰু *অজামিল উপাখ্যান* তথা নিত্যানন্দদেৱে *মাৰীচ বধ নাট* ৰচনা কৰে[23]। প্ৰথম দুখনিৰ বিষয় বস্তু *ভাগৱত পুৰাণ*ৰপৰা আৰু অন্তিম খনিৰ *ৰামায়ণ*ৰপৰা চয়ন কৰা। শংকৰ নাতি হৰিচৰণৰ কন্যা গোবিন্দ প্ৰিয়াৰ নাতি নৰোৱা সত্ৰৰ ৰমাকান্ত আতাই '*কীৰ্তন ঘোষা*ৰে পদ ভাঙি ভাঙি' '*স্যামন্ত হৰণ* নাট নাট কৰিলা প্ৰস্থন' বুলি অনিৰুদ্ধ দেৱৰ চৰিতত পোৱা যায়[24]। এই নাটত শংকৰ-মাধৱে ব্যৱহাৰ

---

১৯ গোপাল আতাৰ নাটৰ সবিশেষ জানিব বিচৰাসকলে আমাৰ সম্পাদিত *জন্ম যাত্ৰাৰ* আগ কথা পঢ়ি চাব পাৰে।

২০ হৰিচন্দ্ৰ ভট্টাচাৰ্য— প্ৰাগুক্ত গ্ৰন্থ, পৃ° ৫৯

২১ মহেশ্বৰ নেওগ— *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, পৃ° ২১৮

২২ *সুভদ্ৰা হৰণ* নাটৰ সবিশেষ জানিব বিচৰা সকলে আমাৰ সম্পাদিত আলোচিত নামৰ নাটখনিৰ ভূমিকাৰ ১০-.৩৩ পৃষ্ঠা পঢ়ি চাব পাৰে।

২৩ মহেশ্বৰ নেওগ— পূৰ্বোক্ত গ্ৰন্থ, পৃ° ২১৮

২৪ *অনিৰুদ্ধদেৱৰ চৰিত*, পদ ৩১৪

নকৰা দুটি ৰাগ পোৱা গৈছে— চালেংগি আৰু ৰামগিৰি[২৫]। ৰমাকান্তৰ নাতি লক্ষ্মীদেৱে *ৰাৱণ বধ নাট* আৰু নৱোৱাৰ ৰামচন্দ্ৰ আতাই *কংস বধ নাটৰ* সৃষ্টি কৰিছিল[২৬]। পিছৰ খনিৰ বিষয় বস্তু *কীৰ্তন*ৰপৰা চয়ন কৰিলেও তাত নাট্যকাৰৰ সৃজনী প্ৰতিভাৰ স্বাক্ষৰ উজ্জ্বল।

৯.৭. পুৰুষোত্তম ঠাকুৰৰ কন্যা কেশৱপ্ৰিয়াৰ নিৰঞ্জন গাভৰু গিৰীৰ তৃতীয় পুত্ৰ গদাপাণিৰপৰা বঢ়া নগাওঁ চৰাই খোৰোঙৰ গোঁসাই বংশোদ্ভূত শম্ভুদেৱেই সম্ভৱতঃ ৰচনা কৰে *অমৃত মথন* আৰু *গোবৰ্ধন যাত্ৰা*[২৭]। দুয়োখন নাটতেই শংকৰ গুৰুৰ দশমৰ প্ৰভাৱ স্পষ্ট। নিৰঞ্জন গাভৰুগিৰীৰ তৃতীয় পুত্ৰ, চক্ৰপাণিৰপৰা বঢ়া চামগুৰি গোঁসাই বংশজাত কালিয়াবৰ-চামগুৰি সত্ৰৰ বিশ্বম্ভৰদেৱেই সম্ভৱতঃ বিশ্বম্ভৰ দাস নামেৰে ৰচনা কৰে- *কংস বধ নাট*[২৮]। আনহাতে মাজুলী চামুগুৰি সত্ৰৰ বিশ্বম্ভৰদেৱে ৰচনা কৰিছিল *বালীবধ* নাট। ৰমাকান্তৰ ভণিতা থকা *ৰাৱণ বধ* নামৰ এখনি নাট বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হৈছে (নং ৮০৯)। *ৰাৱণ বধৰ* আনজন নাট্যকাৰ লক্ষ্মীদেৱ। তেওঁ স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহৰ অনুৰোধত ৰচে— *কুমৰহৰণ নাট*[২৯]। এই জনা নাট্যকাৰৰ আন দুখনি লেখৰ নাট হ'ল— *নৃসিংহ যাত্ৰা* আৰু *হৰমোহন*। লেতেৰি-শলগুৰি সত্ৰত দুয়োখনিৰে এটিকৈ প্ৰতিলিপি আছে[৩০]। এলেঙ্গি সত্ৰৰ কামদেৱে লিখা *কুমৰ হৰণৰ* আধাৰ গ্ৰন্থ চন্দ্ৰ ভাৰতীৰ একে নামৰ জনপ্ৰিয় কাব্যখনি। একে বিষয় বস্তুৰ ওপৰত গুৰুদল সৰুৱৰি সত্ৰৰ ৰুচিদেৱৰ পুত্ৰৰ মদন আতা আৰু উত্তম ৰামদেৱেও দুখনি নাট ৰচনা কৰা বুলি জনা যায়।

৯.৮. এলেঙ্গি সত্ৰৰ ৰামকান্তই ৰচনা কৰা *সম্বৰাসুৰ বধ নাটৰ* প্ৰতিলিপি এটা (শক ১৮০৯) লক্ষীমপুৰ জিলাৰপৰা আনি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সুৰক্ষা দিয়া হৈছে (নং ৩১৪)। একেস্থানৰপৰা পুৰাতত্ত্ব বিভাগে সংগ্ৰহ কৰা আন দুখনি ভাল নাট হ'ল— বাপুকৃষ্ণ বৰভকতিৰ নাতি কামদেৱৰ *কুমৰ হৰণ নাট*(নং ৩২১) আৰু কমলেশ্বৰ স্বৰ্গদেৱৰ অজ্ঞাত ফুলবাৰী সত্ৰৰ ভৱকান্ত বিপ্ৰ মহন্তই লিখা *সম্বৰাসুৰ বধনাট*[৩১]। ইয়াৰ আখ্যান ভাগ *ভাগৱত পুৰাণ*ৰপৰা চয়ন কৰা। নগাওঁ চাংচকিৰপৰা পুৰাতত্ত্ব বিভাগে সংগ্ৰহ কৰা পূৰ্ণকান্তৰ *হৰিশ্চন্দ্ৰ উপাখ্যানৰ* বিষয় বস্তু মহাপুৰুষ শংকৰদেৱৰ একে নামৰ কাব্য খনিৰপৰা লোৱা। পূৰ্ণ কান্তৰ পুত্ৰ নৰকান্তই পাঁচখনি নাট ৰচনা কৰা বুলি ড° কেশৱানন্দ দেৱ গোস্বামীয়ে উল্লেখ কৰিছে[৩২]। তাৰে ভিতৰত *ভীষ্মপৰ্ব, অভিমন্যু বধ, পাতালী কাণ্ড* আৰু *কালপৰ্ব* বিশেষ ভাৱে উল্লেখযোগ্য। আটাইকেইখনি নাটৰে

---

২৫ কেশৱানন্দ দেৱগোস্বামী— *সত্ৰ সংস্কৃতিৰ ৰূপৰেখা*, পৃ° ১৯

২৬ কেশৱানন্দ দেৱগোস্বামী (সম্পা°)— *কেশৱ চৰিত*, পদ ১১৬

২৭-২৮ মহেশ্বৰ নেওগ— প্ৰাগুক্ত গ্ৰন্থ, পৃ° ২১১

২৯-৩০ কেশৱানন্দ দেৱ গোস্বামী— *সত্ৰ সংস্কৃতিৰ ৰূপৰেখা*, পৃ° ২০৯, ২০৩

৩১ মহেশ্বৰ নেওগ— প্ৰাগুক্ত গ্ৰন্থ, পৃ° ২২০

৩২ কেশৱানন্দ দেৱগোস্বামী— প্ৰাগুক্ত গ্ৰন্থ, পৃ° ২০৫

বিষয় বস্তু *মহাভাৱতৰ*। গোপাল নামৰ একাধিক নাট্যকাৰ আছে। এক দীন গোপালে *মহাভাৱতৰ* কথা বস্তুৰে ৰচনা কৰিছে *জৰাসন্ধ বধ*[৩৩]। দ্বিতীয়জন গোপালে ৰচনা কৰে *সীতাহৰণ নাট*[৩৪]। মাধৱ কন্দলিৰ প্ৰভাৱেৰে পৰিপুষ্ট এই নাটত সীতা হৰণৰ সমস্ত কথাই চমুকৈ সোমাইছে। এই গোপালেই সম্ভৱতঃ *পতালী কাণ্ড* আৰু *সীতাৰ পাতাল গমন* নাটৰো নাট্যকাৰ। তিনিচুকীয়াৰ মোহনচন্দ্ৰ মহন্তদেৱৰ যোগেদি কৃষ্ণকান্ত সন্দিকৈ গ্ৰন্থাগাৰে লাভ কৰা *বালি ছলনৰ* লেখক হ'ল— আন এজন গোপালদেৱ[৩৫]।

৯.৯. নগাওঁ-সোণাৰীগাৱঁত প্ৰাপ্ত *গোবৰ্ধন যাত্ৰাত* লক্ষ্মীকান্তৰ নাম পোৱা যায়। এই গাঁৱতেই হৰিচৰণৰ ভণিতাযুক্ত *বিৰাট পৰ্ব* শীৰ্ষক নাট এখনি পোৱা গৈছে। উক্ত গাঁৱৰ কৃপাকান্তই *ভীষ্ম বিহাৰ, শংখচূড় বধ* আৰু *কুলাচল বধ* ৰচনা ক ৰে। শেষখিনি অৰ্বাচীন। ইংৰাজী ১৯৩১ চনত লিখা[৩৬]। কোৱামৰা সত্ৰৰ বত্নেশ্বৰে লিখে তিনিখনি নাট— *সহস্ৰাৰ্জুন বধ, গয়াসুৰ উপাখ্যান* আৰু *শল্য-গদা পৰ্ব*[৩৭]। নগাওঁ-পটীয়াপামৰপৰা সংগৃহীত কেশৱানন্দৰ জীৱনীমূলক নাট *শ্ৰীশংকৰ দেৱৰ জন্ম যাত্ৰাত* (বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, নং ৭৭) গুৰুজনাক অৱতাৰী ৰূপত অংকন কৰাৰ প্ৰচেষ্টা আছে।

৯.১০. সংগ্ৰহৰ সূত্ৰ হেৰোৱা কেবাখনো নাট অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ উপৰি কামৰূপ অনুসন্ধান সমিতিত আছে[৩৮]। এনে নাটৰ ভিতৰত লক্ষ্মীনাথৰ *নৃসিংহ যাত্ৰা*(নং ৮৩৫), লক্ষ্মীনাথ দাসৰ *হৰমোহন*, জগজীৱনৰ *অজামিল*, পুৰুষোত্তম দাস- চিৰঞ্জীৱ দাসৰ *সীতাৰ পাতাল গমন* (নং ৮৩০), কৃষ্ণ দাসৰ *বভ্ৰুবাহনৰ যুদ্ধ*, জয়দেৱৰ *ৰাম বনবাস* ( দুটা প্ৰতিলিপি নং ৮৩১ আৰু ৮৩২) আৰু গোপীকান্ত দেৱৰ পুত্ৰই লিখা *কৰ্ণ বধ*যাত্ৰা লেখৰ। আন নাটৰ ভিতৰত পূৰ্ণকান্তৰ *সিন্ধু যাত্ৰা*, হৰেন্দ্ৰ দাসৰ *পুতনা বধ* আৰু *দুৰ্বসা ভোজন নাটৰ* নাম লব পাৰি। উত্তমধামৰ *উষা হৰণৰ* বিষয় বস্তু কবি বৃষকেতুৰ একে নামৰ কাব্যৰে অভিন্ন[৩৯]।

৯.১১. নগাওঁ ভোগবাৰী সত্ৰত মোহকান্তৰ *বালি বধ* আৰু প্ৰিয় কান্তৰ *দ্ৰোণ বধ* অংক সংৰক্ষিত হৈছে। কালশিলাৰ যোগানন্দই *বধাসুৰ বধ* আৰু *দক্ষ যজ্ঞ* ৰচে। চলচলিৰ বলোৰামে লিখে *ধ্ৰুব চৰিত্ৰ*। আই ভেটিৰ ৰমাকান্তই *বিজয়াসুৰ বধ* আৰু নসত্ৰৰ আত্মানন্দই

৩৩ সত্যেন্দ্ৰনাথ শৰ্মা (সম্পা°)— অংকমালাৰ দ্বিতীয় নাট

৩৪ সত্যেন্দ্ৰনাথ শৰ্মা — ঐ, তৃতীয় নাট

৩৫ সত্যেন্দ্ৰনাথ শৰ্মা — ঐ, পঞ্চম নাট

৩৬-৩৭ Deva Goswami. K - *Early History and Developent of Purusa-Samhati of Assamese Vaisnavism. Unpublished Ph. D. Thesis. G. U. 1969, PP 339-40*

৩৮ [illegible] কথাখিনি অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ পৰা লোৱা

৩৯ নাটৰ ৰচনাকালসমূহ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ

*দণ্ডী পৰ্ব, অগ্নি পুৰাণ, পাণ্ডৱৰ স্বৰ্গাৰোহন, অভিমন্যু বধ* আৰু *শ্ৰীবৎস চিন্তা* আৰু শুকদেৱৰ ৰবিচন্দ্ৰই *ৰাজসূয় নাট* ৰচি অসমীয়া নাট্য সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ যায়[৪০]। কোবামৰা শলগুৰি সত্ৰৰ প্ৰতিষ্ঠাপক জগজীৱন আতাৰ *অজামিল উপাখ্যান* ভদ্ৰদেৱ ওৰফে যদুদেৱৰ আন দুখনি লেখৰ নাট।

৯.১২. নাট্যকাৰৰ নাম নথকা কেবাখনি নাটৰ লেখ ড° মহেশ্বৰ নেওগে তেওঁৰ *অসমীয়া সাহিত্যৰ ৰূপৰেখাত* উল্লেখ কৰিছে[৪১]। এনে নাটৰ ভিতৰত *প্ৰভাস যাত্ৰা, পাণ্ডৱ বিজয়, কুলাচল বধ, সীতা বৰ্জন* আৰু *কুশৰ যুদ্ধৰ* নাম উল্লেখ কৰিব পাৰি[৪২]। *শতস্কন্ধ ৰাৱণ বধৰ* কাহিনী ভাগ *অদ্ভুত ৰামায়ণৰ* ভেজা দি গঢ়ি উঠা[৪৩]। সংস্কৃত *প্ৰবোধ চন্দ্ৰোদয়ৰ* অসমীয়া ৰূপান্তৰৰ দুটা প্ৰতিলিপি উদ্ধাৰ হৈছে। তাৰে এটা আছে— বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত (নং ৬৭) আৰু আনটো কৃষ্ণকান্ত সন্দিকৈ গ্ৰন্থাগাৰত (নং ৪৪)।

৯.১৩. অভিনয়ৰ উপযোগীকৈ অসমৰ সত্ৰত অগণন নাট ৰচিত হৈছিল। পিছে সিবোৰৰ সংগ্ৰহ কিম্বা সুৰক্ষণহে ভালদৰে কোৱা নাই। ফলত বহুতো নাট পাণ্ডু লিপিতে নষ্ট হ'ল। অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাই বিভিন্ন সত্ৰৰ সংৰক্ষিত নাট সমূহৰ এখনি আহল-বহল 'কৰণি' সন্নিবিষ্ট কৰিছে *মঞ্চলেখা*[৪৪] ত। সেই কৰণি মতে আউনী আটী সত্ৰত নিৰঞ্জন দেৱ গোস্বামী ৰচিত *মহামোহ নাট*; দত্তদেৱ গোস্বামী ৰচিত *সীতা হৰণ, উদ্যোগপৰ্ব ঘোষাযাত্ৰা, কলংকভঞ্জন, কংস বধ, পত্নীপ্ৰসাদ, কালিয় দমন* আৰু *হৰিশ্চন্দ্ৰ উপাখ্যান*, কমলদেৱ গোস্বামী ৰচিত *বলি ছলন, যুগ মিলন* তথা *গুৰু দক্ষিণা* আৰু হেমচন্দ্ৰ গোস্বামী ৰচিত *দণ্ডিপৰ্ব, দ্ৰৌপদীৰ সয়ম্বৰ, অভিমন্যু বধ, কীচক বধ, পাৰ্থ পৰাজয়, কুবলা খ, সুভদ্ৰা হৰণ, দক্ষ যজ্ঞ, কৰ্ণাৰ্জুন, জন্মাষ্টমী* আৰু *তাৰকাসুৰ বধ* নাট সংৰক্ষিত হৈ আছে। দক্ষিণ পাট সত্ৰত আছে— বনমালী দেৱৰ *শ্ৰীকৃষ্ণৰ জন্ম যাত্ৰা* শ্ৰীধৰ গোস্বামীৰ *কংস বধ*, বাসুদেৱ গোস্বামীৰ *ৰাসলীলা* আৰু *কালীয় দমন* ; শুভ দেৱ গোস্বামীৰ *প্ৰভাত যজ্ঞ* ; নৰদেৱ গোস্বামীৰ *সখী সংবাদ*; হৰিদেৱ গোস্বামীৰ *কৰ্ণৰ অমৰাশ্ৰয়* ; টংকেশ্বৰ দেৱ বৰ ভাগৱতীৰ *বীৰবাহু বধ* ; পদ্মকান্ত ওজাৰ *ঘটোৎকচ বধ নাট*; ধীৰেশ্বৰ শৰ্মাৰ *ভীষ্মৰ শৰ শয্যা* আৰু যজ্ঞেশ্বৰ বৰকাকতীৰ *পাণ্ডৱ নিৰ্বাসন* আৰু *গোষ্ঠ-লীলাৰ* অপ্ৰকাশিত প্ৰতিলিপি আছে[৪৫]।

৯.১৪. অসমৰ সংস্কৃতিৰ ইতিহাসত গড়মুৰ সত্ৰৰ অৱদান ভালেখিনি। এই সত্ৰত যোগানন্দ দেৱগোস্বামীৰ দ্বাৰা বিৰচিত *কৰ্ণ পৰ্ব*, পীতাম্বৰ দেৱগোস্বামীৰ ৰচিত *বলিছলন*,

৪০ কেশৱানন্দ দেৱ গোস্বামী— *সত্ৰ সংস্কৃতিৰ ৰূপৰেখা*, পৃ° ১০৭

৪১ মহেশ্বৰ নেওগ— *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, পৃ° ২১২

৪২ সত্যেন্দ্ৰনাথ শৰ্মা (সম্পা°)— *অংকমালা*, অষ্টম নাট

৪৩ সত্যেন্দ্ৰনাথ শৰ্মা— উক্ত গ্ৰন্থ, সপ্তম নাট

৪৪ অতুলচন্দ্ৰ হাজৰিকা— *মঞ্চলেখা*, পৃ° ৮০-৮৬

৪৫ অতুলচন্দ্ৰ হাজৰিকা— প্ৰাগুক্ত গ্ৰন্থ, পৃ° ৮১

*প্ৰহ্লাদ চৰিত্ৰ, ঘোষা যাত্ৰা* আৰু শ্ৰীকান্ত ভাগৱতী ৰচিত *ভীষ্ম পৰ্ব* লগত *কুবলয় বধ সুৰক্ষিত।* কমলাবাৰী সত্ৰত আছে— কৃষ্ণকান্ত দেৱঅধিকাৰৰ *দূতীসংবাদ, জৰাসন্ধ বধ* আৰু *ৰুক্মিণী হৰণ*; লক্ষ্মীকান্ত দেৱঅধিকাৰৰ *কৰ্ণ বধ, মুকুতা হৰণ, কংস বধ, অভিমন্যু বধ, তাৰিণীসেন বধ, মকৰুক্ষ বধ, অংগদ ৰায় বাৰ, বস্ত্ৰ হৰণ, পাণ্ডৱ নিৰ্বাসন, ভীষ্ম পৰ্ব, গদা পৰ্ব, বীৰ বাহু বধ* আৰু *জয়দ্ৰথ বধ* প্ৰধান[৪৬]।

৯.১৫. দিহিং সত্ৰত সংৰক্ষিত নাটৰ ভিতৰত যদুমণি দেৱৰ *ফগু যাত্ৰা*, জগবন্ধন দেৱৰ *গোপী হৰণ*, কৈৱল্যনন্দন দেৱৰ *কংস বধ, সামন্ত হৰণ* আৰু ভগবান চন্দ্ৰ দেৱৰ *বলিছলন প্ৰখ্যাত*[৪৭]। শ্ৰীৰাম আতাৰপৰা বঢ়া ভোলাগুৰি সত্ৰত সংৰক্ষিত নাটৰ সংখ্যা ভালেখিনি। সিবোৰৰ ভিতৰত ৰাম আতাৰ *সুভদ্ৰা হৰণ* আৰু *অন্ন ভোজন*, ৰামানন্দৰ *মোহন* আৰু *ৰাস যাত্ৰা*, ৰামগোবিন্দ দেৱৰ *কালযৱন বধ*, ৰাম গোপাল দেৱৰ *পাণ্ডৱৰ ৰাজসূয়*, কণ্ঠ ভূষণ দেৱৰ *খটাসুৰ বধ* আৰু *বলিছলন*; নৰনাথ দেৱৰ *ভীষ্ম নিৰ্য্যতন*, থিৰেশ্বৰ দেৱৰ *কুলাচল বধ*, দামোদৰ চন্দ্ৰ দেৱগোস্বামীৰ *দ্ৰোণপৰ্ব, কৰ্ণপৰ্ব, বিৰাট পৰ্ব, কংস বধ, পাণ্ডৱৰ উপাখ্যান, অমৃত মন্থন, ৰাম নিৰ্যান* আৰু *ৰামৰ অশ্বমেধ*; ঈশ্বৰচন্দ্ৰৰ *দাতাকৰ্ণ বধ, পাতালী কাণ্ড* আৰু *কীৰ্তিবীৰ্যাৰ্জুন বধ*, জয়ানন্দদেৱৰ *অশ্বকৰ্ণ বধ, নহুষৰ ৰজ্য প্ৰাপ্তি, নৃসিংহ যাত্ৰা, হৰিশ্চন্দ্ৰ উপাখ্যান* আৰু *হংস ডিম্ব উপাখ্যান*; মদনচন্দ্ৰ দেৱৰ *সিন্ধুৰা বধ, খটাসুৰ বধ, ভীষ্মৰ দিগ্বিজয়, দ্ৰৌপদীৰ সয়ম্বৰ* পদ্মকান্ত দেৱৰ *ৰাম পৰাজয়, সীতাহৰণ, হিড়িম্বাসুৰ বধ* আৰু *বকাসুৰ বধ*, লক্ষ্মীকান্ত গোস্বামীৰ *কুৰুক্ষেত্ৰ* আৰু ৰত্নেশ্বৰ গোস্বামীৰ *পাণ্ডৱৰ স্বৰ্গাৰোহন* উল্লেখযোগ্য[৪৮]।

৯.১৬. বুদবাৰী সত্ৰত ৰাম আতাৰ *অজামিল মুক্তি*, মুহিচন্দ্ৰ আতাৰ *কুলাচল বধ, কুমৰ হৰণ* আৰু *সীতা বনবাস*, সূৰ্যকান্ত দেৱআতাৰ *কল্কি দিগ্বিজয়*, জয়ৰাম আতাৰ *কলি ধৰ্ষণ*, আত্মাৰাম আতাৰ *কালিয় দমন*, ৰঘুনাথদেৱ আতাৰ *ধৃতৰাষ্ট্ৰৰ দিগ্বিজয়* আৰু *গজকেতু বধ*; যোগানন্দ আতাৰ *স্যমন্ত হৰণ* আৰু *জৰাসন্ধৰ যুদ্ধ*; শম্ভুৰাম ডেকা অধিকাৰৰ *সুন্দ-উপসুন্দ বধ*; চন্দ্ৰ খাটনিয়াৰৰ *ৰাৱণ দিগ্বিজয়*, মহানন্দ মহন্ত অধিকাৰৰ *পাৰ্থ-পৰাজয়, প্ৰভাৱতী হৰণ* আৰু *গান্ধাৰীৰাজ বধ*, নাৰায়ণ আতাৰ *শৈল্যপৰ্ব, গদাপৰ্ব* আৰু *কংসবধ*, সোণাৰাম বৰাৰ *কীৰ্তি বীৰ্যাৰ্জুন বধ, পৰশুৰামৰ মাতৃহত্যা, দ্ৰৌপদীৰ সয়ম্বৰ, বঘাসুৰ দিগ্বিজয়* আৰু লক্ষ্মীনাথ শৰ্মা-পূজাৰীৰ *সীতা হৰণ* সংৰক্ষিত হৈছে[৪৯]।

৯.১৭. নগাওঁ-আমগুৰি-কৰতিপাৰ সত্ৰৰ গ্ৰন্থাগাৰত আছে— যোগেশ্বৰ আতাৰ *হৰিশ্চন্দ্ৰ উপাখ্যান, বস্ত্ৰপুৰ, বাকণ বধ* আৰু *অমৃত মন্থন*, অনন্তদেউ আতাৰ *পাতালীকাণ্ড*

---

৪৬ অতুলচন্দ্ৰ হাজৰিকা— *একেশ্ৰয়*, পৃ ৮২

৪৭ অতুলচন্দ্ৰ হাজৰিকা— *একেশ্ৰয়*, পৃ ৮২

৪৮ লীলাধৰ বৰা— *ঐতিহ্যমণ্ডিত কলিয়াবৰ*, পৃ ৫৩

৪৯ অতুলচন্দ্ৰ হাজৰিকা— *মঞ্চলেখা*, পৃ ৮৪

বামায়ণ, শ্রীকৃষ্ণৰ নির্বাণ আৰু শিৱ শক্র ভংগ ; ৰুদ্ৰকান্ত গোস্বামীৰ হৰমোহন, কৰ্ণপৰ্ব, শল্যপৰ্ব, ভীষ্মপৰ্ব, ভীষণ দৈত্য বধ, জয়দ্ৰথ বধ, পত্নী বিক্ৰম, শ্ৰীৰাম অৱতাৰ, কুৰুক্ষেত্ৰ, কল্হিতৰ সিদ্ধিলাভ, ক্ষেত্ৰবাহু বধ, কৰ্ণপাল, দণ্ডিপাল বধ, বৃন্দাবন বা তুলসী বধ, সীতাহৰণ, বালিবধ আৰু কৰ্মফল নাট[৫০]। নগাওঁ-কবতিপাৰ-নসত্ৰত সংৰক্ষিত নাটসমূহৰ ভিতৰত জয়দেউ আতাৰ ৰাম বনবাস, দ্ৰোণ পৰ্ব, অভিমন্যু বধ আৰু জয়দ্ৰথ বধ; মুক্তিদেৱ গোস্বামীৰ দ্ৰৌপদীৰ সয়ম্বৰ আৰু যজ্ঞদেৱ গোস্বামীৰ ৰাম জন্ম নাট উল্লেখযোগ্য[৫১]।

৯.১৮. চলিহা বাৰেঘৰ সত্ৰত আছে— শ্ৰীকৃষ্ণদেৱৰ ভাৰ্গৱ বিজয় আৰু শ্ৰীবৎস বা ভৃগুমুনিৰ গুৰু পৰিচয়; সুদৰ্শন দেৱৰ যজ্ঞোৎপত্তি নৰ-নাৰায়ণ, দুৰ্বাসা দমন বা অম্বৰীশ ৰজাৰ একাদশী পালন; শ্ৰীৰামদেৱৰ ভীষ্মৰ মোক্ষণ, বলিছলন, পৰীক্ষিত মোক্ষ আৰু অজামিল উপাখ্যান; পূৰ্ণ কামদেৱৰ শ্ৰীকৃষ্ণৰ শিশুলীলা, ৰাজসূয়, মহেশ মোচন আৰু ৰামবিজয়; ৰঘুনাথ দেৱৰ প্ৰদ্যুম্নহৰণ বা সম্বৰাসুৰ বধ বজ্ৰনাথ দেৱৰ ভানুমতী হৰণ, নিকুম্ভ দৈত্যবধ, বজ্ৰলাভ বধ আৰু কাশীনাথৰ প্ৰৌণ্ড বধ; লক্ষ্মীনাথ দেৱৰ পৃথুৰজাৰ শতাশ্বমেধ যজ্ঞ আৰু কৰ্দম দেৱাহুতিৰ বিবাহ; শিৱচন্দ্ৰ ডেকা অধিকাৰ সিন্ধুৰা পৰ্ব, বিৰাট পৰ্ব আৰু বালিবধ, কুবালাশ্ব উপাখ্যান, মৰুৎ যজ্ঞ, পৰশুৰামৰ কীৰ্তিবীৰ্য্যা বধ, ত্ৰিপুৰাসুৰ বধ, গয়াসুৰৰ হৰি পদ লাভ, শল্য বধ, শকুনি বধ, হৰ্ব-বিবাদত দুৰ্যোধনৰ মৃত্যু, খাণ্ডৱ দাহ, সুভদ্ৰা হৰণ, কৰ্ণ পৰ্ব, কল্কি দিগ্বিজয়, কালকুঞ্জ, খটাসুৰ বধ, অৰ্জুনৰ দৰ্পচূৰ্ণ, বিপ্ৰপুত্ৰ আনয়ন আৰু জলদাসুৰ বধ, নাট[৫২]।

৯.১৯. নগাওঁ-জগাজন সত্ৰত বীৰচন্দ্ৰ দেৱৰ ভীষ্ম পৰ্ব, দ্ৰোণ প ৰ্ব, কৰ্ণ পৰ্ব, শৈল্য পৰ্ব, বকাসুৰ বধ, নিৰ্মলা উপাখ্যান বা বৃত্ৰাসুৰ বধ, হৰিশ্চন্দ্ৰ উপাখ্যান, শ্ৰীবৎস চিন্তা, সীতা হৰণ, বালি বধ, বৰদা বালা, মদালসা উপাখ্যান, ৰামৰ বনবাস, লংকা দহন ইন্দু দৈত্য বধ, বীৰেন্দ্ৰ বিজয়, যযাতি উপাখ্যান, বলি ছলন আৰু কংস বধৰ হস্তলিখিত প্ৰতিলিপি[৫৩]। জবাবাৰী সত্ৰত থকা অংকীয়া নাটমালাৰ ভিতৰত গৌৰীকান্ত দেৱগোস্বামীৰ দক্ষ যজ্ঞ, ত্ৰিপুৰাসুৰ বধ, ধ্ৰুৱ চৰিত্ৰ, দ্ৰৌপদীৰ সয়ম্বৰ, ঘটোৎকচ বধ, ঘোষ যাত্ৰা, শ্ৰীৰামচন্দ্ৰৰ বনবাস, সম্বৰাসুৰ বধ, মহীৰাৱণ বধ, পাতালীকাণ্ড, ত্ৰিশংকুৰ স্বৰ্গ লাভ আৰু প্ৰিয়ব্ৰত উপাখ্যান লেখৰ[৫৪]। বৰদোৱাৰ বিভিন্ন সত্ৰত পোৱা নাটসমূহৰ কথা ইতিমধ্যে উল্লেখ কৰি অহা হৈছে। তেজপুৰৰ নিকামুল সত্ৰত আন আন অংকীয়া নাটৰ লগতে আছে - শ্ৰীধৰ কন্দলীৰ ঘুনুচা কীৰ্তনৰ আৰ্হিত ৰচিত দেৱনাথৰ ঘুনুচা যাত্ৰা নাট। ওপৰত উল্লেখ কৰা আটাইবোৰ নাটত ব্যৱহৃত ব্ৰজবুলি সম পৰ্যায়ৰ নহয়। বহুবোৰ অক্ষম

৫০ নীলাম্বৰ বৰা— উপৰ্যুক্ত গ্ৰন্থ পৃ ৬৫

৫১ নীলাম্বৰ বৰা— উক্ত গ্ৰন্থ পৃ ৬৫

৫২ অতুলচন্দ্ৰ হাজৰিকা— মঞ্চলেখা পৃ ৮৫

৫৩ নীলাম্বৰ বৰা— প্ৰাগুক্ত গ্ৰন্থ, পৃ ৭০

৫৪ নীলাম্বৰ বৰা— একেটা, পৃ ৮৫

নাট্যকাৰৰ নাটত ব্ৰজবুলি সীমিত পৰিধৰত ফেকুৰিব লগত পৰিছে। হ'লেও অসমৰ ব্ৰজবুলি নাট্য সাহিত্যৰ বুৰঞ্জীত তাক স্থান নিদিলে সুবিচাৰ কৰা নহ'ব। নাটমালাত ব্যৱহৃত বিভিন্ন ৰাগ সমৃদ্ধ গীতমালাৰ (অংকৰ গীত) আন এটি সুকীয়া বৈশিষ্ট্য বিদ্যমান।

৯.২০. প্ৰত্ন অসমীয়া স্তৰৰ চৰ্যাপদৰ দিনৰপৰা ঊনবিংশ শতাব্দীৰ অন্তিম তৰংগলৈকে অসমীয়া গীতি সাহিত্যৰ প্ৰৱহমান স্ৰোতধাৰা ক্ষন্তেকলৈকেও থমকি ৰব লগা হোৱা নাই। মহাপুৰুষ শংকৰদেৱে ব্ৰজবুলিত বৰগীত আৰু ভটিমা কেইটা ৰচনা কৰি অসমীয়া গীতি সাহিত্যত এক নৱ জাগৰণৰ সৃষ্টি কৰিবলৈ সমৰ্থ হয়। 'মন মেৰি ৰাম চৰণ হি লাগু' গুৰুজনাৰ প্ৰথম বৰগীত। সেইটি প্ৰথমবাৰ তীৰ্থ পৰ্যটন কৰিবলৈ যাওঁতে বদৰিকাশ্ৰমত ৰচনা কৰে ঃ তৎকালীন অসমত প্ৰচলিত কথিত ভাষাৰ সৈতে উত্তৰ ভাৰতৰ ভিন্ন প্ৰান্তৰ বৈষ্ণৱ সন্তসকলৰ কাব্য-গীতত ব্যৱহাৰ হোৱা ভাষাৰ আশ্চৰ্য সম্ভুত মিলে গুৰুজনাক সেই কথিত ৰূপটোত গীত আৰু নাট ৰচিবলৈ অনুপ্ৰেৰণা যোগাইছিল। গুৰুজনাই ব্ৰজবুলিত মুঠতে 'বাৰকুৰি গীত' ৰচনা কৰিছিল যদিও কমলা গায়নে আওৰাবলৈ নিওঁতে সেইখিনি চ'ত মহীয়া বনপোৱা জুইত পোৰা গ'ল[৫৫]। তেতিয়া শংকৰদেৱে মাধৱদেৱক খেদকৈ বুলিলে, 'বৰা পো, অনেক শ্ৰমকৈ গীতখানি কৈলো, পুইলে। গীত কিছু কৰা, মই নকৰো আৰু[৫৬]। গুৰুবাক্য শিৰত তুলি লৈ মাধৱদেৱে নকুৰি এঘাৰটা গীত ৰচনা কৰে[৫৭]। বৰ্তমানলৈকে শংকৰদেৱৰ ৩৪ টা বৰগীত উদ্ধাৰ হৈছে। বৈষ্ণৱ সন্ত মহন্তসকলে শংকৰ-মাধৱ বিৰচিত এই গীতখিনিকে বৰগীত বুলি কয়। ভগবান শ্ৰীকৃষ্ণৰ ঐশ্বৰিকত্ব আৰু পুৰুষত্ব প্ৰকাশেই বৰগীতৰ মূল কথা। সংগীত শাস্ত্ৰৰ বিভিন্ন ৰাগ সম্বলিত, আধ্যাত্মিক উচ্চভাব সম্পন্ন, জাগতিক প্ৰেম কাহিনী বৰ্জিত, দুজনা গুৰুৰ দ্বাৰা ব্ৰজবুলি ভাষাত বিৰচিত উপাসনা প্ৰসঙ্গৰ গীতকেই পণ্ডিতসকলে 'বৰগীত' আখ্যা দিছে[৫৮]।

৯.২১. শংকৰদেৱ বিৰচিত বৰগীতত সৰ্বমুঠ তেৰটা ৰাগ ব্যৱহাৰ হৈছে। ৰাগবোৰ হ'ল— অহিৰ, আশোৱাৰী, কল্যাণ, কেদাৰ, গৌৰী, তুৰবসন্ত, ধনশ্ৰী, বসন্ত, ভূপালি, মল্লাৰ, মাউৰ, ধনশ্ৰী, শ্ৰী আৰু সুহাই। অৱশ্যে বৰগীততকৈ নাটৰ গীতত ব্যৱহাৰ হোৱা ৰাগৰ সংখ্যা অনেক বেছি। ছখনি নাটত মুঠতে ২৯ টা ৰাগ পোৱা যায়— অহিৰ, আশোৱাৰী, কল্যাণ, কানাড়া, কাৰুণ্য-কেদাৰ কৌ, গান্ধাৰ, গৌৰী তুৰ, তুৰ-বসন্ত, ধনশ্ৰী, নাট, নাট মল্লাৰ, পূৰবী, বসন্ত, বেলোৱাৰ, ভাটিয়ালী ভূপালী, মাহুৰ, মাহুৰ-ধনশ্ৰী, শ্যাম,

---

৫৫ বাণীকান্ত কাকতি — *পুৰণি অসমীয়া সাহিত্য*, পৃ ৭৩

৫৬ *কথা-গুৰু চৰিত*, পৃ ২১২

৫৭ মাধৱদেৱৰ বৰগীতৰ সংখ্যাতে পণ্ডিতসকলৰ মাজত মতানৈক্য দেখা যায়

৫৮ মহেশ্বৰ নেওগ— *শ্ৰীশ্ৰীশংকৰদেৱ*, পৃ ১৩৩-১৩৮

শ্ৰী, শ্ৰীগৌৰী, শ্ৰী গন্ধাৰ, শ্ৰীগন্ধাৰ, সাৰংগ, সিন্ধুৰা আৰু সুহাই[৫৯]। মাধৱদেৱে তেওঁৰ বৰগীতত ২৯ টা ৰাগ সন্নিবিষ্ট কৰিছে যদিও নাটত ব্যৱহাৰ কৰা ৰাগৰ সংখ্যা হ'ল— সোতৰ। শংকৰদেৱে ব্যৱহাৰ কৰা তুৰ, ভূপালী, পূৰবী আৰু সাৰেং ৰাগৰ গীত বিলাক মাধৱদেৱে ৰচনা কৰা নাই, ঠিক তেনেদৰে মাধৱদেৱে ব্যৱহাৰ কৰা শ্যাম গড়া, বৰাড়ী, কামোদ আৰু ললিত ৰাগক শংকৰদেৱে তেওঁৰ ৰচনাৰ ভিতৰলৈ অনা নাই। অসমৰ বৈষ্ণৱ গীতত ৰাগিণীৰ প্ৰয়োগ নহ'লেও তালৰ গুৰুত্ব ভালেখিনি। শংকৰ-মাধৱৰ গীতত ব্যৱহাৰ হোৱা তালসমূহ হ'ল— একতালি, কল্যাণ, খৰমান, চুট, চুটিকলা চোক, দোমানি ধৰম যতি, পৰিতাল, বিষম, মাথজ্যোতি আৰু ৰতিমান। ধ্ৰুপদী সংগীত হেতুকে বৰগীত গাওঁতে আৰম্ভণিতে ৰাগ দি পিছত ঘাত মাৰি আক্ৰিমত সেই ৰাগত নিবদ্ধ গীত গোৱা হয়। প্ৰতিটো ৰাগেই পঞ্চাংগ বিশিষ্ট— উকাৰ, হকাৰ, তাৰ ঘোৰ আৰু মন্দন[৬০]।

৯.২২. ভগৱান শ্ৰীকৃষ্ণৰ ঐশ্বৰিকত্ব আৰু পুৰুষত্ব প্ৰকাশেই বৰগীত সমূহৰ মূল কথা। ক্ষণ ভংগুৰ জীৱনত হৰি ভক্তিৰ সাৰৱত্তাকে শংকৰদেৱে বৰগীতবোৰৰ মাজেদি পৰিস্ফুট কৰি তুলিছে। মাধৱদেৱৰ গীততো উক্ত ভাবৰ প্ৰতিধ্বনি নথকা নহয়। হ'লেও মাধৱদেৱৰ সৰহ খিনি গীতৰে আকৰ্ষক বিন্দু হ'ল— শিশু কৃষ্ণৰ কৰ্মাঢ্য জীৱনৰ জীৱন্ত চিত্ৰৰ অংকন[৬১]। শংকৰ-মাধৱৰ গীত খিনি অসমীয়া ধ্ৰুপদী সংগীতৰ আকৰ স্বৰূপ[৬২]। চৰিত পুথিসমূহত বৰগীতৰ ছটি ৰস থকা বুলি নিৰ্দেশিত হৈছে-বিৰহ, বিৰক্তি, চোৰ, চাতুৰী, লীলা আৰু পৰমাৰ্থ[৬৩]। এই ৰস শব্দই প্ৰকৃততে বিষয় বস্তুহে সঙ্কেত দিছে। কেতিয়াবা আকৌ লীলা বিষয়ক গীত খিনিক জাগন, চলন খেলন আৰু নৃত্য— এই চাৰিটা ভাগত ভগোৱা দেখা যাব। ভগৱান শ্ৰীকৃষ্ণৰ আদি, মধ্য আৰু অন্তলীলাৰ বিভিন্ন কাৰ্যাৱলী বৰগীতসমূহৰ ভিতৰেদি কবিংকুটা হৈ উঠিছে। মাধৱদেৱৰ ৰচনাত লীলা বিষয়ক গীতসমূহৰ বৰ মনোৰম। জাগনৰ গীতৰ উৎকৃষ্ট উদাহৰণ হ'ল— 'তেজহুৰে কমলাপতি পৰভাত নিন্দ' গীতটো। ইয়াৰ মাজেদি প্ৰকাশিত ৰাতিপুৱাৰ চিত্ৰ-ধ্বনিত ৰূপটিয়ে সকলোৰে চিত্ৰ স্পৰ্শ কৰিবলৈ সমৰ্থ। চলনৰ গীতত থাকে শিশু কৃষ্ণৰ বৃন্দাবন যাত্ৰাৰ চমকপ্ৰদ চিত্ৰ। বংশীৰ ধ্বনিৰে ধেনু ডাকি আনি ব্ৰজৰ ছৱাল কেন্দ্ৰ সৈতে ৰংগে ঢংগে কৰা কেলিৰ বৰ্ণনাই খেলন গীতৰ মূল কথা। নৃত্যৰ গীতত থাকে নৃত্যানুৰাগী কৃষ্ণৰ নৃত্য ভংগিমাৰ বৈচিত্ৰ্য। শংকৰ-মাধৱৰ অংকৰ গীত খিনিৰো মূল্য কম নহয়। প্ৰথমজনা মহাপুৰুষৰ ছখনি নাটত মুঠতে দুশ পঞ্চাশটি উচ্চাংগ সংগীতৰ সংযোজনা

৫৯ নাৰায়ণ দাস (সম্পা)— [illegible], পৃ ১

৬০ নাৰায়ণচন্দ্ৰ গোস্বামী— সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা, পৃ ৫৫

৬১ মহেশ্বৰ নেওগ (সম্পা)— [illegible], পৃ ১০০

৬২ M. Neog— The Bhakti Circle of Assamese Lyrics, Bargit and other in Journal of the University of Gauhati, I, 1950.

৬৩ মহেশ্বৰ নেওগ (সম্পা)— [illegible], পৃ ১৬

মন কৰিবলগীয়া। মাধৱদেৱৰ ঝুমুৰা কেইখনতো গীতৰ সংখ্যা কম নহয়। গুৰুজনাৰ *ভোজন ব্যৱহাৰ*ঝুমুৰাৰ গীতবোৰ *ভোজন বেহাৰৰ; অৰ্জুন ভঞ্জন*ৰ গীতবোৰ *দধি মথন*ৰ আৰু *ভূষণ হৰণ* ঝুমুৰাৰ গীতবোৰ *ভূষণ হৰণ* গীতৰূপে পৰিচিত।

৯.২৩. ভটিমাৰ মূলগত অৰ্থ স্তুতি বা প্ৰশস্তি। শংকৰদেৱৰ ভটিমাসমূহক সমীক্ষকসকলে তিনিটা শ্ৰেণীত ভগাইছে— নাটকীয় ভটিমা, নাটকৰ বাহিৰৰ দেৱ ভটিমা আৰু ৰাজ ভটিমা। মহাপুৰুষ মাধদেৱে ইয়াৰ লগত গুৰু ভটিমাত সংযোজন ঘটায়[৬৪]। মাধৱদেৱৰ *ভোজন ব্যৱহাৰ*ত যিটি ভটিমা দিছে সেইটি বিষয় বস্তুৰ ফালৰপৰা প্ৰভাত সংগীতৰ লেখীয়া। মাধৱদেৱে গুৰু ভটিমাৰ গুৰুজনাৰ দৈহিক সৌন্দৰ্য আৰু মানসিক সম্পদৰ যিটি মধুৰ মূৰ্তি আঁকিছে, সিয়ে আজিও সহস্ৰ ভক্তৰ চিত্ত পৰশি যায়।

৯.২৪. মহাপুৰুষ দুজনাৰ বৰগীত আৰু অংকৰ গীতৰ অনুকৰণত তেৰাসকলৰ অনুগামীসকলে ভালেখিনি গীত ৰচনা কৰে। ভক্তিৰ উচ্ছ্বাস আৰু ৰচনা ভংগিৰ বৈচিত্ৰ্য সিবোৰত নাই বুলিব নোৱাৰিলেও তাক পিছে বৰগীত আখ্যা দিয়া নহয়— গীত ৰূপেহে সিবোৰ পৰিচিত। শঙ্কৰোত্তৰ কালত কালসংহতি সত্ৰসমূহৰ অধিকাৰসকলেই সবাতোকৈ সৰহ গীত ৰচনা কৰা দেখা যায়। অৱশ্যে আন সংহতিৰ সত্ৰসমূহতো গীত ৰচনাৰ প্ৰযত্ন শলাগিবলগীয়া। মায়ামৰা, দিহিং, কাটনিপাৰ, চেচাঁ, আহঁতগুৰি প্ৰভৃতি সত্ৰৰ গোঁসাইসকলে ৰচনা কৰা ভালেখিনি গীত পোৱা গৈছে[৬৫]। শংকৰোত্তৰ কালত বিশুদ্ধ অসমীয়াতো কিছুখিনি গীত ৰচিত হৈছিল। তাৰ আলোচনা ইয়াত অপ্ৰাসংগিক। শ্ৰীমাধৱ-ভণিতা যুক্ত ভালেখিনি গীত মানুহৰ মুখে মুখে আজিও শুনা যায়। সেইবোৰ নিঃসন্দেহে মাধৱদেৱৰ দ্বাৰা ৰচিত নহয়। হ'লেও মাধৱদেৱৰ নামৰ কল্যাণতে সিবোৰ লোক স্মৃতিত আজিও জাগ্ৰত হৈ আছে[৬৬]। অনা-অসমীয়া কবিৰ ভণিতা যুক্ত গীতো অসমৰ লোক-স্মৃতিত সজীৱ হৈ ৰোৱাটো আন এটি মন কৰিবলগীয়া কথা। এনে কবিৰ ভিতৰত বিষ্ণুপুৰী সন্ন্যাসী কবীৰ দাস আৰু দ্বিজ বৃন্দাবন দাসৰ নাম উল্লেখযোগ্য[৬৭]। শংকৰোত্তৰ ব্ৰজবুলিত লিখা গীত খিনিৰ দুই-এটাত ৰাধা চৰিত্ৰই ভুমুকি মৰাটো তাৎপৰ্য্যপূৰ্ণ। আহোম স্বৰ্গদেৱসকলৰ পৃষ্ঠপোষকতাত ৰচিত গীত মাত খিনিত শৃংগাৰ ৰসে বৰপীৰা পাৰি বহাটো সাধাৰণ পাঠকৰো চকুত পৰিব[৬৮]। শংকৰোত্তৰ কালত নামনি অসমৰ ঠায়ে ঠায়ে

---

৬৪ মহেশ্বৰ নেওগ — *অসমীয়া সাহিত্যৰ ৰূপৰেখা,* পৃ° ২০৯

৬৫ বিৰিঞ্চিকুমাৰ বৰুৱা (সম্পা°)— *শ্ৰীৰাম আতা আৰু ৰামানন্দ দেৱৰ গীত,* ভূমিকা, পৃ° ২৬

৬৬ মহেশ্বৰ নেওগ (সম্পা°)— *ভ গী সং* ভূমিকা, পৃ° ১৭

৬৭ ড° নেওগ সম্পাদিত *ভক্তি-গীত সংকলন*ত বিষ্ণুপুৰী সন্ন্যাসীৰ ভণিতা থকা এটা কবীৰৰ এটা আৰু বৃন্দাবন দাসৰ ভণিতাযুক্ত ৩ টা গীত সংকলিত হৈছে।

৬৮ সত্যেন্দ্ৰনাথ শৰ্মা (সম্পা°)— *ভক্তি গীত সংকলন,* ভূমিকা, পৃ° ১৭

বংগীয় বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰভাৱ পুষ্ট গীত মাতৰ সৃষ্টি আন এটা উল্লেখযোগ্য বিষয়। গুৰু নাতি চতুৰ্ভুজ ঠাকুৰৰ দিনত বংগীয় 'চাপৰি কীৰ্ত্তন' কৰাৰ দোষত ঠাকুৰে জনৈক ভকতক সমাজৰপৰা বহিষ্কাৰ কৰাৰ সংবাদ বিদ্যানন্দ ওজাৰ চৰিত্ৰত উল্লিখিত হোৱাটো এই খিনিতে উনুকিয়াব পাৰি।

৯.২৫. শংকৰ-মাধৱৰ পৰৱৰ্তী উল্লেখযোগ্য গীতিকাৰ হ'ল— কাল-সংহতিৰ প্ৰবৰ্তক, 'কথাৰ সাগৰ', কালজাৰ, পোৱা ভঁৰাল আৰু জোৰাবদি সত্ৰৰ প্ৰতিষ্ঠাপক, মাধৱদেৱৰ দ্বাদশ আচাৰ্যৰ অন্যতম ভৱানীপুৰীয়া গোপাল আতা(জন্ম ১৪৬৩ শক, মৃত্যু ১৫৩৩ শক)। ড° নেওগৰ সম্পাদিত গ্ৰন্থৰ আতাৰ ৪২ টা গীতে স্থান পাইছে, 'য'ৰ দুই এটি অতি সুন্দৰ'[৬৯]। শংকৰদেৱৰ প্ৰিয় শিষ্য ভৱানন্দ সাউদ ওৰফে নাৰায়ণ দাস ঠাকুৰ আতায়ো (জন্ম ১৪১৭ শক) দুই এটি ভক্তিমূলক গীত ৰচনাত প্ৰবৃত্ত হৈছিল। 'উদ্ধৱ গোকুল আইলা' গীতটিত মাধুৰ বিৰহৰ চিত্ৰখনি বেচ উজ্জ্বল।[৭০] ভৱানীপুৰীয়া আতাৰ দ্বাৰা থাপিত ছজন ব্ৰাহ্মণ সত্ৰীয়াৰ অন্যতম শ্ৰীৰামদেৱ 'ভাটি আতা' ই 'ঘোষাৰ পটল' সংকলন কৰাৰ উপৰি ভালেখিনি ভক্তি গীতো ৰচনা কৰিছিল। গীতৰ বিষয় বস্তু শংকৰ-মাধৱৰে অভিন্ন হ'লেও প্ৰকাশ ভংগিত মৌলিকত্ব বৰ্তমান। ৰাগ-ৰাগিণী যুক্ত ৰাম আতাৰ ৭৯ (বা ৮১) টা গীতে আতাৰ সৃজনী প্ৰতিভাত এচেৰেঙা পোহৰ পেলায়[৭১]। ৰাম আতাৰ দুই পুত্ৰ — বৰ আতা আৰু ৰামানন্দ। শ্ৰীৰামৰ তিৰোভাৱৰ পিছত ৰামানন্দ কালজাৰ সত্ৰৰ অধিকাৰ পদত সমাসীন হৈ 'শংকৰ চৰিত' পুথিৰ উপৰি ৭৮ টি বিতোপন গীত ৰচনা কৰে।[৭২]

৯.২৬. কাল সংহতিৰ মায়ামৰা সত্ৰৰ প্ৰতিষ্ঠাতা 'ভূঞাৰ পো' অনিৰুদ্ধ দেৱে (জন্ম ১৪৭৫ শকৰ ১৫ বহাগ, বৃহস্পতিবাৰ, মৃত্যু ১৫৪৮ শকৰ ১১ পুহ) পঞ্চম স্কন্ধ ভাগৱতৰ পদ ভাঙনি কৰা উপৰি *পুৰঞ্জন উপাখ্যান* নকুৰি গীত ভটিমা[৭৩] 'ভক্তি মংগল ভটিমা'[৭৪] আৰু 'কথা আৰু শ্লোক সমে' 'অত্যন্ত গুপুত' এখনি গ্ৰন্থ ৰচনা কৰে। তেওঁৰ গীত আৰু ভটিমাখিনিত 'কবিত্ব ৰস বিশেষ আছয়'। ভৱানীপুৰীয়া আতাৰ আজ্ঞাপৰ মহন্ত যদুমণিদেৱে (জন্ম ১৪৮৬ শক, মৃত্যু ১৫৫৩ শকৰ ২৮ ফাগুন, শনিবাৰ) সাতকুৰি

৬৯ মহেশ্বৰ নেওগ — *ভ গী সং*, পৃ° ১৪-১২৯

৭০ *ভ গী সং* নং ২২, ৭২

৭১ শ্ৰীৰাম আতা আৰু ৰামানন্দৰ গীতখিনি সম্পাদনা কৰি ইং ১৯৫৪ চনত প্ৰকাশ কৰে ড° বিৰিঞ্চিকুমাৰ বৰুৱাই। *ভ গী সং*ত আতাৰ ৮১ টা গীত সন্নিবিষ্ট হৈছে

৭২ *ভ গী সং*ত ৰামানন্দৰ ৰচিত ৭৮ টা পদ সংকলিত হৈছে

৭৩ তাত দুয় গোটা আছে ছোটোৱা ভটিমা/নকুৰি দুইজন গীতে হৈলা সীমা।।

৭৪ ইয়াত ৮৫০ টা শ্লোক আছে। *ভ গী সং*ত অনিৰুদ্ধৰ ১৮১ টা গীত পোৱা যায়।

গীত, কুৰিটি ঘোষা আৰু ঝুমুৰা ৰচনা কৰা বুলি তেওঁৰ চৰিতত উল্লিখিত হৈছে।[৭৫] শংকৰদেৱৰ ব ৰপো ৰামানন্দৰ পুত্ৰ পুৰুষোত্তম হ'ল 'পুৰুষ সংহতি'ৰ প্ৰৱৰ্তক। ঠাকুৰে *ন-ঘোষা* নামৰ ভক্তি জ্ঞাপক গ্ৰন্থ এখনি ৰচনা কৰাৰ উপৰিও ভালেখিনি গীতো ৰচনা কৰি থৈ যায়।[৭৬] অসমৰ নব বৈষ্ণৱ ধৰ্মৰ অন্যতম প্ৰচাৰক মহাপুৰুষ দামোদৰ দেৱে এমুঠিমান গভীৰ আধ্যাত্মিক গীত ৰচনা কৰাটো গৌৰৱৰ বতৰা[৭৭]।

৯.২৭. মায়ামৰীয়া অনিৰুদ্ধ দেৱৰ বংশৰ হৰিৰাম দেৱে ১৬৮ টা গীত ৰচনা কৰিছিল। তাৰে ভালে সংখ্যক গীত মায়ামৰা সত্ৰত সংৰক্ষিত হস্ত লিখিত পুথিত পোৱা যায়। তাৰে দুটামান গীত প্ৰকৃততে সুন্দৰ[৭৮]। ভগা ৰজাৰ নিৰ্দেশত বধ কৰা মায়ামৰা সত্ৰৰ চতুৰ্থ গৰাকী অধিকাৰ নিত্যানন্দদেৱ আঠকুৰি গীতৰ ৰচক। ৰামানন্দ দেৱ কায়স্থ হ'ল— যদুমণিদেৱৰ শিষ্য। তেওঁ বহুগীত আৰু ভক্তি বিষয়ক পুথি এখনিৰ ৰচক[৭৯]। ৰামানন্দ দেৱৰ শিষ্য কৃষ্ণদেৱ, তেওঁৰ পুত্ৰ জগত মোহন, তেওঁৰ পুত্ৰ ব্ৰহ্মানন্দ, চতুৰ্ভুজ, জয়দেৱ, পদ্মনাভ তথা সহাদেৱ আৰু ব্ৰহ্মানন্দৰ পুত্ৰ শুকদেৱৰ ৰচিত ভালেখিনি গীত ইতিমধ্যে সংকলিত হৈছে[৮০]। শংকৰদেৱৰ শিষ্য চান্দ সাঁইৰ গীত এটা *ভক্তি-গীত-সংকলনত* পোৱা যায়। ভাবানীপুৰীয়া গোপাল আতাৰ কন্যা পদ্মাপ্ৰিয়াৰ ৰচিত গীত দুটিত দেখা যায়- ভক্তিয়েই তেওঁৰ জীৱনৰ উচ্ছ্বাস গুহি লৈছিল[৮১]। ৰমাকান্ত, ৰামচন্দ্ৰ, ৰামকৃষ্ণ আদিৰ নামতো কেইটামান গীত পোৱা যায়[৮২]। পাটবাউসী সত্ৰৰ শ্ৰীখগেন্দ্ৰ নাথ পাঠক সংকলিত *গীতাঞ্জলীত* হৰি আতা, ৰতিকান্ত দামোদৰদেৱ, গোপাল মিশ্ৰ, কৃষ্ণানন্দ, ভট্টদেৱ ৰত্নাকৰ, লক্ষ্মীপতি, জয়ধ্বজ সিংহ, শ্ৰীহৰি আৰু দেউপতিৰ তিনিকুৰি, দুটা ব্ৰজবুলি গীত সন্নিবিষ্ট হৈছে। দিহিং সত্ৰৰ শ্ৰীশ্ৰীৰাজীৱলোচন চন্দ্ৰ গোহাঞিৰদ্বাৰা সংগৃহীত আৰু সম্পাদিত *গীত মন্দাকিনীত*[৮৩] যদুমণি দেৱৰ পুত্ৰ সনাতনদেৱৰ ৪৭ টা, তেওঁৰ পুত্ৰ জগবন্দন দেৱৰ ২১ টা, তেওঁৰ পুত্ৰ পেমভূষণ দেৱৰ ১৫ টা, কৈৱল্যানন্দন দেৱৰ ৭৩ টা, ব্ৰজনন্দন দেৱৰ ১২ টা, বৃন্দাবনচন্দ্ৰ দেৱৰ ২১ টা, বল্লভচন্দ্ৰ দেৱৰ ২৩ টা, নিৰ্মল চন্দ্ৰ দেৱৰ ২৩ টা আৰু ভগৱানচন্দ্ৰ দেৱৰ ৯ টা গীত পোৱা যায়।

৯.২৮. আহোম স্বৰ্গদেৱসকলৰ ভিতৰত জয়ধ্বজ সিংহৰ সাহিত্য কৰ্মৰ প্ৰতি

---

৭৫ সাতকুৰি গীত ঘোষা ঝুমুৰা ৰচিলা। — *যদুমণিদেৱৰ চৰিত্ৰ*, পদ ১৮৭

৭৬ *ভ গী সং*ত ঠাকুৰৰ ২২ টা গীতে সংকলিত হৈছে

৭৭ *ভ গী সং*ত ১ টা আৰু *দেৱ দামোদৰ গুৰু প্ৰবন্ধ* গ্ৰন্থত দামোদৰ দেৱৰ ৩ টা গীত সংকলিত হৈছে

৭৮ *ভ গী সং*ত হৰিৰামদেৱৰ ২ টা গীত সংকলিত হৈছে

৭৯ *ভ গী সং*ত ৰামানন্দদেৱৰ সাতোটা গীত অন্তৰ্ভুক্ত হৈছে

৮০ ড° সত্যেন্দ্ৰনাথ শৰ্মা সম্পাদিত *ভক্তি-গীত-পদ-সংকলন* চাওক

৮১ মহেশ্বৰ নেওগ (সম্পা°) — *ভ গী সং*, ভূমিকা পৃ° ৯৮"

৮২ মহেশ্বৰ নেওগ — *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, পৃ° ২০৭

থকা অনুশীলনৰ কথা শ্ৰদ্ধাৰে স্মৰণীয়। দিহিং সত্ৰৰ ৰতিকান্তৰ পুত্ৰ উদিংৰাম মেধিৰ গুৰু চৰিতত ৰুদ্ৰসিংহ স্বৰ্গদেৱে গীত ৰচনা কৰাৰ উল্লেখ আছে। ড° নেওগৰ *ভক্তি-গীত-সংকলনত* আলোচিত নৃপতিজনাৰ ছটা গীতৰ অন্তৰ্ভুক্তি তাৎপৰ্যপূৰ্ণ। শিৱসিংহৰ নামতো এটি গীত পোৱা যায়। ড° কেশৱানন্দ দেৱ গোস্বামী সম্পাদিত *শংকৰোত্তৰ গীত সংকলনৰ* তৃতীয় খণ্ডত ১৬১ টা শংকৰোত্তৰ যুগৰ যি গীত সংকলিত হৈছে, তাৰে ৭০ টা গীতত ৰচয়িতাৰ নাম নাই। বাকীখিনিত ২৬ জন গীতিকাৰৰ নাম আছে। সেই গীতবোৰত ব্যৱহাৰ হোৱা ৰাগৰ সংখ্যা ৪৪ আৰু তালৰ সংখ্যা হ'ল-বাৰ। সেই গীতখিনিৰ বিষয় বস্তুৰ সন্দৰ্ভত ড° দেৱ গোস্বামীৰ মন্তব্য মন কৰিব লগীয়াঃ 'এই কবিসকলৰ কোনো জনে হয়তো আহোম স্বৰ্গদেউৰ ছত্ৰ ছায়াত জীৱন নিৰ্বাহ বা সমাজত প্ৰতিপত্তি লাভৰ নিমিত্তে গীত-মাতৰ যোগান ধৰি ৰাজ-পোষণৰ অৰ্থে এনে আচৰুৱা সম্ভাৱৰ আশ্ৰয় লৈছিল আৰু দুই এজন হয়তো আগৰ কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত কোনো বংগ ভাষা ভাষী লোক আছিল[৮৫]।

৯.২৯. শংকৰোত্তৰ গীত-মাতসমূহক শান্ত, দাস্য, সখ্য, বাৎসল্য আৰু মধুৰ এই পাচোঁটা ভাগৰ অন্তৰ্ভুক্ত কৰিৰ আলোচনা কৰিব পাৰি[৮৬]। বৈষ্ণৱ কবিসকলে নিজকেই ভগৱান শ্ৰীকৃষ্ণৰ দাস, সখা, পিতৃ-মাতৃ আৰু প্ৰেমিকা বুলি ভাবি আপোন অনুভৱ ব্যক্ত কৰিছিল। 'কোনো গীতত মাক যশোদাৰ দৃষ্টিৰে পুত্ৰ-কৃষ্ণলৈ চাইছে, কোনো ক্ষেত্ৰত আভীৰ বালকৰ সখ্য স্নেহেৰে কৃষ্ণক সম্বোধন কৰা হৈছে; কোনো গীতত প্ৰণয়িনীৰ প্ৰেম কটাক্ষেৰে কৃষ্ণৰ ভুবন-মোহন ৰূপ সুধা পান কৰিছে[৮৭]।

৯.৩০. এনেদৰেই আজি পাঁচ শ বছৰে অসমৰ চুকে কোণে থকা শ শ সত্ৰত ব্ৰজবুলি ভাষাত অগণন নাট আৰু গীত-মাত ৰচিত হৈ আহিছে। অৱশ্যে অস্বীকাৰ কৰি লাভ নাই যে শংকৰ-মাধৱে যি প্ৰাণ স্বচ্ছল ব্ৰজবুলিত গীত নাট ৰচনা কৰিছিল, পিছলৈ সেই প্ৰাণ স্বচ্ছলতাৰ অভাৱ হ'ল।

## খ° উৰিষ্যাৰ ব্ৰজবুলি সাহিত্য

৯.৩১. বৰ্তমান গ্ৰন্থৰ প্ৰথম অধ্যায়ত উৰিষ্যা আৰু নেপালৰ ব্ৰজবুলি সাহিত্যৰ সন্দৰ্ভত এটি চমু আভাস দি অহা হৈছে। এই অধ্যায়ৰ দুটিমান ছেদত পূৰ্ব উল্লিখিত কথা খিনিৰে পুনৰ্বিচাৰ কৰা হ'ব। মহাপ্ৰভু চৈতন্যদেৱৰ উৰিষ্যা আগমনৰ পূৰ্বে উক্ত

---

৮৩ তীৰ্থনাথ শৰ্মাৰ *আউনী আটী সত্ৰৰ বুৰঞ্জীত* ৰুদ্ৰসিংহৰ গীত সংযোজিত হৈছে, (পৃ ৪২০-২১)

৮৪ ভ *গী সং* পৃ ৬০৩

৮৫ *শংকৰোত্তৰ গীত সংকলন*, উপক্ৰমণিকা, পৃ ১১

৮৬,৮৭ *বিৰিঞ্চিকুমাৰ বৰুৱা*— শ্ৰীমন্ত শংকৰ আৰু শ্ৰীমাধৱদেৱৰ গীত, ভূমিকা, পৃ ১৬

ভূখণ্ডৰ ভক্তি ধৰ্ম দুটা স্ৰোতধাৰাত বিভাজিত হোৱা দেখা যায়— ক° ৰাধা-কৃষ্ণ কেন্দ্ৰিক আৰু খ° বুদ্ধ জনাৰ্দন কেন্দ্ৰিক। বৈষ্ণৱ ভক্তিধৰ্মৰ পুনৰুত্থান কালত ভাৰতবৰ্ষৰ ভিন্ন-প্ৰান্তৰ সাধু সন্তসকলৰ পুৰী ধামলৈ আগমন এটি তাৎপৰ্যপূৰ্ণ ঘটনা। খ্ৰীষ্টীয় ত্ৰয়োদশ শতাব্দীৰ মধ্যম তৰংগত ৰচনা কৰা মাৰ্কণ্ডেয় দাসৰ *কেশৱ কেলিত* মাতৃ যশোদাৰ মৰ্মন্তুদ বেদনাৰ ছন্দোময় প্ৰকাশ চকুত লগা। গৌৰাংগ প্ৰভু নীলাচলত উপস্থিত হোৱা কালত (১৫০৯ খ্ৰী°) তেওঁৰ পাঁচজন অনুচৰে বৈষ্ণৱ ভক্তি তৰংগিনীলৈ বৰ্ষাৰ প্লাৱন আনয়নৰ বাবে কৰা প্ৰযত্ন সুখকৰ। পঞ্চসখাৰ অন্যতম জগন্নাথ দাসে *দাৰু ব্ৰহ্মগীতা, বট অৱকাশ, তুল ভিন, অৰ্থ কোইলি*, ৰাসক্ৰীড়া বিষয়ক কাব্য আৰু *ভাগৱত পুৰাণৰ* ভাষানুবাদ কৰাৰ উপৰি ব্ৰজবুলি ভাষাতো কেইটামান পদ ৰচনা কৰে[৮৮]। বলৰাম দাসৰ গ্ৰন্থৰ ভিতৰত *সপ্ত যোগসাৰ টীকা, বেদান্তসাৰ, গুপ্ত গীতা, অমৰ কোষ গীতা, লক্ষ্মী পুৰাণ সৌংগ, মৃগুনী স্তুতি, ভাব সমুদ্ৰ* আৰু *জগমোহন ৰামায়ণ* লেখৰ। কৃষ্ণভক্ত অচ্যুতানন্দ দাস মোহান্তিয়ে ৰচনা কৰে— *শূন্যসংহিতা, অনাকাৰ সংহিতা, গুৰু ভক্তি গীতা*আৰু *হৰিবংশৰ* ভাষানুবাদ। যশোৱন্ত দাসৰ *প্ৰেম ভক্তি ব্ৰহ্মা গীতা, শিৱ সুবোদয়* আৰু *গোবিন্দচন্দ্ৰ টীকা* প্ৰখ্যাত। অনন্ত দাস মহাপাত্ৰই 'ৰাস', 'শূন্য নামভেদ' প্ৰভৃতি ৰচি বৈষ্ণৱ সাহিত্যৰ ভিন্ন দিশ প্ৰোজ্জ্বল কৰি তোলাটো তাৎপৰ্যপূৰ্ণ।

৯.৩২. উৰিষ্যাতো অসমৰ দৰে নাট আৰু গীতৰ মাজেদি ব্ৰজবুলিয়ে আত্ম প্ৰকাশৰ সুযোগ লয়। ইয়াৰ ব্ৰজবুলিত ৰচিত পদাকাৰসকলৰ ভিতৰত কম্‌তে নৃপ বৈদ্যনাথৰ নামটো শ্ৰদ্ধাৰে স্মৰণ কৰে। বিদ্যাপতিৰ ভাব আৰু ভাষাৰ অস্বীকাৰ কৰিব নোৱাৰা প্ৰভাৱত প্ৰোজ্জ্বল হৈ উঠিছে নৃপতি বৈদ্যনাথৰ পদাবলী। *অভিনৱ গীত-গোবিন্দৰ* ৰচয়িতা পুৰুষোত্তম দেৱৰ পুত্ৰ নৃপতি প্ৰতাপৰুদ্ৰদেৱ ( ১৪৯৭-১৫৪০ খ্ৰী°) নিজে কবি আৰু বিদ্যোৎসাহী আছিল। *শ্ৰীসৰস্বতী বিলাস, পৌঢ় প্ৰতাপ মাৰ্তণ্ড, কৌতুক চিন্তামণি*আৰু কেইটামান ব্ৰজবুলি পদৰ ৰচয়িতা[৮৯] প্ৰতাপৰুদ্ৰই চৈতন্যদেৱৰো অনুগ্ৰহ আদায় কৰিবলৈ সমৰ্থ হৈছিল[৯০]। প্ৰতাপ ৰুদ্ৰদেৱৰ ৰাজকৰ্মচাৰী চম্পতিৰায়ে (খ্ৰী° ১৪৭৯-১৫৩২) ৰচনা কৰা ব্ৰজবুলি পদত বংগদেশৰ সমীক্ষকসকলে বঙলা ভাষাৰ প্ৰভাৱ লক্ষ্য কৰিলেও[৯১] সেই মত অবিসম্বাদী নহয়। *ৰসিকমংগল* গ্ৰন্থৰ প্ৰণেতা ৰসিকানন্দৰ শিষ্য, নীলাচল নিবাসী কানুৰাম দাসৰ নামত এমুঠিমান ব্ৰজবুলি গীত সংৰক্ষিত হৈছে। *বৃদ্ধা তপস্বিনী* আৰু *শ্ৰীৰাধাৰ দাসী* মাধৱী দাসীৰ ব্ৰজবুলি গীতগুচ্ছত নীলাচলবাসী গৌৰাংগদেৱৰ ভিন্ন দিশৰ ছন্দোময় বৰ্ণনাৰ লগতে শ্ৰীকৃষ্ণৰো লীলামালা বিবৃত হোৱা দেখা যায়। গজপতি প্ৰতাপৰুদ্ৰৰ ৰাজকৰ্মচাৰী আৰু সুকবি ৰায় ৰামানন্দ নিঃসন্দেহে উৰিষ্যাৰ সৰ্বশ্ৰেষ্ঠ

---

৮৮ কণিকা তোমৰ— *ব্ৰজভাষা আৰু ব্ৰজবুলি সাহিত্য* পৃ° ৪৪০

৮৯ সুন্দৰানন্দ বিদ্যাবিনোদ— *শ্ৰীক্ষেত্ৰ*, পৃ° ৪৫৮

৯০ De. S. K. – *Early History of the Vaishnava Faith and Movement in Bengal*, P. 45

৯১ Sen. S.– *History of Brajabuli Literature*, P. 155

ব্ৰজবুলি গীতিকাৰ। পুৰী ধামত ৰচিত *জগন্নাথ বল্লভ* ৰামানন্দৰ শ্ৰেষ্ঠ নাটক। গীত-গোবিন্দৰ প্ৰভাৱ সেই নাটত স্পষ্ট। মহাপ্ৰভু চৈতন্যদেৱ দাক্ষিণাত্যলৈ যোৱা কালত বাসুদেৱ সাৰ্বভৌমৰ মুখে ৰায় ৰামানন্দৰ প্ৰতিভাৰ কথা শুনি তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ উদ্‌গ্ৰীৱ হৈ পৰে আৰু গোদাৱৰী তীৰৰ বিদ্যা নগৰত দুয়োৰে দেখা দেখি হয়। ৰামানন্দই মহাপ্ৰভুৰ আগত 'পহিলহি ৰাগ নয়ন ভংগ ভেল' শীৰ্ষক প্ৰখ্যাত ব্ৰজবুলি গীতটো গাই শুনোৱাৰ কথা *চৈতন্য চৰিতামৃত*ত (২/৮) বিবৃত হৈছে। চৈতন্য-প্ৰৱৰ্তিত ৰাগময়ী ভক্তিবাদত ৰামানন্দৰ বিশেষ অৱদান হ'ল— গোপীভাৱ বা 'ৰাধা ভাৱ'ৰ সংযোজন[১২]। কবি জয়দেৱ, বিদ্যাপতি আৰু চণ্ডীদাসৰ ভাব, ভাষা আৰু ছন্দৰ প্ৰভাৱেৰে পৰিপুষ্ট ৰায় ৰামনন্দৰ দ্বাৰা ভণিত প্ৰায় এশটা পদ পোৱা যায়[১৩]। সপ্তদশ অষ্টাদশ শতাব্দীৰ উৰীয়া বৈষ্ণৱ কবিসকলৰ ভিতৰত ৰায় দামোদৰ দাস, চণ্ডীদাস (*গোপী চন্দনৰ* কবি), কপিলেশ্বৰ দাস (*কপট কেলিৰ* কবি) দেৱ দুৰ্লভ দাস (*ৰহস্য মঞ্জৰীৰ* কবি), চান্দ কবি সদানন্দ কবিসূৰ্য, দীন কৃষ্ণ দাস প্ৰভৃতি লেখৰ। উৰিষ্যাৰ প্ৰবল প্ৰতাপী সূৰ্যবংশী নৃপতি কপিলেন্দ্ৰ সিংহই ৰচনা কৰা *পৰশুৰাম বিজয়* শীৰ্ষক সংস্কৃতত লিখা নাট এখনিৰ এটি গীতত ব্ৰজবুলিৰ সাৰ্থক প্ৰয়োগ দেখা যায়। দহ শাৰীত সম্পূৰ্ণ হোৱা গীতটোৰ প্ৰথম ছত্ৰটো হ'ল—

চন্দ্ৰবদনা ............. অমৰ ৰামেন সীয়তে
কেৱল মুনি কুমৰ পৰশু দক্ষিণ কৰ
বামেণ সোহে ধনুসৰ না।
কোপেণ বোলই বীৰতা তু সে মো বধিলু তাত
আজ তোৰে ছিদিবই মাথ না।
শুণ ৰাজন হো কি এ তোৰ বাক্যে ব্ৰহ্ম বধে না।

এনেদৰে দেখা যায় যে খ্ৰীষ্টীয় পঞ্চদশ শতাব্দীৰপৰা উৰিষ্যাত ব্ৰজবুলি পদাৱলীয়ে আত্ম প্ৰকাশৰ সুযোগ পায়। অৱশ্যে বিস্তৃত অনুশীলনৰ অভাৱত বংগদেশৰ দৰে উৰিষ্যাত বৈষ্ণৱ পদাৱলীয়ে গা কৰি উঠিব নোৱাৰিলে[১৪]।

## গ° নেপালৰ ব্ৰজবুলি সাহিত্য

৯.৩৩. মিথিলাৰ নৃপতি হৰিসিংহ দেৱে (১২৯৬-১৩২৪ খ্ৰী°) বাৰে বাৰে হোৱা মোগলৰ আক্ৰমণ প্ৰতিহত কৰিব নোৱাৰি অৱশেষত মিথিলাৰপৰা গৈ নেপালৰ মোৰংগত থিতাপি লয় আৰু তাত শিক্ষা সংস্কৃতিৰ কেন্দ্ৰ গঢ়ি তোলে। নৃপতিৰ ৰাজমন্ত্ৰী উপাপতি ওঝাৰ প্ৰায়শ্চিনি ৰচনাই নেপালত উদ্ভাৱ হোৱাটো মন কৰিবলগীয়া। হৰিসিংহদেৱৰ

---

১২ Majumdar, A. K. – *Chaitanya-His life and Doctrine*, P-195
১৩ বিমানবিহাৰী সেন সম্পাদিত ৰায় ৰামানন্দৰ ভণিতাযুক্ত পদাৱলী দ্ৰষ্টব্য
১৪ সুকুমাৰ সেন— *বৈষ্ণৱীয় নিবন্ধ*, পৃ° ১০৮

মৃত্যুৰ পিছত তেওঁৰ নাতি জয়সিংহৰ কন্যাক নেপালৰ প্ৰাচীন নৃপতি জয়স্থিতিমল্লই বিয়া কৰোৱাৰ পিছৰেপৰা নেপাল-মিথিলাৰ সম্পৰ্ক অধিক গাঢ় হয়। জয়স্থিতিমল্লই মিথিলাৰপৰা কেবাজনো পণ্ডিতক আপোন ৰাজ্যলৈ নি সাহিত্য চৰ্চা কৰিবলৈ উদ্‌গনি দিয়াৰ কথা পোৱা যায়[১৫]। নেপালৰ বিভিন্ন স্থানত পোনতে নাটৰ গীত ৰূপে ব্ৰজবুলিয়ে আত্ম প্ৰকাশৰ সুযোগ লয় যদিও শেহলৈ স্বতন্ত্ৰ পদাৱলীয়েও ভুমুক নমৰা নহয়। বিদ্যাপতি আৰু চণ্ডীদাসৰ ভাব আৰু ভাষাৰ অখণ্ড প্ৰভাৱ পৰিলক্ষিত হয়— নেপালৰ ব্ৰজবুলি সাহিত্যত।

৯.৩৪. খ্ৰীষ্টীয় সপ্তদশ শতাব্দীৰেপৰা নেপালৰ বিভিন্ন ৰাজধানীৰ ৰাজকবিসকলে ৰচনা কৰা ব্ৰজবুলি ভাষাৰ (কাৰো মতে মৈথিলী আৰু বঙলা মিশ্ৰিত) ভালেখিনি-সংগীত নাটক উদ্ধাৰ হোৱাটো মন কৰিব লগীয়া। অৱশ্যে ইয়াৰ পূৰ্বেও ৰচনা কৰা কিছু সংখ্যক নাটৰ সন্ধান নোপোৱা নহয়। সিবোৰ অধিকাংশৰে বিষয় বস্তু *ৰামায়ণ*ৰপৰা চয়ন কৰা। ললিতাপুৰৰ নৃপতি সিদ্ধি নৰসিংহ মল্লৰ ৰাজত্ব কালত খ্ৰী° ১৬৫১ ত ৰামভদ্ৰই লিখা *হৰিশ্চন্দ্ৰ নৃত্য*[১৬]ত সংস্কৃত শ্লোক, সূত্ৰধাৰৰ কথা আৰু ব্ৰজবুলিত লিখা গীতিমালাই অসমীয়া অংকীয়া নাটলৈ মনত পেলায়। উপৰ্যুক্ত নৃপতি জনাৰ ৰাজত্ব কালতে *গোপীচন্দ্ৰ নাটকো* ৰচিত হয়। নাটখনি বহু অংক আৰু দৃশ্য বিভাজিত[১৭]। সিদ্ধি নৰসিংহ মল্লৰ পুত্ৰ শ্ৰীনিবাস মল্লই একাধিক নাট ৰচনা কৰোৱা বুলি জনা যায়। ইয়াৰে ভিতৰত *মুদিত কুবলয়াশ্ব*(১৬২৮) আৰু *ললিত কুবলয়াশ্ব*(১৬৬৬) উল্লেখযোগ্য[১৮]। ভাতগাঁৱৰ নৃপতি বিশ্বমল্লৰ (খ্ৰী° ১৫৩৩) ৰাজত্ব কালত বিদ্যাসুন্দৰৰ বিষয় বস্তুৰে ৰচনা কৰা ব্ৰজবুলি মিশ্ৰিত নাট *বিদ্যাবিলাপক* মৈথিলী পণ্ডিতে প্ৰথম মৈথিল নাটৰ নিদৰ্শন ৰূপে থিয় কৰাইছে[১৯]। মহাৰাজ হৰিসিংহৰ উত্তৰাধিকাৰী ত্ৰিভুবন মল্লৰ (খ্ৰী° ১৫৭২-১৫৮৫) ৰাজসভাত কবি ৰামচন্দ্ৰ আৰু বীৰনাৰায়ণে ব্ৰজবুলিত ৰচনা কৰা কিছু সংখ্যক গীত হস্তলিখিত নাটত পোৱা গৈছে। গীতৰ নিদৰ্শন :

সঘন বৰসিএ মেহা সুমৰি সুবন্ধু মহা।
জীব ছুট পট নীন্দ ন অএ বিৰহ দগধ দেহা।।

---

১৫ Misra, J. – *A History of Maithili Literature*, P. 146

১৬ ১৮৯১ খ্ৰীষ্টাব্দত ইয়াক এ. কনবেণ্ডিয়ে প্ৰকাশ কৰে

১৭ হস্তলিখিত পুথিখনি কেম্ব্ৰিজ বিশ্ববিদ্যালয় গ্ৰন্থাগাৰত সুৰক্ষিত

১৮ দুয়োখনি নাট বিজিতকুমাৰ দত্তৰ সম্পাদনাত বৰ্ধমান বিশ্ববিদ্যালয়ৰপৰা প্ৰকাশ পাইছে— খ্ৰী° ১৯৮০ চনত

১৯ Misra, J. K.–*A History of Mithli Literature*, P. 262. নাটৰ গদ্য এনে ধৰণৰ ; খ্ৰীভক্ত পত্তন নগৰে বিদ্যাবিলাপ নাটক প্ৰবৰ্ত্ত ভৈলো। তা দেখি নিমিত্তে আবে জায়ে (*নেপালে ভাষা নাটক*, পৃ° ১৭২)

চন্দন চোৰি ন ভাৱে কুসুম সেজ ন সুহাৱে।
অংগ মেৰি মেৰি আংগন থাকিমন চৌদিক ঢাৱে।।[১০০]

৯.৩৫. ত্ৰৈলোক্যমল্লৰ পুত্ৰ জগজ্জ্যোতিমল্ল আছিল নিজে এজন ভাল নাট্যকাৰ। তেওঁৰ লিখা *মুদিত কুবলয়াশ্ব* নাটক, *হৰ গৌৰী বিবাহ* আৰু *কুঞ্জ বিহাৰী* উল্লেখ হৈছে। পিছৰখনত ৰাধা-কৃষ্ণ আৰু গোপীসকলৰ লীলামালাৰ বৰ্ণনা মধুৰ। সপ্তদশ শতাব্দীৰ মধ্যম ভৰংগত অখণ্ড প্ৰতাপেৰে ৰাজত্ব কৰা জগৎ প্ৰকাশ মল্লৰ কেৰাখনো সফল নাটকৰ পাণ্ডুলিপি নেপালৰ ৰাজদৰবাৰ পুথিশালাত সংৰক্ষিত হোৱাটো মন কৰিবলগীয়া। নৃপতিজনাই লিখা নাটৰ ভিতৰত *উষা হৰণ, নলীয় নাটকম্ পাৰিজাত হৰণ, প্ৰভাতী হৰণ, মলয় গন্ধিনী* আৰু *মদন চৰিত* উল্লেখযোগ্য[১০১]। ইয়াৰ উপৰি সুধীতজিৎ মল্লদেৱৰ নামতো আঠখনি নাট আছে— *কালীয় মথনো পাখ্যান, মদালসা হৰণ, জৈমিনীয় ভৰত নাটকম্, উষা হৰণ, নব দুৰ্গা নাটকম্, ভাষা নাটকম্* আৰু *ভাৰত নাটকম্*। উপৰ্যুক্ত আটাইকেইখনি নাটেই অৰ্ধনাৰীশ্বৰ শিৱৰ বৰ্ণনাৰে উন্মোচিত। জগৎপ্ৰকাশ মল্লৰ পুত্ৰ জিতামিত্ৰমল্লৰ পৃষ্ঠপোষকতাত *অশ্বমেধ নাট* (খ্ৰী ১৬৯০), আৰু উক্ত নৃপতিজনৰ পুত্ৰ ভূপতিমল্লৰ ৰাজত্ব কালত ৰচিত নাটৰ ভিতৰত *উষা হৰণ, গৌৰী বিবাহ, গোপীচন্দ্ৰ, পশুপতি* বা *ভৈৰৱ প্ৰাদুৰ্ভাৱ* (১৭১৩), *মাধৱানল, ৰুক্মিণী হৰণ* প্ৰভৃতি প্ৰখ্যাত। এওঁৰ আমোলত সংকলিত আৰু নেপাল ৰাজদৰবাৰ গ্ৰন্থাগাৰত সংৰক্ষিত *ভাষা সংগীতত* ব্ৰজবুলিত লিখা ১৩৯ টা অপূৰ্ব গীত পোৱা যায়। ভূপতিমল্লৰ যোগ্য উত্তৰাধিকাৰী ৰণজিৎমল্লই *অন্ধকাসুৰ বধোপাখ্যান, উষাহৰণ, কৃষ্ণ চৰিত, কোলাসুৰ বধোপাখ্যান, মদন চৰিত কথা* আৰু *ৰামায়ণ* নাটক ৰচনা কৰা বুলি ড° প্ৰবোধচন্দ্ৰ বাগচী ডাঙৰীয়াই উল্লেখ কৰিছে।[১০২]

৯.৩৬. কাঠমাণ্ডুৰ নৃপতি প্ৰতাপমল্লদেৱো বিদ্যোৎসাহী আছিল ; তেওঁৰ নামত *অৱলোকিতেশ্বৰ স্তৱৰাজ, অবিদ্যাধৰী গীতস্তৱ, সংগীতভাৰোদয় চূড়ামণি* প্ৰভৃতি নাট পোৱা যায়। এইজনা নৃপতিৰ সভাকবি বংশমণিয়ে *গীত দিগম্বৰ* আৰু *হৰকেলি* কাব্য ৰচনা কৰে। নৃপতি অমৰমল্লৰ নাতি নৰেন্দ্ৰমল্লই মিশ্ৰিত ভাষাত *ৰামায়ণ নাটক* আৰু *মহাভাৰত নাটক* ৰচনা কৰিছিল। অৱশ্যে গোৰ্খা ভাষাই প্ৰসাৰ লাভ কৰাৰ পিছৰেপৰা নেপালৰ ব্ৰজবুলি নাট ৰচনাৰ ধাৰাটি অনুক্ৰমে নিস্তেজ হৈ পৰে। হ'লেও প্ৰায় দুই শতাব্দী কাল নেপালত ব্ৰজবুলিয়ে অখণ্ড প্ৰতাপেৰে নাট্য সাহিত্যৰ প্ৰকাশ মাধ্যমৰূপে চিহ্নিত হ'ব পৰাটো গৌৰৱৰ কথা।

## ঘ° বংগদেশৰ ব্ৰজবুলি সাহিত্য

৯.৩৭. 'নদীয়া নাগৰ' গৌৰাংগ চৈতন্য মহাপ্ৰভুৰ আবিৰ্ভাৱে বংগীয় ব্ৰজবুলি

---

১০০. প্ৰবোধচন্দ্ৰ বাগচী— নেপালে ভাষা নাটক, পৃ ১৭৩

১০১ দশৰথ ওঝা— হিন্দী নাটক উদ্ভৱ ঔৰ বিকাশ, পৃ ৬০

পদাৱলীৰ সৃষ্টিত এক উল্লেখযোগ্য বৰঙণি আগবঢ়ায়। 'পদ'ৰ প্ৰথম প্ৰয়োগ দেখা যায় ভৰতৰ নাট্যশাস্ত্ৰত (বিজ্ঞেয়ং স্বৰতাল পদাশ্ৰয়ম্)। পৰৱৰ্তী কালত সংগীত আৰু কাব্য অৰ্থত পদৰ প্ৰয়োগ কৰে মহাকবি কালিদাসে[১০৩]। কবি জয়দেৱে জয়জয়তে 'পদাৱলী'ৰ প্ৰয়োগ ঘটায়— পদময় গীতৰ অৰ্থত [১০৪]। গৌড়ীয় বৈষ্ণৱ সম্প্ৰদায়ে আলোচিত শব্দটো নিঃসন্দেহে জয়দেৱৰপৰা গ্ৰহণ কৰে। বৈষ্ণৱ পদাৱলী ৰচয়িতাসকল আছিল মহাজন কিংবা 'মহান্ত'। সেইবাবে সপ্তদশ শতাব্দীৰ অন্তিম তৰংগৰপৰা বৈষ্ণৱ গীতি কবিতাসমূহ 'মহাজন পদাৱলী' ৰূপে প্ৰসিদ্ধ হয়[১০৫]। বংগীয় বৈষ্ণৱ পদাৱলীৰ কেন্দ্ৰবিন্দু হ'ল— ৰাধা আৰু গোপীসকলৰ সৈতে শ্ৰীকৃষ্ণৰ বিৰহ-মিলন। আন কথাত, প্ৰেমধৰ্মৰ বৈচিত্ৰ্য প্ৰকাশেই বংগীয় পদাৱলী সাহিত্য। অৱশ্যে ৰাধা, গোপী আৰু শ্ৰীকৃষ্ণৰ প্ৰণয় লীলাৰ উপৰি যশোদাৰ বাৎসল্য ভাৱনাৰ চিত্ৰণো কিছু নথকা নহয়। চৈতন্যদেৱক শ্ৰীকৃষ্ণৰ অৱতাৰ ৰূপে গণ্য কৰি ৰচনা কৰা কিছু সংখ্যক গীতো বংগীয় ব্ৰজবুলিত আছে। মান, বিৰহ প্ৰভৃতি ভাব অনুযায়ী গৌৰাংগ পদাৱলী ভিন্ন ভক্তজনৰ দ্বাৰা ৰচিত হৈছিল আৰু সিবোৰ কীৰ্তন গোৱাৰ পূৰ্বে 'এস হে গৌৰ চন্দ্ৰ নিত্যানন্দ সংগে কৰি' আদিকৈ গোৱাৰ ৰীতি প্ৰচলিত হৈছিল। এনে ধৰণৰ পদাৱলী 'গৌৰ চন্দ্ৰিকা' ৰূপে খ্যাত। এই শ্ৰেণীৰ গীতসমূহত যতী বেশী চৈতন্যতকৈ যৌৱন মূৰ্তি গৌৰাংগৰ নৱ দ্বীপ লীলাইহে ভক্ত কবি সকলক অধিক আকৃষ্ট কৰা দেখা যায়[১০৬]। ৰাধাৰ পূৰ্বৰাগৰ সকলোখিনি সৌন্দৰ্য আৰু বৈশিষ্ট্য গৌৰাংগত আৰোপ কৰাৰ ফলস্বৰূপে ৰচিত হোৱা অগণন পদাৱলীয়ে গৌৰচন্দ্ৰিকা। ইয়াৰ পদাৱলীৰ দৰে পদাকাৰৰ সংখ্যাও ভালেখিনি। খ্ৰীষ্টীয় পঞ্চদশ শতাব্দীৰেপৰা ৰচিত হোৱা বাবে ৰহনীয়া বৈষ্ণৱ পদাৱলীক কেবাজনো বৈষ্ণৱ মহাজনে খ্ৰীষ্টীয় অষ্টাদশ শতাব্দীৰ ভিন্ন তৰংগত সংকলন কৰাৰ মহান ব্ৰতত ব্ৰতী হয়। তলত সিবোৰৰ নামোল্লেখ কৰা হ'ল—

ক° হৰি বল্লভ ওৰফে বিশ্বনাথ চক্ৰৱৰ্তী সংকলিত *ক্ষণদাগীত চিন্তামণি*। ইয়াত ৪৫ জন পদাকাৰৰ ৩০৯ টা সংকলন কৰা হৈছে। হৰিবল্লভৰ ভণিতাৰ ৫১ টি গীতৰ

---

১০২ প্ৰবোধচন্দ্ৰ বাগচী— *উপৰ্যুক্ত গ্ৰন্থ*, পৃ° ১৭০-৮

১০৩ উত্তৰ মেঘ, শ্লোক ২৫

১০৪ মধুৰ-কোমল-কান্তপদাৱলীং শৃণু তদা জয়দেৱ সৰস্বতীম্।।

১০৫ সুকুমাৰ সেন— *বাংগালা সাহিত্যেৰ ইতিহাস প্ৰথম/পূৰ্বাৰ্ধ*, পৃ° ৩১৬

১০৬ অসিতকুমাৰ বন্দ্যোপাধ্যায়— *বাংলা সাহিত্যেৰ ইতিবৃত্ত, দ্বিতীয়খণ্ড*, পৃ° ৫১৪

সংযোজনা এই সংকলনৰ আন এটি বৈশিষ্ট্য।

খ° ৰাধা মোহন ঠাকুৰৰ *পদামৃত সমুদ্ৰ*। ইয়াত সংগৃহীত ৭৬৪ টা গীতৰ ভিতৰত ২২৮ টাৰ ৰচয়িতা স্বয়ং ঠাকুৰ।

গ° নৰহৰি চক্ৰৱৰ্তী সংকলিত *গীত চন্দ্ৰোদয়*। ইয়াত মুঠতে ১১৬৯ টা পদ আছে।

ঘ° গোকুলানন্দ বা বৈষ্ণৱদাস সংকলিত *পদকল্পতৰু*। ইয়াত ৩১০১ টা.পদৰ সমুচ্চয় মন কৰিবলগীয়া।

৯.৩৯. উপৰ্যুক্ত চাৰিটা সংকলনৰ উপৰি ১১১৯ টা পদৰ সংকলন *কীৰ্ত্তনানন্দ* (সংকলক-গৌৰসুন্দৰ দাস), ৮৯ টা পদৰ সমুচ্চয় *সংকীৰ্ত্তনামৃত* (সংকলক দীন বন্ধু দাস) আৰু ১৩৫৮ পদৰ সংকলন *পদৰত্নাকৰ* (সংকলনকৰ্তা- কমলানন্দ দাস) আৰু ২৭০০ টা পদৰ সংকলন *পদ ৰসসাৰ* (সংকলকনিমানন্দ দাস) লেখৰ। ছপাখানাৰ অগ্ৰগতিয়ে বৈষ্ণৱ পদাৱলীক নতুন ৰূপত সংকলন কৰিবলৈ উৎসাহ যোগায়। মুদ্ৰিক সংকলনৰ ভিতৰত ইং ১৮৪৯ খ্ৰীঃ প্ৰকাশিত ৩৫০ টা পদযুক্ত গৌৰমোহন দাসৰ *পদকল্প লতিকাই* জনপ্ৰিয়তা অৰ্জন কৰে। ইংৰাজী ১৯০২ চনত প্ৰকাশিত জগবন্ধু ভদ্ৰৰ *গৌৰ পদ তৰংগিনীৰ* জনপ্ৰিয়তা আজিও কমা নাই। ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু শ্ৰীশচন্দ্ৰ মজুমদাৰৰ (১২৯২ ভাস্কৰাব্দ) *পদ-ৰত্নাৱলী*, খগেন্দ্ৰনাথ মিত্ৰাদিৰ *বৈষ্ণৱ পদাৱলী* আৰু হৰেকৃষ্ণ মুখোপাধ্যায়ৰ *বৈষ্ণৱ পদাৱলী* পদাৱলীৰ উৎকৃষ্ট সংকলন।

৯.৪০. আজিলৈ উদ্ধাৰ হোৱা বংগীয় ব্ৰজবুলি গীতৰ ভিতৰত যশোৰাজ খানৰ গীতটিয়ে প্ৰাচীনতম[১০৭]। সপ্তদশ শতাব্দীৰ বৈষ্ণৱ কবি পীতাম্বৰ দাসে তেওঁৰ *ৰসমঞ্জৰী* শীৰ্ষক গ্ৰন্থত উদ্ধৃত কৰা উল্লিখিত খানৰ গীতটোত গৌড়ৰ নবাব হোসেন শাহৰ (খ্ৰী° ১৪৯৩-১৫১৯) নামোল্লেখ তাৎপৰ্য পূৰ্ণ—

শ্ৰীযুত হুসন জগত ভূষণ সেই ইহ ৰসজান।
পঞ্চ গৌড়েশ্বৰ ভোগ পুৰন্দৰ ভনে যশৰাজ খান॥

শ্ৰীকৃষ্ণ গোচাৰণৰ প্ৰত্যাবৰ্ত্তনৰ কাল চমু চাপি অহাত তেওঁৰ দৰ্শনৰ বাবে ৰাধা হৈ পৰিছে উদ্‌বিগ্ন। ব্যস্ত হৈয়ো ৰাধাই অংগ ভূষণ সমাপ্ত কৰিব পৰা নাই। যশোৰাজৰ

---

১০৭ সুকুমাৰ সেন— *বাংলা সাহিত্যেৰ ইতিহাস* ১/১পৃ° ১০৮

গীতৰ বিষয় বস্তু ইমানেই। বঙলা ব্ৰজবুলিৰ দ্বিতীয় পুৰাতন গীতটোৰ ৰচয়িতা হ'ল— ত্ৰিপুৰাৰ নৃপতি ধনমাণিক্যৰ (খ্ৰী° ১৪৯০-১৫২২) সভা কবি 'ৰাজপণ্ডিত' জ্ঞান[১০৮]। দূতীয়ে উদাসীন শ্ৰীকৃষ্ণক মানিনী ৰাধাৰ কাষলৈ উভতি যাবলৈ কৰা বিনয় বচনেই গীতটোৰ মূল কথা।

৯.৪১. চৈতন্য মহাপ্ৰভুৰ আবিৰ্ভাৱৰ পূৰ্বে পঞ্চদশ শতাব্দীত তিনিজন পদকৰ্তাৰ নাম পোৱা যায়— চণ্ডীদাস, মালাধৰ বসু আৰু মাধৱেন্দ্ৰ পুৰী। চৈতন্য পূৰ্ব চণ্ডীদাস জন বিশেষণহীন। মালাধৰ বসুৰ *শ্ৰীকৃষ্ণ বিজয়* প্ৰখ্যাত। মাধৱেন্দ্ৰ পুৰী শ্ৰীচৈতন্যৰ গুৰু ঈশ্বৰ পুৰীৰ গুৰু আছিল। ষোড়শ শতাব্দীৰ ভিতৰত ৰচিত পদাৱলীক সমীক্ষকসকলে বৈষ্ণৱ পদাৱলীৰ স্বৰ্ণ যুগ ৰূপে অংকিত কৰিছে। প্ৰখ্যাত সমালোচক ড° বিমান বিহাৰী মজুমদাৰ ডাঙৰীয়াই আলোচিত শতকৰ বৈষ্ণৱ পদাৱলী ৰচকসকলক পাঁচটা পৰ্বৰ অন্তৰ্ভূক্ত কৰাৰ প্ৰযত্ন কৰিছে এনেদৰে[১০৯] —

ক° প্ৰথম পৰ্ব : এই পৰ্বৰ কবি যশোৰাজ খান।

খ° দ্বিতীয় পৰ্ব : নিমাই পণ্ডিতৰ নৱ দ্বীপ লীলাৰ সহচৰ— মুৰাৰি গুপ্ত, নৰহৰি সৰকাৰ, গোবিন্দ ঘোষ, গোবিন্দ আচাৰ্য, ৰামনন্দ বসু, শিবানন্দ সেন, পৰমানন্দ গুপ্ত, বংশীবদন, যদুনাথ কবিচন্দ্ৰ, বলৰাম দাস আৰু শংকৰ ঘোষ।

গ° তৃতীয় পৰ্ব : শ্ৰীগৌৰাংগই সন্ন্যাস গ্ৰহণৰ পিছত যিসকল মহাজন প্ৰভুজনাৰ সংস্পৰ্শলৈ আহি পদ ৰচনাত প্ৰবৃত্ত হৈছিল, সেই সকলৰ ভিতৰত শ্ৰীৰূপ, ৰঘুনাথ গোস্বামী, অনন্ত দাস, দেৱকী নন্দন, নয়নানন্দ আৰু কানুৰাম দাস প্ৰখ্যাত।

ঘ° চতুৰ্থ পৰ্ব : মহাপ্ৰভুৰ তিৰোভাৱৰ পৰৱৰ্তী কালীন কিন্তু শ্ৰীনিবাস নৰোত্তম যুগৰ পূৰ্ববৰ্তী কবিসকলৰ ভিতৰত বৃন্দাৱন দাস, লোচন দাস আৰু কৃষ্ণদাস কবিৰাজ উল্লেখযোগ্য।

ঙ° পঞ্চম পৰ্ব : এই অন্তিম বৰ্গৰ কবিসকলৰ ভিতৰত শ্ৰীনিবাস আচাৰ্য আৰু তেওঁৰ শিষ্য গোবিন্দদাস কবিৰাজ, গোবিন্দ চক্ৰবৰ্তী, বীৰ হাম্বীৰ নৃসিংহদেৱ, নৰোত্তম ঠাকুৰ, বসন্তৰায়, বল্লভ দাস, চম্পতি আৰু শ্যামানন্দ অন্যতম।

৯.৪২. খ্ৰীষ্টীয় সপ্তদশ শতাব্দীক 'অনুবাদ আৰু আলংকাৰিক অনুসৰণৰ যুগ বুলি ধৰিব পাৰি[১১০]। এই শতকৰ কবিসকলৰ ভিতৰত বল্লভ, দিব্যসিংহ বলৰাম কবিৰাজ, যদুনন্দন কবিৰাজ উল্লেখযোগ্য। বঙলা ব্ৰজবুলি সাহিত্যৰ ক্ষেত্ৰত অষ্টাদশ শতাব্দীটো

১০৮ সুকুমাৰ সেন (সম্পা°)— *বিদ্যাপতি গীত সংগ্ৰহ*, পৰিশিষ্ট ক, পৃ° ক

১০৯ বিমান বিহাৰী মজুমদাৰ— *ষোড়শ শতাব্দীৰ পদাৱলী সাহিত্য*, পৃ° ৪

১১০ বিমান বিহাৰী মজুমদাৰ— *পাঁচ শত বৎসৰেৰ পদাৱলী*, পৃ° ১৯৩

'পদস্খলনৰ যুগ'[১১১]। এই শতাব্দীৰ কবিসকলৰ ভিতৰত শশিশেখৰ, চন্দ্ৰশেখৰ আৰু জগদানন্দৰ নাম একে উশাহতে ল'ব পাৰি। ষোড়শ শতাব্দীৰ পদকাৰসকলৰ পদাৱলীত প্ৰাপ্ত স্বাভাৱিক সৌন্দৰ্যৰ অভাৱ স্বীকাৰ কৰি লৈয়ো কাশিশেখৰ আৰু জগদানন্দৰ পদাৱলীত পৰিস্ফুট শব্দৰ লালিত্য, ভাষাৰ প্ৰাণময় সৌন্দৰ্য আৰু ছন্দৰ বৈচিত্ৰ্য তাৰিফ নকৰি উপায় নাই। উনবিংশ শতাব্দীৰ পদাকাৰসকলৰ ভিতৰত কৃষ্ণ কমল গোস্বামী, ৰঘুনন্দন গোস্বামী, অকিঞ্চন দাস, কমলাকান্ত দাস, প্ৰাণদাস, গদাধৰ প্ৰভৃতি উল্লেখযোগ্য। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ *ভানুসিংহের পদাবলী* (খ্ৰী ১৮৮৬) উনবিংশ শতাব্দীৰ বঙলা ব্ৰজবুলিৰ মধ্যমণি স্বৰূপ।

●●●

১১১ বিমান বিহাৰী মজুমদাৰ— ঐ, পৃ ২১৬

# দশম অধ্যায়

## ব্ৰজবুলি সাহিত্যৰ ভিন্ন দিশ

### ক° ব্ৰজবুলি সাহিত্যৰ ৰসতত্ত্ব

১০.০. *নাট্যশাস্ত্ৰকাৰ* ভৰত মুনিয়ে ৰসৰ সংজ্ঞা নিৰূপণ কৰিবলৈ গৈ কৈছে যে বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱৰ সংযোগত ৰস নিষ্পত্তি হয়[১]। *সাহিত্য দৰ্পণ*কাৰ বিশ্বনাথ কবিৰাজৰ মতে, কাব্যৰ ৰস বেদ্যান্তৰ সম্পৰ্ক শূন্য ব্ৰহ্মাস্বাদ সহোদৰ, স্ব প্ৰকাশ, অখণ্ড, চিন্ময়ানন্দ আৰু লোকোত্তৰ-চমৎকাৰ প্ৰাণ[২]। ধ্ৰুপদী আলংকাৰিকসকলৰ দৃষ্টিত ৰসৰ সংখ্যা হ'ল ন-শৃংগাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস, অদ্ভুত আৰু শান্ত[৩]। তেওঁলোকে ভক্তিক ৰসৰ সন্মানীয় আসন আগবঢ়াবলৈ টান পাইছিল। কিয়নো ভক্তি হ'ল দেৱাদি বিষয়ক ৰতি। গতিকে ৰতিভাৱৰ অন্তৰ্ভুক্ত গুণে ই ৰসতাৰ সৃষ্টি কৰিবলৈ অসমৰ্থ। খ্ৰীষ্টীয় ত্ৰয়োদশ শতাব্দীৰ মহাৰাষ্ট্ৰী পণ্ডিত বোপদেৱ গোস্বামীয়ে তেওঁৰ প্ৰখ্যাত *মুক্তাফল*গ্ৰন্থত বিষ্ণু ভক্তৰ লক্ষণাদি নিৰ্ণয় কৰিবলৈ গৈ ভক্তিক ৰসৰূপে স্বীকৃতি দি কয় ঃ এক ভক্তিৰসেই হাস্য, শৃংগাৰ, কৰুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস অদ্ভুত আৰু শান্ত এই ন প্ৰকাৰে আস্বাদিত হয় হেতুকেই ভক্তও ন বিধ[৪]। 'ব্যাসাদিৰ দ্বাৰা বৰ্ণিত বিষ্ণু অথবা বিষ্ণু ভক্তসকলৰ নব ৰসাত্মক চৰিত্ৰৰ শ্ৰৱণাদিৰপৰা হৃদয়ত যি চমৎকাৰিত্বৰ উদয় হয়', সেয়ে বোপদেৱৰ ভাবাত 'ভক্তিৰস'[৫]। শ্ৰীৰূপ গোস্বামীয়ে তেওঁৰ *ভক্তিৰসামৃত সিন্ধু*গ্ৰন্থত আলোচিত ৰসৰ সংজ্ঞা নিৰ্ধাৰণৰ প্ৰযত্ন কৰিছে এনেদৰে- 'শ্ৰৱণ-কীৰ্তন-স্মৰণ আদিৰ দ্বাৰা জাত স্থায়ী ভাৱ 'কৃষ্ণৰতি' বিভাৱ, অনুভাৱ, সাত্ত্বিক আৰু ব্যভিচাৰিভাৱৰ দ্বাৰা ভক্ত হৃদয়ত আস্বাদ্য অৱস্থালৈ আনিব পাৰিলেই সি ভক্তিৰসত

---

১ বিভাৱানুভাৱ ব্যভিচাৰি সংযোগাৎ ৰসনিষ্পত্তিঃ ।

২ সা৩/২

৩ সা৩/১৮৪

৪ ভক্তেৰ্দেৱাদি বিষয়া ৰতিত্বেন, ভাৱান্তৰ্গততয়া ৰসত্বানুপপত্তেৰিতি। — ৰস গংগাধৰ

৫ মুক্তাফল ১১/১ বৃত্তি

৬ ঐ ১১/১ বৃত্তি

পবিণত হয়[৭]। 'মনব সুখকব প্রিয় বস্তুত চিত্তব যি অনুবাগ, সেয়ে বতি বূপে স্বীকৃত'। বৈষ্ণব আলংকাবিকসকলে এই বতিব অর্থ সম্প্রসাবণ কবি 'কৃষ্ণ বতি'ত পবিণত কবিছে। 'কৃষ্ণবতি' লৌকিক নহয়— ই অলৌকিক। স্থায়িভাব কৃষ্ণবতিব (কৃষ্ণ বিষয়া বতিঃ) বিভাব দুপ্রকাব— আলম্বন আৰু উদ্দীপন। আলম্বন বিষয় শ্রীকৃষ্ণ, আধাব কৃষ্ণ ভক্ত ; কৃষ্ণব গুণ, চেষ্টা, প্রসাধন, বংশী, ক্ষেত্রাদি উদ্দীপন বিভাব আৰু নৃত্য, গীত, ক্রন্দন, দীর্ঘশ্বাস প্রভৃতি অনুভাব। স্তম্ভ, স্বেদ, বোমাঞ্চ, স্বৰভংগ, বেপথু, বৈবর্ণ্য, অশ্রু আৰু প্রলয় — এই আঠটা সাত্বিক আৰু নির্বেদ, বিষাদ, দৈন্য, হর্ষ, নিদ্রা, চাপল্য প্রভৃতিকে তেত্রিশটা ব্যভিচাবি ভাব।

১০.১. *ভক্তি বস* দুই প্রকাব— মুখ্য আৰু গৌণ ভক্তি বস। শান্ত, দাস্য, সখ্য, বাৎসল্য আৰু মধুব— এয়া হ'ল মুখ্য ভক্তি বসব পাঁচ-প্রকাব ভেদ[৮]। এই পাঁচ প্রকাব বসব ভিতবতত মধুব বা শৃংগাব অথবা উজ্জ্বল বসব স্থান তুংগ শীর্ষত। গৌণ ভক্তি বস সাত বিধ। যেনে— হাস্য, অদ্ভুত, বীব, করুণ, বৌদ্র, ভয়ানক আৰু বীভৎস।

ক° *শান্ত বস*— শান্ত বসব স্থায়ী ভাব 'শম' বতি । ঐকান্তিক কৃষ্ণ নিষ্ঠাই ইয়াব প্রাণ। বিষয় কামনা বিমুখ চিত্তব আত্ম সমর্পণ বেদনা এই বসব পদত প্রকাশ পায়। বিদ্যাপতিব 'মাধব বহুত মিনতি কবি তোয়' অথবা 'তাতল সৈকতে ববিবিন্দু সম' প্রভৃতি পদ এই বসব । গৌড়ীয় বৈষ্ণব সিদ্ধান্তত এই বসব সমাদব নাই।

খ° *দাস্য বস*— দাস্য বসব স্থায়ী ভাব সেবা। শান্ত বসব কৃষ্ণনিষ্ঠাব সৈতে এই বসব সেবা ভাবনাব মণি কাঞ্চন সংযোগ মনোবম। ইয়াক প্রীত ভক্তি বূপেও জনা যায়। সেবাব দ্বাবা শ্রীকৃষ্ণব প্রীতি বিধানব আকাঙ্ক্ষা প্রীত ভক্তব হৃদয়ত বর্তমান। 'দাস্য ভক্তব বতি হয় বাগ দশা অন্ত'— অর্থাৎ দাস্য বতিত বতি, প্রেম, স্নেহ, মান আৰু প্রণয়— এই কেইটা স্তব পোৱা যায়। শংকবদেৱ, মাধৱদেৱ, মীৰাবাঈ আৰু নবোত্তম দাসব বচনাত দাস্য ভক্তি বস পর্যাপ্ত পবিমাণব যদিও বংগীয় বৈষ্ণব পদাৱলীত ইয়াব প্রাধান্য নাইকিয়া।

গ° *সখ্য বস*— বূপ গোস্বামীয়ে এই বসক 'প্রেয়ো বস' আৰু জীৱ গোস্বামীয়ে 'মৈত্রী বস' বূপে চিনাক্ত কবিছে। ইয়াব স্থায়ি ভাব বিস্রম্ভ আৰু বিষয়ালম্বন শ্রীকৃষ্ণ। ভক্ত আৰু ভগৱানব সমতাবোধ এই বসব মূল কথা। শান্তব কৃষ্ণ নিষ্ঠা আৰু দাস্যব সেবাব লগত সংকোচহীনতাব সংগমেই সখ্য বস। গোষ্ঠ লীলা পর্যায়ব অনেকবিলাক গীত-মাত্রেই এই বসব অংগীভূত। গৌড়ীয় বৈষ্ণব সিদ্ধান্তত এই বস অপেক্ষাকৃত ভাবে প্রিয়। *চৈতন্য চবিতামৃত* কাবব ভাষাত, 'আপনাকে বড় মানে আমাকে

৭ *ভক্তিবসামৃত সিন্ধু*

৮ শান্ত দাস্য সখ্য বাৎসল্য মধুব নাম / কৃষ্ণ ভক্তিবস মধ্যে এপাঁচ প্রধান// চৈ' চৈ' মধ্য' ১৯/ অসমীয়া ব্রজবুলি সাহিত্যত শান্ত দাস্য ভাবব প্রাধান্য আছে। মধুব বসব শ্রেষ্ঠতা স্বীকাব নহয়।

সমহীন /সৰ্বভাৱে হই আমি তাহাৰ অধীন।।'

ঘ° *বাৎসল্য ৰস*— ইয়াৰ স্থায়ী ভাৱ 'অনুকম্পাৰূপা' কৃষ্ণ বিষয়ক বাৎসল্য ৰতি। আলম্বন— কৃষ্ণ, উদ্দীপন বিভাৱ— নবীন বয়স, স্মিতহাস্য প্ৰভৃতি। ইয়াত শান্তৰ কৃষ্ণ নিষ্ঠা, দাস্যৰ সেৱা, আৰু সখ্যৰ সমপ্ৰাণতাৰ সৈতে সংযোগ ঘটে লালন-পালন আৰু অনুগ্ৰাহ্যত্বৰ ভাৱধাৰাৰ। মাধৱদেৱৰ দাস্য ভাৱৰ গীতসমূহ সৌন্দৰ্যত অতুলনীয়। বলৰাম দাস আৰু দ্বিজ মাধৱৰ কেইটিমান পদত প্ৰকাশিত বাৎসল্য ভাৱৰ স্নিগ্ধতা পাহৰিব নোৱাৰা।

ঙ° *মধুৰ ৰস*— মধুৰ ৰসৰ স্থায়ী ভাৱ 'মধুৰ ৰতি'। বিষয়-আলম্বন নায়ক শ্ৰীকৃষ্ণ আৰু আশ্ৰয়-আলম্বন বিভাৱ হ'ল— কৃষ্ণৰ প্ৰেমিকাসকল। বংশীধ্বনি প্ৰভৃতি উদ্দীপন বিভাৱ। ইয়াৰ অন্যান্য নাম বোৰ হ'ল— 'শৃংগাৰ', উজ্জ্বল, কান্তা আৰু শুচিৰস। মধুৰ ৰস সকলো ৰসৰ ভিতৰত শ্ৰেষ্ঠ— 'ভক্তি ৰসৰাজ'। ৰামানন্দৰ কথাত 'কান্তা প্ৰেম সৰ্বসাধ্যসাৰ'। শান্তৰ নিষ্ঠা, দাস্যৰ সেৱা, সখ্যৰ সমপ্ৰাণতা, বাৎসল্যৰ লাল্যত্ব-পাল্যত্ব ভাৱনাৰ লগত একাত্মতাৰ মধুৰ মিশ্ৰণেই মধুৰ ৰস' (শান্ত-দাস্য-সখ্য-বাৎসল্য গুণ মধুৰেতে বসে')।

১০.২. *মধুৰ ৰতিৰ* প্ৰকাৰ ভেদ তিনিটা— সাধাৰণী, সমঞ্জস্যা আৰু সমৰ্থা। শ্ৰীকৃষ্ণৰ ৰূপ লাৱণ্য দৰ্শন কৰি তেওঁৰ লগত মিলিত হৈ আপোন ইন্দ্ৰিয় বৃত্তি চৰিতাৰ্থ কৰিবলৈ হৃদয়ত যি বাসনাৰ উদ্ৰেক হয়, সেয়ে 'সাধাৰণী'। কুব্জা ৰতি ইয়াৰ উদাহৰণ। কৃষ্ণৰ ৰূপ-লাৱণ্য-শ্ৰৱণৰ পিছত শাস্ত্ৰ সম্মত পৰিণয় বন্ধনৰ দ্বাৰা পাৰস্পৰিক সংগসুখ লাভৰ বাসনাপৰা যি ৰতি ভক্ত হৃদয়ত উদ্বুদ্ধ হয়, সেয়ে 'সমঞ্জস্যা'। দ্বাৰকাৰ ৰুক্মিণী-সত্যভামাৰ ৰতি এই পৰ্যায়ৰ। কৃষ্ণ ৰতি যাৰ হৃদয়ত স্বতঃসিদ্ধ কৃষ্ণ ভক্তিৰ সন্মুখত, যাৰ জাগতিক কামনা-বাসনা অতি তুচ্ছ-সেইজনৰ ৰতিয়ে 'সমৰ্থা'। ব্ৰজ গোপীৰ ৰতি এই পৰ্যায়ৰ। গতিকে ক'ব পাৰি, 'বৈষ্ণৱীয় শৃংগাৰ ৰসৰ বৃন্দাবন লীলাত স্থায়ী ভাৱ 'সমৰ্থা নামৰ মধুৰা,ৰতি 'নায়ক কৃষ্ণ, নায়িকা ৰাধা আৰু প্ৰতিনায়িকা চন্দ্ৰাৱলী'[৯]।

১০.৩. মধুৰ ৰস দুই প্ৰকাৰৰ— বিপ্ৰলম্ভ আৰু সম্ভোগ। নায়ক আৰু নায়িকাৰ যুক্ত বা অযুক্ত অৱস্থাত পৰস্পৰৰ অভীষ্ট আলিংগন আদিৰ অপ্ৰাপ্তিত যি ভাৱে দেখা দিয়ে তাক *বিপ্ৰলম্ভ* বোলে। ই সম্ভোগৰ উন্নতিকাৰক[১০]। বিপ্ৰলম্ভ বিনে সম্ভোগৰ পৰিপুষ্টি অসম্ভৱ। বিপ্ৰলম্ভৰ ভাগ চাৰিটা— পূৰ্বৰাগ, মান, প্ৰেম, বৈচিত্ৰ্য আৰু প্ৰবাস।

১০.৪. মিলনৰ পূৰ্বে দৰ্শন আৰু শ্ৰৱণাদিৰ দ্বাৰা যি ৰতিৰ উৎপন্ন হৈ

---

৯ মিত্ৰ, সেন, চৌধুৰী আৰু চক্ৰৱৰ্তী— (সম্পা°) বৈষ্ণৱ পদাৱলী, ভূ° পৃ° ১৭

১০ যূনোৰ্যুক্তয়োৰ্ভাবো যুক্তয়োৰ্বাথ যো মিথঃ।
অভীষ্টালিংগনাদীনাম বাপ্তৌ প্ৰকৃষ্যতে ।। উ°, শৃংগাৰভেদ, ৩

নায়ক-নায়িকাৰ চিত্ত উন্মীলিত কৰে অৰ্থাৎ বিভাৱাদিৰ মিশ্ৰণত আস্বাদযোগ্য হয়, পণ্ডিতসকলে তাকে পূৰ্বৰাগ বুলিছে[11]। নায়ক নায়িকা উভয়ৰে পূৰ্বৰাগ সম্ভৱ যদিও অলংকাৰ শাস্ত্ৰত জয়জয়তে নায়িকাৰ ক্ষেত্ৰতহে উপৰ্যুক্ত পৰ্যায়টি সম্ভৱ বুলি ধাৰ্য দিয়া দেখা যায়[12]। পূৰ্বৰাগ ৰতিৰ উন্মীলন ঘটে— দৰ্শন আৰু শ্ৰৱণৰ দ্বাৰা। দৰ্শন আকৌ তিনি প্ৰকাৰ— সাক্ষাৎ দৰ্শন, চিত্ৰ দৰ্শন আৰু স্বপ্ন দৰ্শন। বন্দী বা স্তুতিকাৰ, দূত, সখী, প্ৰভৃতিৰ মুখত শুনি বা গান শ্ৰৱণ কৰি নায়ক সম্পৰ্কে নায়িকাৰ পূৰ্বৰাগৰ সঞ্চাৰ হ'ব পাৰে।

১০.৫. পূৰ্বৰাগ তিনি প্ৰকাৰৰ— সাধাৰণ, সমঞ্জসা আৰু প্ৰৌঢ়। এই বিধ পূৰ্বৰাগৰ মূলত থাকে চৰিতাৰ্থৰ বাসনা। কুব্জাৰ পূৰ্বৰাগ ইয়াৰ নিদৰ্শন। সত্যভামা আৰু ৰুক্মিণীৰ কৃষ্ণ বিষয়ক ৰতি সমঞ্জসা পূৰ্বৰাগৰ অন্তৰ্গত। প্ৰৌঢ় পূৰ্বৰাগ উপৰ্যুক্ত দুয়োবিধ পূৰ্বৰাগতকৈ উচ্চ পৰ্যায়ৰ। প্ৰৌঢ় পূৰ্বৰাগৰ নায়িকাৰ দহোটা দশা উপস্থিত হয়— লালসা, উদ্বেগ, জাগৰ্যা, তানৱ, জড়িমা, বৈয়গ্ৰ্য, ব্যাধি, উন্মাদ, মোহ আৰু মৃত্যু[13]। পূৰ্বৰাগ লালসাত উৎপন্ন হৈ মত্যু দশাত চৰমসীমা পায়গৈ।

১০.৬. পৰস্পৰৰ প্ৰতি অনুৰক্ত আৰু একত্ৰ অৱস্থিত দম্পতিৰ অথবা নায়ক নায়িকাৰ বাঞ্ছিত আলিংগন আৰু বীক্ষণাদি অৰ্থাৎ পৰস্পৰে মুখলৈ চোৱা আদি কাৰ্যত যি মনোভাৱে বাধা দিয়ে নাইবা নিৰোধ কৰে, তাকে মান বোলে[14]। এই মানত নিৰ্বেদ, শংকা, অমৰ্ষ (ক্ৰোধ), চপলতা, গৰ্ব, অসূয়া, অৱহিত্থা (ভাৱগোপন), গ্লানি, চিন্তা প্ৰভৃতি সঞ্চাৰীভাৱ পৰিলক্ষিত হয়[15]। মানৰ উপবিভাগ দুটা— সহেতুক মান আৰু নিৰ্হেতু মান। ৰাধা বা চন্দ্ৰাৱলীক শ্ৰীকৃষ্ণই ছলনা কৰাৰ বলত কৃষ্ণপ্ৰেয়সী অভিমানিনী হ'লে তাৰ নাম সহেতু মান। সহেতু মানৰ উপাংগ হ'ল আঠটা— সখীমুখে শ্ৰৱণ, শুক মুখে শ্ৰৱণ, মুৰলী ধ্বনি শ্ৰৱণ, বিপক্ষ গাত্ৰত ভোগাংক দৰ্শন, প্ৰিয়জনৰ গাত ভোগচিহ্ন দৰ্শন, গোত্ৰ স্খলন, সপোনত দৰ্শন আৰু অন্য নায়িকাৰ সৈতে দৰ্শন। কোনো কাৰণ নথকাতো প্ৰেমৰ অতিশায্যৰ হেতু যি অভিমান পৰিস্ফুট হয় তাকে নিৰ্হেতু মান বোলে। পণ্ডিত সকলে প্ৰণয়ৰ পৰিনামক সহেতুক মান আৰু প্ৰণয়ৰ বিলাসজনিত বৈভৱক নিৰ্হেতু মান ৰূপে স্বীকৃতি দিয়াটো তাৎপৰ্যপূৰ্ণ। নিৰ্হেতু মানৰ পদত প্ৰেমৰ বৈচিত্ৰ্য অধিক মধুৰ। সাম, দান, ভেদ, নতি, উপেক্ষা আৰু ৰসান্তৰ— মানভঞ্জনৰ এই ছটা পদ্ধতিৰ কথা ৰস শাস্ত্ৰত বিবৃত হৈছে।

---

১১ ৰতিৰ্যা সংগমাৎ পূৰ্বং দৰ্শন শ্ৰৱণাদিজা।
তয়োৰুন্মীলতি প্ৰাজ্ঞৈঃ পূৰ্বৰাগ স উচ্যতে— উ°, শৃঙ্গাৰভেদ, ৫

১২ আদৌ বাচ্যঃ স্ত্ৰিয়া ৰাগ ; পশ্চাৎ পুংসস্তদিঙ্গিতৈঃ- সা°

১৩ উ° শৃংগাৰ ভেদ, ৯

১৪ দম্পত্যোৰ্ভাৱ একত্ৰ সতোৰপ্যনুৰক্তয়োঃ।
স্বাভীষ্টাশ্লেষ বীক্ষাদি নিৰোধী মান উচ্যতে ॥ উ°, স্থায়ী, ৭৩

১৫ উ°, শৃঙ্গাৰভেদ, ৩১

১০.৭. প্ৰেমৰ উৎকৰ্ষহেতু প্ৰিয়তমৰ ওচৰত থকা সত্বেও মনত যি বিচ্ছেদ ভয় জাগে তাকে *প্ৰেম বৈচিত্ৰ্য* বোলে[১৬]। 'ৰসকল্পবল্লী'ত প্ৰেম বৈচিত্ৰ্যৰ বৈশিষ্ট্য বৰ্ণাবলৈ গৈ কৈছে—

'দম্পতিৰ পৰস্পৰ প্ৰেমোৎকৰ্ষ হয়, অধিকাৰিকা সেই বিচাৰি নালয়।।

অঞ্চলে বান্ধিয়া বস্তু চাহি ফিৰে ফিৰে, কোলেতে থাকিয়া হয় বিচ্ছেদ অন্তৰে।।'

প্ৰেমৰ উৎকৰ্ষ আৰু এই উৎকৰ্ষৰ হেতু নিজৰ ভাগ্যৰ প্ৰতি আক্ষেপেই প্ৰেম বৈচিত্ৰ্যৰ মূল কথা। আন কথাত প্ৰেমিক-প্ৰেমিকাৰ অনুৰাগৰ কাষে কাষে বিৰহে হাতধৰী লিগিৰী হৈ ফুৰে। বৈষ্ণৱ পদাবলীত ইয়াকে *আক্ষেপানুৰাগ*ৰূপে চিহ্নিত কৰিছে। ৰূপ গোস্বামীৰ মতে, প্ৰেম বৈচিত্ৰ্য হেতু ৰাধাৰ মনত আঠোটি বিষয়ত আক্ষেপৰ সৃষ্টি হয়। সি বোৰ হ'ল— শ্ৰীকৃষ্ণৰ প্ৰতি আক্ষেপ, বিধাতাৰ প্ৰতি আক্ষেপ, কন্দৰ্পৰ প্ৰতি আক্ষেপ, নিজৰ প্ৰতি আক্ষেপ, সখীৰ প্ৰতি আক্ষেপ, দূতীৰ প্ৰতি আক্ষেপ, মুৰলীৰ প্ৰতি আক্ষেপ আৰু গুৰুৰ প্ৰতি আক্ষেপ।

১০.৮. পূৰ্ব মিলিত নায়ক-নায়িকাৰ দেশান্তৰ গমন জনিত ব্যৱধানেই প্ৰবাস[১৭]। প্ৰবাস অদূৰ আৰু সুদূৰ— এই প্ৰকাৰ হ'ব পাৰে। কালিয়-দমন, গোচাৰণ, নন্দ মোক্ষণ আৰু ৰাস উপলক্ষে শ্ৰীকৃষ্ণৰ অন্তৰ্ধান অদূৰ প্ৰবাসৰ নিদৰ্শন। আনহাতে বৃন্দাবন এৰি শ্ৰীকৃষ্ণই মথুৰালৈ কৰা গমনেই সুদূৰ প্ৰবাস। এই অংশ *মাথুৰ* ৰূপে পৰিচিত। মাথুৰ লীলা বিৰহৰ পালা। বিৰহৰ দশা দহোটা— লালসা চিন্তা, জাগৰ, উদ্বেগ, তানৱ (কৃশতা), প্ৰলাপ, উন্মাদ, ব্যাধি, মোহ আৰু মৃত্যু।

১০.৯. বৈষ্ণৱ কবিসকলে সম্ভোগ অথবা মিলনৰ ওপৰত বৰ বেছি গুৰুত্ব দিয়া নাই। সম্ভোগৰ সন্দৰ্ভত *উজ্জ্বল নীলমণি*ত কোৱা হৈছে— দৰ্শন আৰু আলিংগনাদিৰ আনুকূল্য হেতু নায়ক-নায়িকাৰ যি ভাবোল্লাস সেয়ে সম্ভোগ[১৮]। মুখ্য আৰু গৌণ ভেদে সম্ভোগ দুই প্ৰকাৰৰ। জাগ্ৰত অৱস্থাত হোৱা মিলনজনিত ভাবোল্লাসেই মুখ্য সম্ভোগ আৰু স্বপ্নাৱস্থাৰ কল্পমিলনৰ উল্লাসেই গৌণ সম্ভোগ। মুখ্য সম্ভোগৰ উপবিভাগ চাৰিটা - সংক্ষিপ্ত, সংকীৰ্ণ, সম্পন্ন, আৰু সমৃদ্ধিমান। সংক্ষিপ্ত সম্ভোগ হ'ল— পূৰ্বৰাগৰ পৰৱৰ্তী স্বল্পকালীন মিলনৰ উল্লাস। যি সম্ভোগত নায়িকাই সম্পৰ্ণ ৰূপে ধৰা নিদিয়ে, সেয়ে সংকীৰ্ণ সম্ভোগ। মানৰ পিছত এই সম্ভোগ সম্ভৱ হয়। অদূৰ প্ৰবাসৰ পিছত সম্পন্ন আৰু

---

১৬ প্ৰিয়স্য সন্নিকৰ্ষেঽপি প্ৰেমোৎকৰ্ষস্বভাবতঃ ।
যা বিশ্লেষধিয়াৰ্তিস্তৎ প্ৰেমবৈচিত্ত্যমুচ্যতে। উ°, প্ৰেমবৈচিত্ত্য, ৫৭

১৭ পূৰ্বসংগতয়োৰ্যূনোৰ্ভবেদ্দেশান্তৰাদিভিঃ ।
ব্যৱধানন্তু যৎ প্ৰাজ্ঞৈঃ স প্ৰবাস ইতীৰ্যতে ।। উ°, প্ৰবাস' ৬০

১৮ দৰ্শনালিংগনাদীনামানুকূল্যান্নিষেৱয়া।
যূনোৰুল্লাসমাৰোহন্ ভাবঃ সম্ভোগ ঈৰ্য্যতে।। উ°, সম্ভোগ, ৪

সুদূৰ প্ৰবাসৰ পিছত হয় সমৃদ্ধিমান সম্ভোগ। গৌণ সম্ভোগকো দুভাগত ভগোৱা হৈছে— সামান্য আৰু বিয়োগ।

## খ° ব্ৰজবুলি সাহিত্যৰ নায়িকা-ভেদ

১০.১০. অসমীয়া ব্ৰজবুলিক বাদ দি আন ব্ৰজবুলি সাহিত্যৰ এটি অতুজ্জ্বল দিশ হ'ল— নায়িকা-ভেদৰ চিত্ৰ স্নিগ্ধ ৰূপত ধৰা দিয়াটো। বৈষ্ণৱ পদাৱলী সাহিত্যৰ কথা বাদেই, সংস্কৃত আৰু প্ৰাকৃত সাহিত্যতো ভিন্ন প্ৰকাৰৰ নায়িকাৰ মনোগ্ৰাহী বৰ্ণনা পোৱা যায়। বৈষ্ণৱ আলংকাৰিকসকলে পূৰ্বসূৰীসকলৰ পদাংক অনুসৰণ কৰি নায়িকা-ভেদৰ নতুন সংজ্ঞা প্ৰদানত ব্ৰতী হোৱাটো তাৎপৰ্যপূৰ্ণ। ধনঞ্জয়ৰ *দশ ৰূপক* (২।১৪) আৰু বিশ্বনাথ কবিৰাজৰ *সাহিত্য দৰ্পণৰ* (৩।৬৮) দৰে *উজ্জ্বল নীলমণিতো* (নায়িকা-ভেদ, ৭) ৰূপ গোস্বামীয়ে নায়িকাক তিনি ভাগত ভগাইছে— স্বকীয়া, পৰকীয়া আৰু সামান্যা।

১০.১১. শান্ত স্বভাৱ সম্পন্না স্বকীয়া বা স্বীয়াৰ সন্দৰ্ভত বিশ্বনাথৰ সংজ্ঞা হ'ল— 'বিনয় সৰলতা আদি গুণেৰে বিভূষিতা, গৃহকৰ্মনিপুনা আৰু পতিব্ৰতা স্ত্ৰী'[১৯]। *উজ্জ্বল নীলমণিয়ে* উক্ত নায়িকাৰ সংজ্ঞা নিৰূপণ কৰিছে এনেদৰে— 'যি পাণি গ্ৰহণ বিধি অনুযায়ী প্ৰাপ্তা, পতিৰ আদেশ পালনত তৎপৰা আৰু পতি ব্ৰত্যধৰ্ম পালনত অবিচলা তেওঁকে স্বকীয় নায়িকা বোলে।' দ্বাৰকাত শ্ৰীকৃষ্ণৰ ষোল হাজাৰ এশ অঠজনী মহিষী আছিল। সেইসকল তেওঁৰ স্বকীয়া কান্তা। তেওঁলোকৰ ভিতৰত ৰুক্মিণী, সত্যভামা, জাম্বৱতী, কালিন্দী, শৈব্যা, ভদ্ৰা, কৌশল্যা আৰু মাদ্ৰী- এই আঠজনী শ্ৰেষ্ঠা। এই অষ্ট নায়িকাৰ ভিতৰতো ঐশ্বৰ্যত ৰুক্মিণী আৰু সৌভাগ্যত সত্যভামা শ্ৰেষ্ঠা। স্বকীয়া নায়িকাসকল আকৌ মুগ্ধা, মধ্যা আৰু প্ৰগল্‌ভা— এই তিনি ভাগৰ অন্তৰ্ভুক্ত[২০]। মুগ্ধা হ'ল— নৱবয়ঃ প্ৰাপ্তা, ৰতি বিমুখী আৰু ক্ৰোধৰ কালতো মৃদুস্বভাৱ সম্পন্ন[২১]। বিচিত্ৰ ৰতি ক্ৰীড়াত অভিজ্ঞা, গভীৰ কাম-উন্মাদনা, যৌৱনা, ঈষৎ প্ৰগল্‌ভ বচনা আৰু অলপ লাজ থকা স্বীয়া নায়িকাই মধ্যা[২২]। *ৰসকল্পদ্ৰুমৰ* ভাষাত, 'বিচিত্ৰ সুৰতা আৰু মত্ত যৌৱনা/ঈষৎ প্ৰগলভা আৰু লজ্জায়ে মধ্যমা।।' প্ৰগল্‌ভা হ'ল— যৌৱনৰ দ্বাৰা অন্ধ, প্ৰেমত উন্মত্ত, দয়িত লগ্না আৰু ৰতি আৰম্ভৰ আনন্দত নায়কৰ অংগেৰে বিলীয়মানৰ অভিলাষী[২৩]। মধ্যা আৰু প্ৰগল্‌ভা নায়িকা আকৌ তিনি প্ৰকাৰ— ধীৰা, অধীৰা আৰু ধীৰাধীৰা। কেতিয়াবা কেতিয়াবা উপৰিউক্ত দুপ্ৰকাৰ নায়িকাক জেষ্ঠা আৰু কনিষ্ঠা ৰূপেও বিভাজিত কৰা দেখা যায়।

১০.১২. অত্যধিক কৃষ্ণাসক্তি বশতঃ যি ৰমণীয়ে ইহলোক-পৰলোকৰ চিন্তা

---

১৯ সা/৩/৭০
২০ সা/৩/৭০
২১ দশৰূপক ২/১৪
২২ সা/৩/৭২
২৩ দশৰূপক ২/১৭

নকৰি কৃষ্ণৰ ওচৰত আত্মসমৰ্পণ কৰে, তেওঁ পৰকীয়া[২৪]। 'ৰাগে আত্ম সমৰ্পয় দুই লোক এই/ধৰ্মত গৃহীতা নোহে পৰকীয়া নাৰী।' এই নায়িকাৰ প্ৰকাৰ ভেদ দুই— কন্যা আৰু পৰোঢ়া। যি অবিবাহিতা বা কুমাৰী ব্ৰজবালা শ্ৰীকৃষ্ণৰ সৈতে প্ৰেমলীলাত ৰত হয়, সেই সকলেই কন্যা পৰকীয়া। আনহাতে যি সকল লৌকিক ভাবে আনৰ বিবাহিতা স্ত্ৰী হৈয়ো গোপনে কৃষ্ণ প্ৰেমত অনুৰক্তা আৰু পৰম মাধুৰ্য ৰসত আনন্দদায়িনী, সেই সকলেই পৰোঢ়া পৰকীয়া। গৌড়ীয় বৈষ্ণৱ সাধনা মতে, পৰকীয়া নায়িকাৰ সৈতে ৰতি সম্ভোগত যি আনন্দ মাধুৰ্য পোৱা যায় তাৰ তুলনা নাই। বিধি নিষেধৰ সকলো বাধা অতিক্ৰম কৰি আকুল আগ্ৰহ আৰু অসীম ধৈৰ্যেৰে আগবাঢ়ি পৰকীয়া ৰতি আস্বাদন কৰিব লাগে বাবেই ইয়াৰ ৰাসোৎকৰ্ষ আৰু সকলো ৰসানুভূতিতকৈ প্ৰশস্ত[২৫]। পৰোঢ়া নায়িকা তিনি প্ৰকাৰ— সাধনপৰা, দেৱী আৰু নিত্যপ্ৰিয়া। শ্ৰীৰাধা, চন্দ্ৰাৱলী, বিশাখা, ললিতা প্ৰভৃতি হ'ল নিত্যপ্ৰিয়া। এই নিত্যপ্ৰিয়াসকলেই দেৱী ৰূপে বৃন্দাবনত জন্ম গ্ৰহণ কৰিছিল। অবস্থাভেদে পৰোঢ়া নায়িকা সকলকো মুগ্ধা, ধীৰ মধ্যা, অধীৰ মধ্যা, ধীৰাধীৰা মধ্যা, ধীৰ প্ৰগল্‌ভা, অধীৰ প্ৰগল্‌ভা, ধীৰাধীৰা প্ৰগলভা— এই সাত ভাগে গণ্য কৰা চকুত পৰে।

## ১০.১২. নায়িকাৰ অষ্টাৱস্থা

প্ৰেমলীলাৰ বিভিন্ন পৰ্যায়ত অবস্থাভেদে নায়িকাসকলক আঠ ভাগত ভগোৱা হৈছে— অভিসাৰিকা, বাসকসজ্জা, উৎকণ্ঠিতা, বিপ্ৰলব্ধা, খণ্ডিতা, কলহান্তৰিতা, প্ৰোষিতভৰ্তৃকা আৰু স্বাধীন ভৰ্তৃকা[২৬]।

## ক° অভিসাৰিকা নায়িকা

যি নাৰীয়ে কামাৰ্ত হৈ কান্তৰ কাৰণে গমন কৰে অথবা কান্তক লৈ আহে, তেওঁ অভিসাৰিকা ৰূপে পৰিচিত[২৭]। বিশ্বনাথ কৰিবাজৰ সংজ্ঞা একে ধৰণৰ : 'মদন পৰৱশ হৈ যি ৰমণী নিজে প্ৰিয়ৰ ওচৰলৈ যায় অথবা প্ৰিয়ক নিজৰ কাষলৈ অনায় তেওঁকে জ্ঞানীসকলে অভিসৰিকা বুলি কয়' (*সা*° ৩।২৮) ৰূপগোস্বামী কৃত *উজ্জ্বল নীলমণিত* আছে— অভিসাৰিকা জ্যোৎস্না বা অন্ধকাৰ ৰাতি বগা বা কলা ৰঙৰ কাপোৰেৰে গা ঢাকি অভিসাৰ কৰে। শুক্লপক্ষত শুভ্ৰবসন পৰিহিতা নায়াকাক 'জ্যোত্মাভিসাৰিকা' আৰু কৃষ্ণপক্ষত কলা কাপোৰেৰে গা ঢাকি যোৱা অভিসাৰিকাক কোৱা হয়

---

২৪ ৰাগেনৈবাৰ্পিতাত্মানো লোকযুগ্মানপেক্ষিণা।
ধৰ্মেনা স্বীকৃতা যাস্ত পৰকীয়া ভৱন্তি তাঃ ।। উ°, কৃষ্ণবল্লভা, ৬

২৫ উ°, কৃষ্ণবল্লভা, ৭

২৬ ভৰত *নাট্যশাস্ত্ৰ* ২৪/২১০-১১, অভিসাৰিকা বাসকসজ্জা উৎকণ্ঠিতা / বিপ্ৰলব্ধা খণ্ডিতা আৰু কলহান্তৰিতা // স্বাধীন ভৰ্তৃকা আৰ প্ৰোষিত ভৰ্তৃকা এই অষ্ট নায়িকা ৰসতন্ত্ৰেতে উক্তিল ।। —ৰস

২৭ কামাৰ্তাভ্যেতি সবেৎ কান্তং সাৰয়েদ্ যাহ ভিসাৰিকা।— দশৰূপক ২/২৫

তমোহভিসাৰিকা[28]। পীতাম্বৰ দাসে তেওঁৰ *ৰসমঞ্জৰী* গ্ৰন্থত অভিসাৰিকাক আঠোটা উপবিভাগত ভগাই কৈছে—

> সেই অভিসাৰ হয় পুন আঠ প্ৰকাৰ/ জোৎস্নী তামসী বৰ্ষা দিবা অভিসাৰ।
> কুজ্ঝটিকা তীৰ্থযাত্ৰা উন্মত্তা সঞ্চৰা/গীত পদ্য ৰসশাস্ত্ৰে সৰ্বজনোৎকৰা।।

(ক) জ্যোৎস্নাভিসাৰিকা— মল্লিকা আভৰণ আৰু চন্দন চৰ্চিতা ৰাধাই শুভ্ৰবস্ত্ৰ পৰিধান কৰি জোৎস্না অভিসাৰত পাৰি দিয়ে। বিদ্যাপতি ঠাকুৰৰ 'আজ পূৰ্ণিমা তিথি জানি মোয়ে ছলিহু', ৰায় ৰামানন্দৰ 'চিকুৰ তৰংগক কেশ পটলনিৰ্' (*জগন্নাথ বল্লভ নাট* ৪।৫১), গোবিন্দদাসৰ 'কুন্দ কুসুমে ভৰু কৰবিক ভাৰ' অথবা কবিশেখৰৰ 'কুন্দ কুমুদ গজমোতিম হাৰ' প্ৰভৃতি জ্যোৎস্নাভিসাৰৰ অত্যুজ্জ্বল নিদৰ্শন।

(খ) তিমিৰাভিসাৰিকা— কলা অগৰুৰে মুখ বিচিত্ৰা, অংগত নীল নিচোল পৰিহিতা ৰাধাই চন্দ্ৰালোক পৰিহাৰ কৰি কৃষ্ণপক্ষত অভিসাৰৰ পদ পেলায়। *সদুক্তি কৰ্ণামৃতত* কেইবাটাও প্ৰাচীন তিমিৰাভিসাৰিকাৰ শ্লোক সমুচ্চিত হৈছে। কবিৰাজ গোবিন্দদাসৰ 'নীলিম মৃগমদে অনু অনুলেপন' 'নীলিম হাৰ উজোৰ' (*পদকল্পতৰু* ৭।৯৮৯) নাইবা 'কি কৰব মৃগমদ লেপনে তোৰ' অথবা বিদ্যাপতিৰ 'কহ কহ সুন্দৰি নকৰ বেআজ' পদত তিমিৰাভিসাৰিকা ৰাধাৰ যি বৰ্ণনা চিত্ৰিত হৈছে, তাৰ তুলনা বিৰল।

(গ) দিবা অভিসাৰিকা— প্ৰাচীন ভাৰতীয় সাহিত্যত দিবাভিসাৰৰ কবিতাৰ অভাব নাই। *সদুক্তি কৰ্ণামৃত* (২।৬৩।৩, ২।৬৩।৪), *প্ৰাকৃত পৈঙ্গলম্* (নং ১৯৩), *গাহা সত্তসঈ* (৬।৫১, ৬।৫৯) আদিত উদ্ধৃত দিবাভিসাৰৰ শ্লোক-গীতাদিৰ কথা এই খিনিতে স্মৰণযোগ্য। অৱশ্যে সেই কবিতাই লৌকিক গণ্ডী অতিক্ৰম কৰিব পৰা নাই। আনহাতে বৈষ্ণব পদাৱলীৰ দিবাভিসাৰৰ পদাৱলীৰ ব্যঞ্জনা গভীৰ। ই লৌকিকতাৰ দ্বাৰ খুলি অলৌকিক ভগৱৎ প্ৰেমৰ চিন্ময় মাধুৰ্য প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত জয়জয়তে মনলৈ আহে গোবিন্দদাসৰ 'গগনহি নিমগন দিনমণি কাঁতি/লখই না পাৰিয়ে কিয়ে দিন ৰাতি' (*পদকল্পতৰু* ১২।৯৯৪), অথবা 'মাথঁ হি তপন তপত পথ বালুক আতপ দহন বিথাৰ' (*পদকল্পতৰু* ২২।১০০৪)ৰ কথা।

(ঘ) বৰ্ষাভিসাৰিকা— বৰ্ষাভিসাৰ দুৰ্দিনাভিসাৰৰ নামান্তৰ। কবি কালিদাসৰ *মেঘদূত* বৰ্ষাভিসাৰৰ বৰ্ণনাৰে ভাস্বৰ। বিদ্যাপতি ঠাকুৰৰ দৰ্গম দুখ-সাধনাৰ ইংগিতে বাহী 'গগন সঘন মহি পংকা বিঘিনি বিথাৰত উপজয় শংকা', গোবিন্দদাসৰ 'গগনহি নিগমন দিনমণি কাঁতি', 'মন্দিৰ বাহিৰ কঠিন কবাট' (*পদকল্পতৰু* ৯৮০) আৰু 'অম্বৰে ডম্বৰু ভৰু নব মেহ' (*পদ কল্পতৰু* ৬৪২), অথবা ৰায় শেখৰৰ 'গগনে অব মেহ দাৰুণ সঘনে দামিনী ঝলকই' (*পদ কল্পতৰু* ৯৮৪) বৰ্ষাভিসাৰৰ চিত্ত স্পৰ্শী পদৰ সুন্দৰ নিদৰ্শন।

---

২৮ উ', নায়িকা ভেদ, ৩৯

**(ঙ) কুজ্‌ঝটিকা—** 'আজু ভেল ভাল কুজ্‌ঝটি আন্ধিয়াৰ/অযতনে ধনিক ভেলি অভিসাৰ' কবি চন্দ্ৰশেখৰৰ 'কমিনী নাহি হৰি যামিনি জাগল' কুজ্‌ঝটি অভিসাৰৰ সুন্দৰ নমুনা।

**(চ) তীৰ্থযাত্ৰাভিসাৰিকা—**(গ্ৰহণাদি উপলক্ষে গা ধোৱা, দেৱ দৰ্শন কৰা আদিৰ ছলে অভিসাৰ)

'আজু তিনি যোগ পাওল পুণ্যবান/সবহু চলন তিথি কালিন্দি সিনান //

বিদগ্ধ নাগৰ ৰসিক মুৰাৰি/নিৰভয়ে তোয়ো মিলন বৰনাৰী //' (ৰস°)

**(ছ) উন্মত্তা—** যেতিয়া নায়িকাৰ আগ-পিছ ভাবিবৰ অৱকাশ নাথাকে— বংশী ধ্বনি শুনি বলিয়াৰ দৰে ঘৰৰ বাহিৰলৈ ধাৱমান হয়, তেতিয়াই তেওঁ উন্মত্তা নাম পায়[২৯]। গোবিন্দদাসৰ পদত ইয়াৰ সুন্দৰ নিদৰ্শন আছে।

**(জ) সঞ্চৰাভিসাৰিকা—**সঞ্চৰাভিসাৰিকাও বলিয়াৰ দৰে ঘৰৰপৰা ওলাই যায়। 'নিজ অংগেৰ বেশ কৰিতে না পাৰে। ভুজে নূপুৰ দেই কংকণ পদে ধৰে।' (*ৰস°*) বৈষ্ণৱ পদাৱলীৰ অভসাৰৰ আধ্যাত্মিক ব্যঞ্জনা হ'ল— ভক্তৰ দ্বাৰা ভগৱানৰ অবাৰিত অনুসন্ধান। এই অনুসন্ধানৰ পথ পংকিল, শংকিল, কণ্টকাকীৰ্ণ আৰু তমসাচ্ছন্ন। পিছে সাধনাক বিপদ শংকুল পথেদি বিৰাম বিহীন ভাৱে আগ বঢ়াৰ পিছত বাঞ্ছিতৰ সৈতে মিলন হোৱাৰ লগে লগে পথত অত দিনে পাই অহা সমস্ত বেদনা আনন্দলৈ ৰূপান্তৰিত হয়। পৰম তৃপ্তিত তনু মন হৈ পৰে ৰোমাঞ্চিত। অভিসাৰৰ সাৰ্থকতা এইখিনিতে।

## ১০.১৩. বাসকসজ্জিকা

*নাট্যশাস্ত্ৰকাৰ* ভৰত মুনিৰ মতে, উপযুক্ত বাস গৃহত যি নাৰী সুৰত সম্ভোগৰ লালসাত আনন্দিত হৈ সুসজ্জিত হৈ থাকে, তেওঁৰ নাম বাসকজ্জা (মণ্ডনং কুৰুতে হৃষ্টা সা বৈ বাসকসজ্জিকা-২৪।২১২) ধনঞ্জয়ৰ মতেও প্ৰিয় সমাগমৰ সম্ভাৱনাত যি নাৰীয়ে নিজকে সজ্জিত কৰে, তেওঁ বাসসজ্জিকা ৰূপে পৰিচিতা[৩০]। *সাহিত্য দৰ্পণত* আছে— 'প্ৰিয় মিলন হ'ব বুলি জানিব পাৰি যি নায়িকাই বাসভৱন সুসজ্জিত কৰায় আৰু নিজেও প্ৰসাধন আদি সম্পন্ন কৰে, সেই নায়িকাক বাসকসজ্জা ৰূপে জনা যায়[৩১]। ৰূপ গোস্বামীৰ ভাষাত, নিজৰ অৱসৰ অনুযায়ী প্ৰিয়তম আহিব— এই ভাবি যিয়ে নিজৰ দেহ আৰু বাস গৃহ সুসজ্জিত কৰে, তেঁৱে বাসকসজ্জিকা[৩২]। বিদ্যাপতিৰ পদত আছে—

---

২৯ মুৰলীৰ নাদ যব শুনই শ্ৰৱণে/উন্মত্তা হইয়া নায়ক মিলনৌ //
বিভূষণ হইয়া নিঃসংক চলি যায়/বাট পাড় লম্পট নাহি ভায় // ৰস°

৩০ *দশৰূপক* ২/২৩ ৩১ *সা*৩/৭১

৩২ স্বৱাসক বশাৎ কান্তে সমেষ্যতি নিজং বপুঃ।
সজ্জী কৰোতি গেহঞ্চ যা সা বাসকসজ্জিকা ।। উ°. কল্যাৰ
প্ৰকাৰভেদ ৪২

ৰাধাই সখীসকলৰ সহযোগত কুঞ্জগৃহ সজাই নিজকে মণ্ডিত কৰি ভাগ্যৈস্যালি কাটি থৈ শ্ৰীকৃষ্ণৰ বাবে অপেক্ষা কৰিছে। পিছে কৃষ্ণ নাহিল। নায়িকাৰ অন্তৰ ব্যথাৰে উপচি পৰিল—

'শংখ কৰ চুৰ বসন কৰ দুৰ তোড়হ গজমতি হাৰ ৰে।
পিয়া যদি তেজল কি কাজ শৃংগাৰে জমুনা পুলিনে সব ডাৰ ৰে।।'
নৰহৰি দাসৰ পদৰ মাজত থকা 'বাসকসজ্জা'ৰ বৰ্ণনা এনেধৰণৰ ঃ
'ধিক ৰহ নাৰীৰ যৌৱনে । পিৰীতি কৰয়ে শঠ সনে।
যাৰ লাগি প্ৰাণ সাদা ঝুৰে। ফিৰিয়া না চাহে সেই মোৰে।।'
চণ্ডীদাসৰ 'বাসকসজ্জা'ৰ সৌন্দৰ্যও কম নহয় ঃ
'বন্ধুৰ লাগিয়া সেজ বিছাইলু গাথিলু ফুলেৰ মালা।
তাম্বুল সজালু দীপ উজাৰলু মন্দিৰ হইল আলা।।

বাসকসজ্জিকা নায়িকা আঠ প্ৰকাৰ— মোহিনী, জাগ্ৰতী, ৰোদিতা, মধ্যোক্তিকা, সুপ্তিকা, প্ৰগল্‌ভা, সুৰসা আৰু উদ্দেশা। পীতাম্বৰ দাসে প্ৰতিবিধৰ পৰিচয় দিছে এনেদৰে—

(ক) মোহিনী (সুবেশ ধাৰিনী) সজ্জা কৰি মোহিনী ৰহে সখীৰ সহিতে/শ্ৰীকৃষ্ণকে কৰিবে মোহ অনুমানে চিতে //

(খ) জাগ্ৰতী (প্ৰতীক্ষাত জাগ্ৰতা)—

নিজ অংগেৰে ভুষা কৰি কৰে জাগৰণ/উঠে বসে দ্বাৰে যাই কৰে নিৰীক্ষণ//

(গ) ৰোদিতা (ৰোদন পৰায়ণা)—

বিলাপ কৰিয়া ধনি কৰয়ে ৰোদন/অন্তৰে হৰ্ষ হইলা নায়কেৰ মিলন//

(ঘ) মধ্যোক্তিকা (কান্ত আহি প্ৰিয় বাক্য ক'ব এই প্ৰতীক্ষা)—

কানন ধনি কৰে পৰিষ্কাৰ/নিজ গুণ গৰিমা কিছু কৰএ বিস্তাৰ //
নায়ক আইলে সেমতে কৰিব মিলন/মনে কত আশা কৰে কেলি স্মৰণ//

(ঙ) সুপ্তিকা (কপট নিদ্ৰাযুক্তা)—

কুসুম শয়ানে মকুতাপাত শয়নে উল্লাস/সখী সংগে কৰে সদা হাস পৰিহাস//

(চ) প্ৰগল্‌ভা (= চকিতা)—

প্ৰগল্‌ভা একাকী ৰহে কুঞ্জেতে বসিয়া/নায়ক আসিবে বলি উলসিত হিয়া।

(ছ) সুৰসা (সংগীত পৰায়ণা)—

বিলম্ব দেখিয়া কিছু কৰে অনুবাদ/দূতী পাঠাইয়া আনে নায়ক সংবাদ।।

(জ) উদ্দেশা (দূতী প্ৰেৰণকাৰী)—

নায়কেৰ উদ্দেশ্য নিজ সখীৰে পাঠায়/নানা উপাচাৰ কৰি মংগল গায়//

## ১০.১৪. উৎকণ্ঠিতা—

'বহু কামত ব্যাপৃত থকা হেতু যাৰ প্ৰিয়জন নাহে আৰু অন্য গমন হেতু দুঃখিতা যি, তেওঁ বিৰহোৎকণ্ঠিতা' (ভৰত *নাট্যশাস্ত্ৰ*২৪ /২১৩) দায়িতৰ বিলম্ব হেতু বিৰহ পীড়িত ভাৱেই উৎকণ্ঠিতা কিংবা বিৰহোৎ কণ্ঠিতা। *সাহিত্য দৰ্পণ* কাৰে কৈছে— 'মিলনৰ বাবে আহিবলৈ সংকেত প্ৰকাশ কৰিও যাৰ প্ৰিয়তম দৈৱবশতঃ আহিব নোৱাৰে, প্ৰিয়ৰ অনাগমনত দুঃখাৰ্তা সেই ৰমণীয়ে বিৰহোৎকণ্ঠিতা নায়িকা[৩৩]। উজ্জ্বল *নীলমণি*ৰ মতে, নিৰপৰাধ প্ৰিয়তম বহু পৰলৈ সংকেত থলীলৈ নহা গুণে যি নায়িকা উৎসুকা হয় তেৱেঁ উৎকণ্ঠিতা[৩৪]। উৎকণ্ঠিতা কান্ত পথ কৰে নিৰীক্ষণ// কতক্ষণে হইবে নায়ক মিলন//' জয়দেৱৰ *গীত গোবিন্দ*ৰ এটি পদত ৰাধাৰ উৎকণ্ঠাই ব্যঞ্জনাঘন ৰূপ পৰিগ্ৰহ কৰিছে এনেদৰে— 'কথিত সময় অতিবাহিত হ'ল— হৰি নাহিল হ'লে। মোৰ এই অমল ৰূপ যৌৱন অথলে গ'ল। সখীসকলে মোক বঞ্চনা কৰিছে। হায় মই কাৰ শৰণ লওঁ' (৭।১৩) জ্ঞানদাসৰ এটি আঠ শাৰীৰ গীতত উৎকণ্ঠিতা নাৰীৰ চিত্ৰটি কেনে সুন্দৰ ভাৱে পৰিস্ফুট হৈছে, তাৰ চাৰলগীয়া—

কি লাগি গৌৰ মোৰ/নিজ ৰসে ভেল ভোৰ/অৱনত কৰি মুখ/ভাৱয়ে

পুৰুব দুখ/বিহি নিকৰুণ ভেল/আধ নিশি বহি গেল/জ্ঞানদাস

কহে গোৰা/নিজ ৰসে ভেল ভোৰা—ভক ৩১২

বড়ু চণ্ডীদাসৰ *শ্ৰীকৃষ্ণ কীৰ্তন*ৰ অন্তৰ্গত বিৰহখণ্ডৰ 'মেঘ আন্ধাৰী আতি ভয়ংকৰ নিশী' শিৰ্ষক পদাৱলীত শ্ৰীকৃষ্ণৰ বাবে অধীৰ অপেক্ষাৰতা ৰাধাৰ বিৰহোৎকণ্ঠা চিত্ত স্পৰ্শী ৰূপত প্ৰকাশ পোৱাটোও উল্লেখযোগ্য। এই বিধ নায়িকাৰো আঠবিধ উপবিভাগ আছে— দুৰ্মতি (কিয়নো খলৰ কথা বিশ্বাস কৰিলোঁ, এই চিন্তাত ব্যথিত), বিকলা (পৰিত্যাগ মুক্তা), স্তব্ধা (চিন্তিতা), উচ্চকিতা (গছৰ পাত সৰাত, পখীৰ পাখি জোকাৰাত কান্ত আহিছে— এই আশাত চকিতা), অচেতনা (দুঃখাভিভূতা), সুৰোৎ কণ্ঠিতা (কৃষ্ণ ধ্যান মুগ্ধা), মুখৰা (দূতীৰ সৈতে কলহ পৰায়ণা) আৰু নিৰ্বন্ধা (মোৰ কৰ্ম দোষত কান্ত নাহিল মই আৰু জীয়াই নাথাকোঁ এনে খেদোক্তি) ক্ৰমান্বয়ে দুৰ্মতিৰ ঠাইত আছে উন্মত্তা।

---

৩৩ সা ৩/৯৮

৩৪ উ°নায়িকাভেদ ৭১

## ১০.১৫. বিপ্ৰলব্ধা

কথা দি নায়ক ঠিক নাহিলে অভিমানিনীক কোৱা হয় বিপ্ৰলব্ধা[৩৫]। বিশ্বনাথ কবিৰাজে 'সাহিত্য দৰ্পণ'ত কৈছে— 'পূৰ্বে সংকেত দিও যদি প্ৰিয়তম প্ৰিয়তমাৰ কাষলৈ নাহে, তেন্তে নিতান্ত অৱমানিতা সেই নায়িকাক বিপ্ৰলব্ধা কোৱা হয়'[৩৬]। উজ্জ্বল চন্দ্ৰিকাত আছে—

'সংকেত কৰিয়া যায় পতি নাহি মিলে/দুঃখিত হৃদয়া তাৰে বিপ্ৰলব্ধা বোলে।' এই অৱস্থাত নায়িকাৰ নিৰ্বেদ, চিন্তা, খেদ, অশ্ৰুপাত, মূৰ্চ্ছা আৰু দীৰ্ঘ নিশ্বাস চিৰ লগৰীয়া। বিপ্ৰলব্ধাৰ ভেদ আঠটা— বিকলা; প্ৰেমমত্তা, ক্লেশা, বিনীতা, নিৰ্দয়া, প্ৰখৰা, দূত্যালবা ভীতা। পীতাম্বৰ দাসে 'বিকলা'ৰ স্থলত 'নিৰ্বন্ধা' শব্দৰ প্ৰয়োগ কৰিছে। বিদ্যাপতিৰ ৰচনাত বিপ্ৰলব্ধা নায়িকাৰ চিত্ত প্ৰমথী বৰ্ণনা পোৱা যায়— 'যুৱতীৰ আশা নিষ্ফল হ'ল। হৰি হৰি হৰি ৰাতি হৰিক এৰি দূতী ফিৰি নাহিল। অন্ধকাৰৰ মাজতেই অভিসাৰলৈ সাজিছোঁ। এতিয়াও সময় পাৰ হৈ যোৱা নাই। আৰতিৰ বেলা যদিহে মিলন ঘটে, তেন্তে ক্ষণিক সুখো লক্ষ গুণ ৰূপে বিবেচিত হ'ব— 'হৰি হৰি হৰি ৰাতি তেজ হৰি পলটলি নাহি দূতী। সাজি অভিসাৰা পাড় আঁধিয়াৰা উগি জনু জা যোৱা। আৰতি বেৰা জএল হো মেৰা লাখ গুণ সুখ থোৱা।' ৰায়শেখৰৰ বিপ্ৰলব্ধা ৰাধাৰ কাকন্যাও হৃদয় স্পৰ্শী—

'কপাল উপৰে সিন্দূৰ বিন্দু অধৰে কাজৰ দেখি।
হিয়াৰ মাঝাৰে যাবকেৰ ৰেখা নখচিহ্ন আছে সাখি।।'

কবি জ্ঞানদাসে বিপ্ৰলব্ধা নায়িকাৰ ছবিখনি মাধো'ন এডালি ৰেখাৰেই স্পষ্ট কৰিছে এনেদৰে—

'বিফলে সজায়লু কুঞ্জ। কী ফল উপচাৰ পুঞ্জ।।
কী ফল অহ্ন সমীপ। উজোৰলু ৰতন প্ৰদীপ।।'

চণ্ডীদাসৰ ৰাধাই কৃষ্ণ আহিব বুলি সুন্দৰকৈ বিচনা সজাই ফুলৰ মালা গাঁথি তাম্ৰোল পাণ ঠুৰিয়াই চাকি-বন্তিৰে কোঠটো আলোকমণ্ডিত কৰি ৰাখিলে যদিও তেওঁৰ সকলো প্ৰযত্ন অথলে গ'ল—"সই পাছে এসব হইবে আন/সে হেন নাগৰ গুণেৰ সাগৰ কাহে না মিলন কান।'

## ১০.১৬. খণ্ডিতা

প্ৰেমিকে অন্য ৰমণীৰ সম্ভোগ চিহ্ন ধাৰণ কৰি কাষলৈ আহোঁতে যি নায়িকাৰ অন্তৰ ঈৰ্ষাত বিকৃত হৈ পৰে তেওঁকেই খণ্ডিতা নায়িকা বুলি পণ্ডিতসকলে

---

৩৫ বিপ্ৰলব্ধোক্ত সময়ম প্ৰাপ্তেহতি বিমানিতা।— দশৰূপক ২/২৫

৩৬ সা' ৩/৯৫

কয়[৩৭]। *উজ্জ্বল নীলমণি*ত আছে, সময় পাৰ হৈ যোৱাৰ পিছতো যেতিয়া নায়ক কুঞ্জলৈ নাহি আনৰ সৈতে ৰাতিটো কটাই দেহত সম্ভোগৰ চিহ্ন লৈ প্ৰিয়াৰ আগত হাজিৰ হয়, তেতিয়াহে নায়িকাৰ খণ্ডিতা অৱস্থা হয়[৩৮]। 'আন্যেৰ সম্ভোগ চিহ্ন কৰিয়া ধাৰণ/আসে প্ৰাতে প্ৰিয় যাৰ— খণ্ডিতা সে জন[৩৯]। 'নিশান্তে অতি ক্ৰোধান্তৰে ৰয়/ হেন কালে নায়কেৰ আগমন হয়// কান্তেৰ অংগেতে দেখি ভোগ চিহ্ন যত/অধৰ মলিন ৰাংগা নয়ন বেকত/[৪০] খণ্ডিতা নায়িকাৰ সাধাৰণতে ৰোষ, নিঃশ্বাস, মৌনভাৱ প্ৰভৃতি প্ৰকাশ পায়। প্ৰিয়জনৰ সৈতে মিলন হোৱাৰ অদম্য আশা বুকুত বান্ধি উজাগৰী নিশা এটি অতিবাহিত কৰাৰ পিছত জয়দেৱৰ খণ্ডিতা নায়িকা ৰাধাই কৃষ্ণক তিৰস্কাৰ কৰি কৈছে— 'যোৱা নিশা উজাগৰে থকাৰ ফলত তোমাৰ চকুযুৰি ঢুলঢুলীয়া হৈ পৰিছে। ৰসালসত অৰ্ধ নিমীলিত চকু যুৰিৰ এই আৰক্তিমা অন্য নায়িকাৰ প্ৰতি তোমাৰ অনুৰাগৰ অভিব্যক্তি। হৰি হৰি! মাধৱ তুমি যোৱা, মিছা কোৱা দৰকাৰ নাই। পুণ্ডৰীকাক্ষ! যিয়ে তোমাৰ দুখ দূৰ কৰিব পাৰে, তেওঁৰে ওচৰলৈ যোৱাগে[৪১]। বিদ্যাপতিৰ খণ্ডিতা ৰাধায়ো একে সুৰতেই কৃষ্ণক তিৰস্কাৰ কৰি ক'বলৈ পাহৰা নাই— 'সেই নাৰীৰ চকুৰ কাজল তোমাৰ ওঁঠে চুৰি কৰিছে। তোমাৰ ওঁঠৰ ৰক্তিমা চকুযুৰিয়ে চুৰি কৰি নিলে। বদন আৰু বসনো কিমান সময় লুকুৱাব পাৰি? কপটতা ধৰা পেলাবলৈ তিলমাত্ৰো সময়ো নালাগে—

'নয়ন কাজৰ তুঅ অধৰ চোৰাঅল নয়নে চোৰাওল ৰাগে।
বদন বসন তব লুকাওব তিলা এক কৈতব লাগে।।'[৪২]

কবি ৰায় শেখৰৰ ৰাধায়ো বিদ্যাপতিৰ দৰেই কৃষ্ণক তিৰস্কাৰ কৰি কৈছে—

'ভালে বিৰাজিত সিন্দুৰ ৰেখ/মুকুৰ কৰে কৰি দেখ পৰতেক//
লোহিত লোচন পংকজ ভৌতি/মলিন ভয়ো তুয়া অধৰহি কাঁতি[৪৩]//

জ্ঞানদাসৰ খণ্ডিতা ৰাধাই আৰু এখোজ আগবাঢ়ি ব্যঞ্জনাময় ভাষাৰে কৈছে—

'নয়নক কাজৰ অধৰক শোভা/ৰাহি ৰাখল অলি অতি মধুলোভা।।
আজু ৰাসৰ অতি শ্যামৰ অংগ/যতনে গুপুত ৰহ যামিনি ৰংগ।।'[৪৪]

চণ্ডীদাসৰ খণ্ডিতা ৰাধায়ো ৰাসকেলি ৰাগত কৃষ্ণক ভৰ্ৎসনা কৰিবলৈ এৰা নাই—

---

৩৭ সা' ৩ ৮৮; ভৰতৰ মতে, ব্যাসংগ হেতু যথোচিত বাসস্থানলৈ যাৰ প্ৰিয়জন নাহে, সেই অনাগমন দুখী নাৰী খণ্ডিতা নাৰী নামে অভিহিত হয়— *নাট্যশাস্ত্ৰ* ২৪।২১৬

৩৮ উ' কান্তাৰ প্ৰকাৰভেদ, ৪৫

৩৯ পীতাম্বৰ দাস— *ৰসমঞ্জৰী*

৪০ *ৰসকলিকা*

৪১ *গীত গোবিন্দ* ১৭।১

৪২ *বৈষ্ণৱ পদাৱলী* পৃ' ৯৯

৪৩ ঐ, পৃ' ৩২৫

৪৪ ঐ, পৃ' ৪০৫

'চাচৰ কেশৰ চিকণ চূড়া সে কেন বুকেৰ মাঝে।
সিন্দূৰৰ দাগ আছে সৰ্ব গায় মোৰা হ'লে মৰি লাজে।।'[45]

খণ্ডিতা নায়িকা আঠ প্ৰকাৰ— নিন্দয়া (কান্তক নিন্দাকাৰিণী),

(১) 'সাক্ষাতে নিন্দা কৰে নায়ক পেখিয়া/
ধিক্ ধিক্ ভৰ্ৎসনা কৰে লাজ তেয়াগিয়া//

(২) ক্ৰোধা (অনুনয় ৰত কান্তক তিৰস্কাৰকাৰিণী)
'ক্ৰোধ কৰি ৰহে নায়িকা নায়ক সাক্ষাতে।'

(৩) ভয়ানকা (কান্তক সিন্দূৰ-কজ্জল মণ্ডিত দেখি ভীতা)
'নায়কৰ সব অংগ বীভৎসে লিখিয়া/
আপন দোষে ভয় পায় লজ্জা লাগিয়া//

(৪) প্ৰগল্ভা (কান্তৰ সৈতে কলহ পৰায়ণা)
'নায়কে দেখিয়া সেই নায়িকা কলহ/
স্তুতি নিন্দা আদি যত সোলুণ্ঠন কয়ে'//

(৫) মধ্যা (অন্য নায়িকাৰ সম্ভোগ চিহ্নত লজ্জানতা)
'নায়কৰ অংগ দেখি ক্ৰোধে কিছু ভাসে/
আইলা শংকৰদেৱে পূজাৰ অভিলাসে।'

(৬) মুগ্ধা (ৰোষ বাষ্প মৌনা)
'মুগ্ধা খণ্ডিতা গৰিমা নজানে/ঠমকি হাসে নায়ক বিদ্যমানে।'

(৭) ৰোদতা (ক্ৰোধা কিন্তু ৰোদন পৰায়ণ)
'অন্তৰে মহাক্ৰোধ বাহিৰে নিবাৰে/দুই এক কয় কোপ পৰিহাৰে'//

(৮) প্ৰেমমত্তা (= সন্তপ্তা; কান্তৰ অংগত ভোগ চিহ্ন দেখি তাপযুক্তা)
'প্ৰমত্তা নায়িকা কিছু কহয়ে না জানে/
ক্ৰোধ কৰি বাক্য কহে নায়ক বিদ্যমানে//'[46]

## ১০.১৭. কলহান্তৰিতা

খণ্ডিতা অৱস্থাত প্ৰিয়তমক উপেক্ষা কৰি অনুতাপ কৰা নায়িকাই কলহান্তৰিতা[47]। উজ্জ্বল নীলমণিৰ মতে, যি নায়িকাই সখীসকলৰ সন্মুখত প্ৰিয়তমক ত্যাগ কৰি পিছত অনুতাপ কৰে, তেওঁকে কলহান্তৰিতা (কাজিয়াকপৰা পাছত অনুতপ্ত) বোলে।

৪৫ ব্ৰ' গী' পৃ' ৪৫

৪৬ খণ্ডিতা নায়িকাৰ উপবিভাগৰ সংজ্ঞাসমূহ [illegible] পৰা লোৱা।

৪৭ সা' ৩।৯৪ ; [illegible] মতে (২৪।২।১৫) [illegible]
[illegible]

যা সখীনাং পুৰঃ পাদ পতিতং বল্লভং ৰুষা।
নিৰস্য পশ্চত্তপতি কলহান্তৰিতা হি সা।।

ইয়াৰ প্ৰচেষ্টা-প্ৰলাপ, সন্তাপ, গ্লানি আৰু দীৰ্ঘ-নিঃশ্বাস ত্যাগ[৪৮]। ৰূপগোস্বামীক অনুসৰণ কৰি শচীনন্দনে লিখিছে—

'খণ্ডিতা হইয়া কৰে পতিৰ তাড়ন/পশ্চাতে তাপ পায় অনুক্ষণ।। প্ৰলাপ, নিঃশ্বাস, গ্লানি, সন্তাপিত মন/কলহান্তৰিতা তাৰে কহে কবিগণ//' বিদ্যাপতি ঠাকুৰৰ কলহান্তৰিতা নায়িকাই সখীক কৈছে, সখি। মোৰ অজ্ঞানতাৰ কথা কি কম? গোটেই ৰাতিটো মানেৰে কটালোঁ। যেতিয়া মন মোৰ প্ৰসন্ন হ'ল, তেতিয়া নিদাৰুণ সুৰুয উদয় হ'ল। গুৰুজনে সাঁৰ পালে। তেতিয়ানো কেলি কৰা সম্ভৱনে? দেহ ঢাকিবলৈ মই আকুল হ'লোঁ। অতি চতুৰ হ'বলৈ গৈ বুৰ্বক হ'লোঁ। লাভৰ লোভত লোকচানহে খালোঁ—

'অধিক চতুৰপন ভেলাহু অয়ানী/লাভকে লোভে মুলহু ভেল হানী।'[৪৯] প্ৰণয়কুপিতা ৰাধাই শ্ৰীকৃষ্ণৰ সৈতে কাজিয়া কৰি তেওঁক প্ৰত্যাখ্যান কৰা সজীৱ চিত্ৰ চণ্ডীদাসে আঁকিছে এনেদৰে—

না এস না এস বঁধু আংগিনাৰ কাছে।
তোমাৰ দেখিলে মোৰ ধৰম যাব পাছে।।[৫০]

গোবিন্দদাসৰ ৰাধাই দুখেৰে সখীহঁতক শুনাইছে— 'প্ৰেমত অন্ধ হৈ মই পোনতে ভাবিবই পৰা নাছিলোঁ যে কৃষ্ণ একমাত্ৰ মোৰে নহয়— তেওঁ বহুবল্লভ। আদৰ খোৱাৰ আশাত তেওঁৰ সৈতে কাজিয়া কৰি এতিয়া দিনে ৰাতি দগ্ধ হৈছোঁ—

'আকুল প্ৰেম পহিলে নাহি জানলো সো বহুবল্লভ কান।
আদৰ সাধে বাদ কৰি তা সঞে অহনিশি জলত পৰাণ।।'[৫১]

গোবিন্দদাসৰ আন এটা গীতত কলহান্তৰিতা নায়িকাৰ মৰ্মবেদনা প্ৰকাশ পাইছে এনেদৰেঃ 'ৰোসে দোখলু পিয়া বিনি অপৰাধে/না জানিয়ে এত কি পড়ব পৰমাদে।'[৫২] জ্ঞানদাসৰ ৰাধাই অভিমান কৰি কৃষ্ণক খেদি পঠাই চকুলো বৰ্ষাৰ প্লাৱন আনিবলৈ বাধ্য হৈছে—

'আঁচৰে মুখ-শশী গোই ঘন ৰোয়সি কহইতে কহল না ভুৰ।
সো গিৰিবৰধৰ অনত চলল জনু মিলন বহু দূৰ।।
সখি হে কো ঐছন মতি দেল।'[৫৩]

---

৪৮ উ°, কন্যাৰ প্ৰকাৰভেদ, ৮৭

৪৯ বৈ°, পৃ° ১০০

৫০ [illegible] ৩১১ ৫১ [illegible], পৃ° ৩৭

৫২ [illegible] ৩।২১০ ৫৩ ব্ৰ° গী°, পৃ° ৫

কলহান্তৰিতা নায়িকাৰ প্ৰকাৰ ভেদ আঠটা— ক° আগ্ৰহ্য (আগ্ৰহযুক্ত নায়কক কিয়নো উপেক্ষা কৰিলোঁ), খ° ক্ৰুদ্ধা বা বিকলা (পদ পতিত দায়িতক কিয়নো দুৰ্বাক্য প্ৰয়োগ কৰিলোঁ), গ° ধীৰা (পাদ পতিত চেনাইকে নেদেখোঁ, কিনো জুয়ে লগা চকু), ঘ° অধীৰা (সখী তিৰস্কৃতা), ঙ° কুপিতা (কান্তৰ মিথ্যা ভাৱণ স্মৰণত কোপযুক্তা), চ° সমা (যিয়ে ভাবে অকল কান্তৰ দোষ নহয়— দূতীৰ, মোৰ নিজৰ আৰু ভাগ্যৰ দোষতহে দুখ পালোঁ), ছ° মৃদুলা বা মহৰা (পৰিতাপে ৰোদন পৰায়ণা) আৰু জ° বিধুৰা (সখীৰ প্ৰবোধ দানত আশ্বস্তা)।

## ১০.১৮. প্ৰোষিতভৰ্ত্তৃকা

নায়ক প্ৰবাসত থকা কালত যেতিয়া বিৰহিনী নায়িকাৰ অৱস্থা বৰ্ণোৱা হয়, তেতিয়া সেই নায়িকাক প্ৰোষিত ভৰ্ত্তৃকা বুলি জনা যায়। 'দূৰং দেশং গতে কান্ত ভৱেৎ প্ৰোষিত ভৰ্ত্তৃকা'। এই অৱস্থাত নায়িকাৰ ভাব— প্ৰিয়নাম কীৰ্ত্তন, দৈন্য, কৃশতা, জাগৰণ, মালিন্য, অনাসক্তি, জাড্যাতা আৰু চিন্তাদি। *উজ্জ্বল চন্দ্ৰিকাত* এই বিধ নায়িকাৰ সবিশেষ পোৱা যায়—

'দূৰ দেশে পতি গেলে নাৰীৰ দুঃখ হয়/প্ৰোষিত ভৰ্ত্তৃকা পদে তাহাকে কহয়//
প্ৰিয়সংকীৰ্ত্তন, জাড্য, অংগেৰ মালিন্য/ক্ষীণ অংগে চিন্তা অস্থিৰ জাগৰণ দৈন্য//
প্ৰলাপাদি চেষ্টা প্ৰোষিত ভৰ্ত্তৃকাৰ/প্ৰিয়েৰ আগতি চিন্তা কৰে বাৰ বাৰ//"

প্ৰবাস দুই প্ৰকাৰ— বুদ্ধি পূৰ্ব্বক আৰু অবুদ্ধি পূৰ্ব্বক। কাৰ্যজ প্ৰবাস বুদ্ধি গুণে ইয়াৰো তিনিটা উপবিভাগ আছে— ভাৱী প্ৰবাস, ভৱন্ প্ৰবাস আৰু ভূত প্ৰবাস[৫৪]।

ক° ভাৱী প্ৰোষিতভৰ্ত্তৃকা ঃ— নায়ক বিদেশলৈ যোৱাৰ সংবাদ শুনাৰ পিছত নায়িকাৰ যি অৱস্থা হয় সেয়ে ভাৱী প্ৰোষিতভৰ্ত্তৃকাৰ অৱস্থা।

'নায়ক বিদেশে যাবে শুনিয়া সুন্দৰী।
সহচৰী সংগে নানা বিলাপন কৰি।।'

খ° ভৱন প্ৰোষিতভৰ্ত্তৃকা ঃ— নায়ক বিদেশলৈ গৈছে— বিচ্ছেদ ইতিমধ্যেই সংঘটিত হৈছে, মিলনৰ আশা সুদূৰ পৰাহত— এনে অৱস্থাৰ নায়িকাই ভৱন্।

'কৃষ্ণ গোকুল হইতে মথুৰা চলিলা।
অনুতাপ কৰে গোপী বিদৰয়ে হিয়া।।'

গ° ভূত প্ৰোষিতভৰ্ত্তৃকা ঃ— নায়ক প্ৰবাসলৈ যোৱা বহুদিন হ'ল। এতিয়াও প্ৰত্যাবৰ্ত্তন কৰা নাই। এনে অৱস্থাৰ নায়িকাৰ বৰ্ণনাই ভূত প্ৰোষিতভৰ্ত্তৃকা।

'নানা প্ৰলাপ কৰে কৰিয়া বিলাপে।
কি বলিতে কিবা কৰে বুঝিতে না পাৰে।।'[৫৫]

---

৫৪ স্থ° ৩।২১০

৫৫ কালক্ৰমিক পৰা সংকলনৰ দিয়া হৈছে।

ওপৰৰ তিনি বিধ প্ৰোষিতভৰ্তৃকাৰ উপৰি আৰু পাঁচ বিধ নায়িকাৰ নাম পোৱা যায়— দশদশা (চিন্তা, জাগৰণ, উদ্বেগ, কৃশতা, জড়তা, প্ৰলাপ, ব্যাধি, উন্মাদ, মোহ আৰু মৃত্যু), দূত সংবাদ (উদ্ধাবাদিৰ মুখে) বিলাপা (বিলাপ পৰায়ণা), সখ্যুক্তিকা (যাৰ সখি কান্তৰ কাৰণে গৈ বিৰহ বেদনা নিবেদন কৰে) আৰু ভাৱোল্লাসা (ভাব সন্মিলনত উল্লাসিতা)

বিদ্যাপতিয়ে ৰাধাক ভৱন-ভৰ্তৃকাৰ সাজত সজাবলৈ গৈ গাইছে 'হৰি কি মধুপুৰলৈ গ'ল? আজি গোকুল শূণ্য। পিঞ্জৰাত শুক পখীয়ে কান্দিছে। ধেনুবোৰ মথুৰামুখে ধাৱমান হৈছে। এতিয়া সেই যমুনাৰ পাৰত গোপ-গোপী নুফুৰে'—

'হৰি কি মথুৰাপুৰ গেল। আজু গোকুল সুন ভেল।
ৰোদতি পিঞ্জৰ সুকে। ধেনু ধাৱই মাথুৰ মুখে।।[56]

বসন্ত কাল সমাগত। প্ৰিয় পৰদেশত। এতিয়া যদি গৈ কানুক খবৰ দিয়া হয়, তেন্তে তেওঁ আহিব পাৰে— এনে মোৰ আশা। এনে সুখৰ কালত সেই মোৰ প্ৰিয় কাৰ সৈতে বিলাস কৰিব— এই কথা কোনে তেওঁক ক'ব— এই বুলি বিদ্যাপতিয়ে ভূত বিৰহৰ বৰ্ণনা দিবলৈ এৰা নাই— ইহ সুখ সময় সেহো মধু নাহ/কা সয় বিলসব কে কহ তাহ//[57] প্ৰোষিতভৰ্তৃকা ৰাধাই অঙুলি মূৰত দিন গণি গণি কৰিব কথাতঃ 'দিৱস লিখি লিখি নখৰ খোয়াওলু বিছুৰল গোকুল নাম।' কানু আহিব আহিব বুলি আশা পালি থকা ৰাধাৰ আশা লতা শুকাই গ'ল। পিছে চন্দ্ৰকিৰণত যদি নলিনী জীৰ্ণ হয়, বসন্ত মাহত কি কৰিব? সূৰ্য সন্তাপত যদি অংকুৰ দগ্ধ হয় তেন্তে জল ভৰা মেঘত কি কৰিব? এই নব যৌৱন যদি বিৰহতেই কটাব লাগে তেন্তে প্ৰিয়ৰ প্ৰেম লৈ কি কৰিব?—

'অংকুৰ তপন তাপ জনি জাৰব কি কৰিব বাৰিদ মেহে।
ইহ নৱযৌৱন বিৰহ গোঙায়ব কি কৰব সে পিয়া নেহে।।[58]

বৰ্ষাকাল সমাগমৰ লগে লগে জ্ঞানদাসৰ প্ৰোষিত ভৰ্ত্ৰী নায়িকাই বিৰহৰ জ্বলনত থ'ব নোৱাৰি চিএৰি উঠিছে—

কানু ৰহল পৰদেশ/জলদ সময় পৰবেশ//
দামিনী দশ দিশ ধাব/নিকৰুণ কান্ত না আব//[59]

মধু ঋতু বসন্ত সমাগমৰ লগে লগে গোবিন্দদাসৰ প্ৰোষিতভৰ্ত্ৰী নায়িকাৰো বিৰহাৱস্থা বৰ্ণনাৰ অতীত—

'হৃদয় বিদাৰত মনমথ বাণ/কো জানে কাহে ৰহত দুই প্ৰাণ//
কানু বিৰহানল যব যাহ্য গোয়/কঠিন শৰীৰ তব নাহি হোয়//[60]

---

৫৬ বৈঃ৭ [57] প্ৰাগুক্ত গ্ৰন্থ পৃ ১৩২
৫৮ প্ৰাগুক্ত গ্ৰন্থ পৃ ১৩৭ ৫৯ ব্ৰ'গী পৃ ৫৬
৬০ ঐ পৃ ৬৪০

## ১০.১৯. স্বাধীন ভৰ্তৃকা

নায়ক যি নায়িকাৰ প্ৰেমত বশীভূত হৈ তেওঁৰ কতৃত্ব স্বীকাৰ কৰে, সেই নায়িকা স্বাধীন ভৰ্তৃকা ৰূপে পৰিচিতা। ভৰতৰ *নাট্য শাস্ত্ৰত* পোৱা যায়— 'সুৰত ক্ৰিয়াৰ অতিসুখ হেতু যাৰ প্ৰিয়জন কাষত থাকে, আমোদযুক্তা সেই নাৰী স্বাধীন ভৰ্তৃকা' (২৪।২১৪) *সাহিত্য দৰ্পণ*কাৰে লিখিছে— 'ৰতিগুণত আকৃষ্ট হৈ প্ৰিয়তম যাৰ কাষৰপৰা কেতিয়াও আঁতৰি থাকিব নোৱাৰে আৰু যি নাৰী বিচিত্ৰ বিলাসৰ প্ৰতি অনুৰাগিনী— তেৱেঁ স্বাধীন ভৰ্তৃকা।'[৬১] আলংকাৰিক ৰূপ গোস্বামীয়ে এই বিধ নায়িকাৰ সন্দৰ্ভত কৈছে— দয়িত যি নায়িকাৰ অধীন হৈ সততে সমীপত থাকে, সেই নায়িকা স্বাধীন ভৰ্তৃকা[৬২]। জলকেলি, বনবিহাৰ, কুসুম চয়ন প্ৰভৃতি তেওঁলোকৰ প্ৰচেষ্টা। *ৰসমঞ্জৰী*য়ে অলপ বহল ভাৱে নায়িকাৰ লক্ষণ বৰ্ণাইছে এনেদৰে—

স্বাধীন ভৰ্তৃকা কহে নায়কেৰ পাশে।
নায়ক যে বশ হয় তাহাৰ প্ৰেমবসে।।
যখন যে কহে নায়ক তাহাতে অনুকূল।
সকল নায়িকা হৈতে হএ বহুমূল।।'

স্বাধীন ভৰ্তৃকাৰ বেশ বিচিত্ৰ আৰু উজ্জ্বল ; মুখমণ্ডল আনন্দতে দ্যুতিমান আৰু সৌন্দৰ্যৰ অতিশায্যত উদ্দীৰ্ণ (*নাট্যশাস্ত্ৰ*২৪।২২৪).

এই নায়িকা আঠ প্ৰকাৰ— কোপনা, মানিনী, মুগ্ধা, মধ্যা, উৎকা, উল্লাসা, অনুকূলা আৰু অভিষেকা। বিলাস কালত ভিতৰি ভিতৰি আনন্দিতা হৈয়ো বাহিৰত খং দেখুৱা নায়িকা *কোপনা*। নায়কৰ দেহত নিজে কৰা বিলাস চিহ্ন চাই মান কৰা নায়িকা *মানিনী* ৰূপে পৰিচিতা। নায়কে যি নায়িকাৰ চুলিবান্ধি দিয়ে তেওঁ মুগ্ধা। নায়ক যাৰ ওচৰত কৃতজ্ঞ তেওঁ মধ্যা। সমীচীন উক্তি কাৰিণী উৎকা কিম্বা সযুক্তিকা। কান্তৰ ব্যৱহাৰত উল্লাসিতা হোৱা জনী *উল্লাসা* বা *সোল্লাসা*। নায়ক যাৰ প্ৰতি অনুকূল তেওঁ *অনুকূলা*। যি নায়িকাৰ নায়কে অভিষেক কৰি চামৰ ব্যঞ্জনাদি কৰে তেওঁ *অভিষেকা* বা *অভিষিক্তা*। কবি নৰোত্তম দাসৰ স্বাধীনভৰ্তৃকা ৰাধাৰ 'নাগৰ কানে' তাম্বোল সজাই দিয়া, শিৰৰ সেওঁতাত সেন্দুৰ পিন্ধাই দিয়া, বেণী গুথি কুচযুগত কুংকুম সংযোগ কৰি দিয়া প্ৰভৃতিৰ চিত্ত প্ৰমথী বৰ্ণনা পোৱা যায়—

'চিকুৰে কনাওল বেণি ললীত, কুংকুম কুচ যুগে কজ্জল কীত।
যাবক লেখল যাবুল চৰণে, তাঁবুল দিয়াই লেওল অধু পৰণে।।'[৬৩]

গোপালদাসৰ এটি পদত শ্ৰীকৃষ্ণই ৰাধাৰ বেশ ৰচনা কৰাৰ দৃশ্যটি চমৎকাৰ:

---

৬১ দ° ৩।৮৭ ৬২ উ° নীলমণি, ৯১
৬৩ বৈ° প° ৪৪৮

বসন ভূষণ দেই অংগ সজায়ত পিন্ধায়ল নীল দুকূল।
গোপাল দাস পহু মন ভূলল নিজ গুণে ভেল অনুকুল।।[৬৪]

বলোৰাম দাসৰ পদতো উপৰ্যুক্ত ভাৱৰ প্ৰতিধ্বনি শুনা যায়—

বসন পৰাইতে মুগধল নাগৰ থাম্বি ৰহল যব নাহ।
তব দিঠি কুঞ্চিত ৰংগ দেবি সখি তঁহি বলৰাম মুখ চাহ।।[৬৫]

১০.২০. অষ্ট নায়িকাৰ অষ্ট বিভাগ সূক্ষ্ম মনস্তত্ত্বৰ ওপৰত প্ৰতিষ্ঠিত। বিদ্যাপতিয়ে প্ৰাক্ চৈতন্য যুগৰ অলংকাৰ মন্থন কৰি তাৰপৰা অমৃত চয়নেৰে পদাৱলী আলোক-উজ্জ্বল কৰি তুলিছিল। গোবিন্দদাস কবিৰাজ, ৰাধামোহন ঠাকুৰ, নৰহৰি চক্ৰৱৰ্তী আদিয়ে *উজ্জ্বল নীলমণিৰ* আলোকত নায়িকা ভেদৰ চিত্ৰ অংকন কৰিছিল যদিও ৰূপ গোস্বামীৰ নিৰ্দেশনাৰ বাহিৰতো বহুখিনি পদ ৰচিত নোহোৱা নহয়[৬৬]।

## গ° ব্ৰজবুলি সাহিত্যৰ নায়ক-ভেদ

১০.২১. বৈষ্ণৱ ৰস সাহিত্যৰ নায়িকা বহু হ'লেও নায়ক এজন। সেই জন হ'ল গুণৰ আকৰ স্বৰূপ শ্ৰীকৃষ্ণ। স্বকীয় আৰু পৰকীয় ভেদে নায়ক কৃষ্ণ কেতিয়াবা হয় পতি, কেতিয়াবা উপপতি। নিখিল নায়ক চুড়ামণি কৃষ্ণৰ ভক্ত-ভক্তি ভেদে অধিকাৰিক প্ৰকাশ তিনি প্ৰকাৰঃ পূৰ্ণতম, পূৰ্ণতৰ আৰু পূৰ্ণ। গোকুলত তেওঁ পূৰ্ণতম, মথুৰাত পূৰ্ণতৰ আৰু দ্বাৰকাত পূৰ্ণৰূপে ব্যক্ত। গুণভেদে নায়ক চাৰিবিধ— ধীৰোদাত্ত ধীৰ ললিত, ধীৰ প্ৰশান্ত আৰু ধীৰোদ্ধত।

(১) ধীৰোদাত্ত— ধনঞ্জয়ৰ মতে, 'ধীৰোদাত্ত নায়ক হ'ল— মহাসত্ত্ব, অতি গম্ভীৰ প্ৰকৃতি, ক্ষমাবান, আত্ম প্ৰচাৰত বিমুখ, স্থিৰ নিগ্য, [illegible]হংকাৰী আৰু দৃঢ়ব্ৰত কোনো ব্যক্তি'[৬৭] শ্ৰীকৃষ্ণ ধীৰোদাত্ত নায়কৰ নিদৰ্শন।

(২) ধীৰ ললিত—ৰূপ গোস্বামীৰ দৃষ্টিত বিদগ্ধ, নৱযুবা, পৰিহাস বিশাৰদ আৰু নিশ্চিন্ত প্ৰকৃতিৰ নায়কেই ধীৰ ললিত, এওঁলোক প্ৰায়ে প্ৰেয়সীৰ প্ৰেমানুসাৰে বশৱৰ্তী হয়[৬৮]। কন্দৰ্প ইয়াৰ উত্যুজ্জ্বল নিদৰ্শন। *নাট্যশাস্ত্ৰকাৰ* ভৰতে নৃপতিমণ্ডলীক এই শ্ৰেণীৰ নায়কৰ অন্তৰ্ভুক্ত কৰিছে[৬৯]।

(৩) ধীৰ প্ৰশান্ত— যি নায়ক শান্ত প্ৰকৃতিৰ, ক্লেশ সহিষ্ণু, বিবেচক, বিনয়াদি গুণবান,তেৱেঁ ধীৰ প্ৰশান্ত[৭০]। ব্ৰাহ্মণ আৰু বণিকসকল হ'ল এই শ্ৰেণীৰ নায়ক[৭১]।

---

৬৪ বৈ° পৃ° ৭৭৫ ৬৫ বৈ° পৃ° ৭৫১

৬৬ বিমান বিহাৰী মজুমদাৰ — *পাঁচশত বছৰেৰ পদাৱলী ভূমিকা*, পৃ° ১৬

৬৭ দশৰূপক ২/৪ ৬৮ উ° নায়ক ভেদ, ৬

৬৯ নাট্যশাস্ত্ৰ ৩৪/১৮ ৭০ উ° নায়ক ভেদ, ৬

৭১ নাট্যশাস্ত্ৰ ৩৪/১৯

(৪) ধীৰোদ্ধত— অতিশয় দৰ্প আৰু মাৎসৰ্য সমন্বিত, মায়া ছদ্ম পৰায়ণ, অহংকাৰী চঞ্চল আৰু চণ্ড স্বভাৱৰ ব্যক্তিক ধীৰোদ্ধত নায়ক কোৱা হয়[১২]। ৰূপ গোস্বামীয়ে উপৰ্যুক্ত চাৰিবিধ নায়কক সম্বন্ধ আৰু সংযোগ অনুসাৰী দুটা ভাগত ভগাইছে— পতি আৰু উপপতি। যিয়ে বিধিমতে কন্যাৰ পাণি গ্ৰহণ কৰে, তেওঁ পতি আৰু ইহলোক, পৰলোক তথা পাপ-পুণ্যৰ ভয় নাৰাখি অনুৰাগভৰশতঃ যি প্ৰেমিকে পৰকীয়া নাৰীৰ সৈতে বিহাৰ কৰে, তেওঁ উপপতি। 'শৃংগাৰেৰ মাধুৰ্য অধিক ইহাতে/উপপতি ৰসশ্ৰেষ্ঠ ভৰতেৰ মতে।।' অৱশ্যে উপপতিৰ সৈতে সংগবিহাৰ কৰাটো লোক চকুত নিন্দিত হ'লেও শৃংগাৰ ৰসৰ যি পৰিতৃপ্তি এই মিলনত আস্বাদিত হয়, সি অতুলনীয়। পতি আৰু উপপতিৰ প্ৰত্যেককে বৃত্তিভেদে চাৰিটা শ্ৰেণীত ভাগ কৰা হয়— অনুকূল, দক্ষিণ, শঠ আৰু ধৃষ্ট। একমাত্ৰ এজনী নায়িকাৰ প্ৰতি আসক্ত নায়কেই অনুকূল। ৰাধাৰ সৈতে থকা কালত শ্ৰীকৃষ্ণই আন কোনো নাৰীৰ কথা চিন্তা কৰাৰ নজিৰ নাই। যি নায়কে প্ৰথমে এজনী নায়িকাৰ প্ৰতি আসক্ত হৈ পিছত আন এগৰাকী নায়িকাৰ প্ৰতি অনুৰাগী হৈয়ো পূৰ্ব প্ৰণয়িনীৰ গৌৰৱ, ভয় প্ৰভৃতি পাহৰিব নোৱাৰে, তেঁৱে দক্ষিণ নামে অভিহিত। যিয়ে নায়িকাৰ সন্মুখত তেওঁৰ প্ৰশংসা কৰি পিছত নায়িকাই বেয়া পোৱা কাম সমূহ কৰি ফুৰে, তেঁৱে শঠ আৰু অন্য নায়িকাৰ ভোগ চিহ্ন গাত অভিব্যক্ত হোৱা সত্বেও যি নায়ক নিৰ্ভয় আৰু মিছা কোৱা দক্ষ তেঁৱে ধৃষ্ট।

১০.২২. চেট, বিট, বিদূষক, পীঠমৰ্দ আৰু প্ৰিয় নৰ্মসখা— এই পাঁচ শ্ৰেণী নায়ক সহায় ৰূপে পৰিচিত।

## ঘ° নায়িকাৰ সখী-দূতী ভেদ

১০.২৩. যিসকলে ছল-চাতুৰী পৰিত্যাগ কৰি পৰস্পৰক ভাল পাইছে, পৰস্পৰক বিশ্বাস কৰিছে; যিসকলৰ বয়স আৰু বেশ একে ধৰণৰ, সেই সকলেই পৰস্পৰৰ সখী। ৰাধা-কৃষ্ণৰ প্ৰেমলীলাত সখীৰ ভূমিকা গুৰুত্বপূৰ্ণ। সখীসকলে ৰাধা-কৃষ্ণৰ মিলন সম্পাদনত শান্তি পায়-আনন্দ উপভোগ কৰে। তেওঁলোকৰ নিজৰ কোনো কামনা বাসনা নাই। 'কৃষ্ণসহ ৰাধিকাৰ লীলা যে কৰয়/নিজ কেলি হৈতে তাহে কোটি সুখ পায়।।' ৰূপ গোস্বামী কৃত *উজ্জ্বল নীলমণি*ত সখীক্ৰিয়াৰ লেখ দিছে এনেদৰে:

(১) নায়ক-নায়িকা পৰস্পৰৰ প্ৰেম-গুণাদি কীৰ্তন (২) পৰস্পৰৰ আসক্তি কাৰিকা (৩) পৰস্পৰক অভিসাৰীলৈ প্ৰেৰণ (৪) কৃষ্ণৰ ওচৰত সখীক সমৰ্পণ কৰা (৫) পৰিহাস (৬) আশ্বাস প্ৰদান (৭) নেপথ্যত নায়িকাক সুসজ্জিত কৰা (৮) দুজনৰ মনৰ কথা উদঘাটন কৰা (৯) এজনৰ ওচৰত আনজনৰ দোষ ঢাকিবলৈ যত্ন কৰা (১০) পতিক ছল কৰি আন ঠাইলৈ পঠোৱা (১১) শিক্ষা প্ৰদান (১২) যথা সময়ত মিলন সম্পাদন (১৩) চামৰাদি ব্যজন কৰা (১৪) + (১৫) নায়ক-নায়িকাক তিৰস্কাৰ (১৬) সংবাদ

প্ৰেৰণ আৰু (১৭) নায়িকাৰ প্ৰাণৰক্ষাৰ্থে প্ৰযত্ন[১৩]।

বৈষ্ণৱ ৰস সাহিত্যত গুণ ভেদে সখীসকলক পাঁচ ভাগে বিভক্ত কৰা হৈছে— সখী, নিত্যসখী, প্ৰাণ সখী, প্ৰিয় সখী আৰু পৰম শ্ৰেষ্ঠ সখী। পৰম শ্ৰেষ্ঠ সখীসকলৰ ভিতৰত ললিতা, বিশাখা, চিত্ৰা, চম্পক লতা, তুংগবিদ্যা, ইন্দুলেখা, ৰংগদেৱী আৰু সুদেৱী সৰ্ব গুণ মণ্ডিতা।

১০.২৪. নায়ক-নায়িকাৰ পৰস্পৰ মিলন সাধনেই দূতীৰ কাম। দূতী যাইকে দুই প্ৰকাৰ— স্বয়ং দূতী আৰু আপ্ত দূতী। যাৰ লাজ আঁতৰি গৈছে, যি অনুৰাগত বিমোহিত আৰু স্বয়ং নায়কৰ ওচৰত অভিপ্ৰায় ব্যক্ত কৰে, তেওঁক স্বয়ং দূতী বোলে। যিয়ে প্ৰাণ গ'লেও বিশ্বাস ভংগ নকৰে, বাক্য প্ৰয়োগত নিপুণ আৰু স্নেহশীলা তেওঁকে আপ্তদূতী কোৱা হয়। আপ্তদূতী তিনি প্ৰকাৰ— অমিতাৰ্থ, নিঃসৃষ্টাৰ্থা আৰু পত্ৰ হাৰী। আপ্তদূতীৰ ভিতৰত সখীও বৰ্তমান। তেওঁলোকে শ্ৰীকৃষ্ণৰ সংগম প্ৰাৰ্থনা কৰিলেও আত্ম সমৰ্পণ নকৰাটো তাৎপৰ্যপূৰ্ণ। গোবিন্দদাসৰ এটি পদত আপ্তদূতীৰ এটি সুন্দৰ ছবি দেখা যায়— 'মই লাগিলে তোমাক জীৱন দান দিম— তথাপি সমৰ্পণ নকৰো; যাৰ কোলাত মূৰ থৈ নিশ্চিন্ত ভাৱে টোপনি যাওঁ— তেঁৱে যদি বিপৰীত আচৰণ কৰে তেনেহ'লে পীৰিতিৰ ৰীতি ইয়াতে শেষ। (যাহে শিৰ সোঁপি কোড় পৰ সুতিয়ে সো যদি কৰু বিপৰীতে/পিৰিতিক ৰীত ঐছে তব মীটৰ গোবিন্দদাস চিতে ভীতে//'

## ৬° ব্ৰজবুলি গীত-পদত মাথুৰ বিৰহৰ ছবি

১০.২৫. প্ৰেমৰ চৰম বিকাশ সম্ভৱ হয়— বিৰহ-বনাগ্নিৰ তীব্ৰ দহনত। ইয়াৰ মাজেদি নায়ক-নায়িকাই প্ৰকৃত প্ৰেম আস্বাদন কৰে। কবি ধৰ্মকীৰ্তিয়ে তেওঁৰ এটি চমু কবিতাত কৈছে— মিলন আৰু বিৰহৰ ভিতৰত বিৰহেই শ্ৰেষ্ঠ কিন্তু সংগম নহয়। মিলনত তেওঁ মোৰ ওচৰত অকলশৰীয়া কিন্তু বিৰহত তেওঁ বিশ্বব্যাপ্ত (সংগম-বিৰহ-বিকল্পে বৰমিহ বিৰহো ন সংগমস্তস্যাঃ/সংগে সৈব তথৈকা ত্ৰিভুৱনমপি তন্ময়ং বিৰহে)[১৪] বিৰহ অবিহনে মিলনৰ আনন্দ অন্তঃসাৰ শূণ্য। আৰৱ দেশৰ ফকৰা এটিত পোৱা যায়— 'Seperation in Love is like a quick journey across a long stretch of desert of an oasis.' মিলনৰ তৃপ্তি ক্ষণিক আৰু সসীম, কিন্তু বিৰহৰ আনন্দ অসীম আৰু দীৰ্ঘ স্থায়ী। কবিগুৰুৱে গাবৰ দৰে— 'মিলনে আছিল বাঁধা/শুধু এক ঠাঁই বিৰহে টুটিয়া বাধা/আজি বিশ্বময় ব্যাপ্ত হয়ে গেছ, প্ৰিয়ে/তোমাৰ দেখিতে পাই সৰ্বত্ৰ চাহিয়ে।।'[১৫] সংস্কৃত ৰস সাহিত্য বিৰহৰ বেদনাৰুণ বৰ্ণনাৰে ভৰা। লৌকিক গীত-মাতবোৰো উক্ত ভাবৰ প্ৰবাহটি প্ৰাণময় আৰু জেউতি। ব্ৰজবুলি গীত-পদৰ 'মাথুৰ-বিৰহ'ৰ পৰ্যায়টি জুৰি পোৱা সোণৰ দৰে উজ্জ্বল।

---

১৩ উ' নবীনচন্দ্ৰ, ৪০০৫৫ ১৪ সদুক্তিকৰ্ণামৃত ২।৩১।৪

১৫ মানসী সুন্দৰী

মাথুৰ বিৰহৰ পদত বিদ্যাপতিৰ এখনি সুকীয়া স্থান আছে। অক্ৰুৰ আহিল— শ্ৰীকৃষ্ণক মথুৰালৈ লৈ যাবলৈ। এই সংবাদে গোবিন্দদাসৰ ভাষাত, 'ঘৰে ঘৰে ঘোষই প্ৰবল অমংগল'। পিছে এই সংবাদে জয়-জয়ন্তে ৰাধাক ব্যাকুল কৰিব পৰা নাছিল, কাৰণ শ্যাম, কানু যে তেওঁৰ অন্তৰ মন্দিৰৰ অনুৰাগৰ তুলিকা শয্যাত নিদ্ৰিত। গতিকে 'ঐ বুক চিৰিয়া বাহিৰ কৰিব গো তবে তো শ্যাম মধুপুৰে যাব।' বিদ্যাপতিৰ ৰাধিকাই আসন্ন বিচ্ছেদৰ বতৰা পাই কৃষ্ণক কৈছে— 'হে মাধৱ, তুমি বিদেশলৈ নাযাবা। তুমি গ'লে মোৰ আমোদ-প্ৰমোদক লগত লৈ যাবা কিন্তু তাৰ বিনিময়ত মোলৈ নো কি সন্দেশ আনিবা' (মাধব তোহে জনু জাহ বিদেস/হমাৰো ৰংগ ৰভস লএ জএ কোন সন্দেস//)। পিছে ৰাধাৰ প্ৰেম-প্ৰীতিয়ে কৃষ্ণক আবদ্ধ কৰি ৰাখিব নোৱাৰিলে। তেওঁ গৈ মথুৰা পালেগৈ। বিৰহ-কাতৰা ৰাধাই বিলাপ কৰি ক'বলৈ ধৰিলে 'হে সখি, একেখনি বিচনাতে কৃষ্ণৰ লগতে মই শুইছিলোঁ- কিন্তু কেতিয়া যে তেওঁ মোক এৰি গুচি গ'লগৈ। চাকে— চকোৱাৰ জোৰ ভাগিল! (শূন ভেল মন্দিৰ শূন ভেল নগৰী/শূন ভেল দশ দিস শূন ভেল সগৰি'//)

বিশ্ব-জগতত ৰাধা আজি অকলশৰীয়া। প্ৰিয়ৰ লগতে এটা সময়ত যৌৱন মধুৰ দিনবোৰ কটাইছিল। এতিয়া মাথো সি বোৰৰ স্মৃতি চৰাণা ! পিছে 'কৈছনে বঞ্চব ইহ দিন ৰজনী।' চকুত টোপনি নাই— মুখত হাঁহিৰ ৰেঙনি নাই। প্ৰিয় সংগ-সুখৰ স্মৃতিও আজি বিস্মৃতিৰ কোলাত। দুখৰ অমানিশাই তেওঁৰ একমাত্ৰ সংগী। প্ৰতিকূল ভাগ্যৰ নিষ্ঠুৰ পৰিহাসৰ বাবেই আজি প্ৰয়োজন যেন দূৰৰ প্ৰবাসী (আন অনুৰাগে পিয়া আন দেসে গেলা। পিয়া বিনা পাঁজৰ ঝাঁঝৰ ভেলা।")

১০.২৭. ঋতুচক্ৰৰ আবৰ্তনে ৰাধাৰ মন অধিক ভাৱাক্ৰান্ত কৰি তোলে। বৰ্ষণোন্মুখ ভাদ্ৰ মাহৰ শূন্য মন্দিৰত অকলশৰীয়া যামিনী জাগ্ৰতা ৰাধা ! মত্ত দাদুৰি, ময়ূৰ, বজ্ৰ আৰু বৰ্ষা— সকলোৱে মিলি ৰাধিকাৰ শূন্যতাৰ বেদনা কৰি তুলিছে অধিক ঘনীভূত ঃ 'এ সখি হামাৰি দুখেৰ নাহি ওৰ এ ভৰ বাদৰ মাহশূন্য মন্দিৰ মোৰ।।' স্মৰণত বুদ্ধদেৱ বসুৱে এবাৰ কৈছিল 'এটি মুহূৰ্তত বৈষ্ণৱ কবিয়ে যি ক'ব পাৰিছে, শতোত্তৰ মন্দাক্ৰান্তা শ্লোক তাতেই বিফল হৈছে।' শংকৰী প্ৰসাদ বসুৱে উপৰ্যুক্ত মন্তব্যৰ সংশোধনী দিছে এনেদৰে— 'বৈষ্ণৱ কবি আৰু পৰৱৰ্তী ৰবীন্দ্ৰনাথলৈকে বহু কবিয়ে এটি আৰু অজস্ৰ শ্লোকত শতোত্তৰ মন্দাক্ৰান্তাক 'সফল' ('বিফল' নহয়) কৰি তুলিছে।'[৭৬] ঋতু আহে আৰু যায়, কিন্তু ৰাধাৰ বিৰহ বেদনাৰ উপশম নঘটে। ৰাধা উত্তিন্ন নৱ যৌৱনা। প্ৰিয় অবিহনে পিছে সেই যৌৱনৰে বা মূল্য কিমান কিনি?

'সৰজিল বিনু সৰ সৰ বিনু সৰসিজ কি সৰসিজ বিনু সুৰে।

যৌৱন বিনু তন তন বিনু যৌৱন কি যৌৱন পিয় দূৰে।' এই কাৰণেই ৰাধাই

৭৬ শংকৰীপ্ৰসাদ বসু— বিদ্যাপতি ও চণ্ডীদাস দ্ৰষ্টব্য।

পৰিধেয় অলংকাৰ পাতি ত্যাগ কৰিবলৈ ব্যগ্ৰ হয়। 'পিয়া যদি তেজল কি কাজ সিংগাৰে যমুনা সলিলে সব ডাৰ ৰে।' অথচ বসন-ভূষণ ত্যাগ কৰিও ৰাধাই বিৰহ বেদনাৰ পৰা নিষ্কৃতি পাব পাৰা নাই কিয়নো কৃষ্ণই তেওঁৰ জপ, তপ সকলো। অনুক্ষণ কৃষ্ণ চিন্তা কৰোঁতে কৰোঁতে কোনো এটি ক্ষণত ৰাধা নিজেই কৃষ্ণ ভাৱত ভৱিত হৈ পৰিছে আৰু ৰাধাৰ বাবে বেদনা অনুভৱ কৰিছে—

অনুখন মাধৱ মাধৱ সোঙৰিতে সুন্দৰী ভেলি মধাঈ।

ও নিজ ভাৱ স্বভাৱ হি বিসৰল আপন গুণ লুবুধাঈ'— এয়া নিঃসন্দেহে অদ্বৈত ভাৱ প্ৰাপ্তি অথবা সম্পূৰ্ণ সত্তা ৰূপান্তৰৰ বিৰল দৃষ্টান্ত। এনে দৃষ্টান্তৰ নিখুঁত চিত্ৰ অংকন কৰাটো একমাত্ৰ বিদ্যাপতিৰ দ্বাৰাহে সম্ভৱ।

১০.২৮. কবি চণ্ডীদাস প্ৰকৃতাৰ্থত মাথুৰৰ কবি বুলিব নোৱাৰি। আক্ষেপ অনুৰাগেই ৰাধাৰ সুখ-দুখময় প্ৰেমানুভূতিক শেষ কৰাৰ পিছত নতুনকৈ প্ৰবাস দুখৰ প্ৰয়োজন কত? যত মিলনৰ সুখময় মুহূৰ্ততো 'দুহু কেৰে দুহু কাঁদে বিচ্ছেদ ভাবিয়া'— তাত মাথুৰ বিৰহ সৃষ্টিৰ সুৰুঙা বিচাৰি পোৱা টান। তুলনামূলক ভাবে বড়ু চণ্ডীদাসৰ কবিতাতেই মাথুৰ বিৰহৰ চিত্ৰখনি কিছু সজীৱ।

১০.২৯. স্বপ্নমিলনৰ ৰমন্যাসিক চিত্ৰাংকন অথবা আক্ষেপ অনুৰাগৰ তন্ময় ভাৱ চিত্ৰণত কবি জ্ঞানদাসে যি নৈপুণ্যৰ পৰিচয় দিছে, সেই নৈপুণ্য তেওঁৰ মাথুৰ বিৰহৰ বৰ্ণনাত প্ৰদৰ্শন কৰিবপৰা নাই। এই পদত বিৰহিনী ৰাধাৰ এটি সংক্ষিপ্ত কিন্তু জীৱন্ত চিত্ৰ আঁকিছে এনেদৰে—

সোনাৰ বৰণ দেহ পাণ্ডুৰ ভৈ গেল সেহ।
গলয়ে নয়ন লোৰ মূৰছে সখীকে কোৰ।।
দাৰুণ বিৰহ জ্বৰে সো ধনি গেয়ান হৰে।।
জীৱনে নাহিক আশ কহএ এ জ্ঞানদাস।।

কান্ত প্ৰবাসত। বিৰহিনী ৰাধা শুকাই খীনাই গৈছে। তেওঁ কেতিয়াবা হাঁহে, কেতিয়াবা কান্দে। নয়ন তৃপ্ত হ'ব বুলি একেথৰে বাটলৈ চাই থাকে যদিও কানুৰ হ'লে দেখা দেখি নাই 'দিবস কৰি মাস বৰিখ গেল, বৰিখে বৰিখে কত ভেল।' বৰষাৰ আগমনত সমস্ত আকাশত কলীয়া মেঘৰ মেলা। তালৈ চাই ৰাধাৰ মন হৈ পৰে বেদনা বিধুৰ—

'জলধৰ অম্বৰ ছাড়ল ৰে পাহুক ঋতু পৰবেশ।
হেৰি হেৰি হিয়া ডাভাবায়ল ৰে নাহ নাহিক নিজ দেশ।।'

উপমাৰ চমৎকাৰিত্বৰে বৰ্ষণোন্মুখ নিশা ৰাধাৰ মৰ্মবেদনা প্ৰকাশ কৰিবলৈ গৈ কবিয়ে কৈছে—

'উনমিতি শকতি, আৰোপয়ে নিতি নিতি মনমথ সাধন লাগি।
তাৰ নৱনৰ অন্তৰ দোলল মন্দিৰে একলি অভাগী।।'

(মন্মথে তাৰ সাধনৰ বাবে মোৰ দেহতে প্ৰতিদিনে শক্তি আৰোপ কৰিছে। তাদৰ মুষল ধাৰৰ বৰ্ষণ! হৃদয়ত বেদনাৰ দোলন! ক্ষত অভাগিনী আজি অকলশৰীয়া) প্ৰিয় অবিহনে ৰাধাৰ যৌৱন কাঁচকদৰে মূল্যহীন। সেইবাবে তেওঁ চণ্ডীদাসৰ দৰে যোগিনী হোৱাৰ স্বপ্ন ৰচি সন্মেলনৰ পথত পাৰি দিয়ে— 'যোগিনী বেশে যাব সেই দেশে যেখানে নিঠুৰ হৰি।'

১০.৩০. মাথুৰ বিৰহত বৰ্ণনাত গোবিন্দদাস কবিৰাজৰ কৃতিত্বও কম নহয়। কঠিন কৰ্তব্যৰ আহ্বানত কৃষ্ণই গোকুল এৰি মথুৰালৈ যাব। অক্ৰূৰ আহিছে তেওঁক ৰথত তুলি লৈ যাবলৈ। নাম যদিও অক্ৰূৰ, ব্ৰজনাৰীসকলৰ দৃষ্টিত পিছে তেওঁ ক্ৰূৰতাৰ জীৱন্ত প্ৰতিমূৰ্তি। তেওঁৰ আগমনৰ লগে লগে গোকুলৰ ঘৰে ঘৰে অমংগল ঘোষিত হৈছে (নাম হি অক্ৰূৰ ক্ৰূৰ নাহি যা সম সো আউল ব্ৰজ মাঝ/ঘৰে ঘৰে ঘোষই শ্ৰৱণ অমংগল কালি কালিই সাজ।।) যাৰ কাৰণে ৰাধাই গুৰু গঞ্জনা উপেক্ষা কৰি অথবা কুলৱতীৰ ধৰ্ম জলাঞ্জলি দি 'কণ্টক কুঞ্জে জাগি নিশি বাসৰ পন্থ নেহাৰত মোৰি', সেই কঠিন প্ৰাণ শ্ৰীকৃষ্ণই তেওঁক এৰি গুছি গ'ল। বিৰহ তাপত জৰ্জৰিতা ৰাধা ভাষাহীন বেদনাত চিঞৰি উঠিল— 'হাম সাগৰে তেজৰ পৰাণ। আন জনমে হব কান।। কুন্ন হোয়ব যব ৰাধা তব জানব বিৰহক বাধা।।' প্ৰেমৰ অংকুৰ নিদাঘৰ দহনত দগ্ধ হ'ল যুগল পলাশৰ প্ৰকাশ নঘটিল। প্ৰতিপদৰ চন্দ্ৰৰ দৰে শ্ৰীকৃষ্ণই ৰাধাক নিবিড় অন্ধকাৰত পেলাই থৈ চিৰদিনলৈ আতৰি গ'ল—

> প্ৰেমক অংকুৰ জাত আত না ভেল যুগল পলাশা।
> প্ৰতিপদ চাঁদ উদয় যৈছে যামনী সুখ লব ভৈ গেল দুৰাশা।।'

কানুৰ প্ৰেমৰ ৰীতি দেখিলে ভাব হয়— বিধাতাৰ সমস্ত ৰীতিয়ে যেন বিপৰীত ধৰ্মী (কে জানে চাঁদ চকোৰিণী বঞ্চব মাধবী মধুপ সুজান/অনুভবি কানু পিৰিতি অনুমানিয়ে বিঘটিত বিহি নিৰমান।) বিদ্যাপতিয়ে কৈছিল যে মাধৱ নিকৰুণ কিন্তু গোবিন্দদাস কবিৰাজৰ দৃষ্টিত তেওঁ ৰসপূৰ (বিদ্যাপতি কহ নিকৰুণ মাধৱ গোবিন্দদাস ৰসপূৰ)।

শ্ৰাৱণ ধাৰাৰ দৰে গোবিন্দদাসৰ ৰাধাৰো অবিকল চকুলো সৰে (অবিৰত বাৰি নয়নে কৰ নিকৰ জনু ঘন শাওন ধাৰা), তেওঁৰ কনককান্তি দিনে দিনে বিৰহত মলিন হয় (কলেবৰ কান্তি কনক জিতি কামিনী দিনে দিনে কালিম ভেলা) আৰু দিনে দিনে যেন গলি গলি তেওঁৰ বিৰহখিন্ন তনু মাটিত মিলি যায় (দিনে দিনে খীন হীন তনু আতৰল গলি গলি মিলত ধৰণী) অকল ৰাধাইনে? মথুৰাগত কৃষ্ণৰ বাবে সমগ্ৰ ব্ৰজকুল আকুলঃ—

তোহে বহল মধুপুৰ।

ব্ৰজৰ আকুল গোকুল কলৰৱ কানু কানু কৰি ঝুৰ।' আৰু 'যশোমতী নন্দ/অন্ধ সম বৈঠত।'[৭৭]

---

৭৭ '[illegible]— বৈষ্ণৱ পদাৱলী : [illegible], পৃঃ ৯৮

১০.৩১. অসমৰ ব্ৰজবুলি নাট-গীতভো মাথুৰ বিৰহৰ ছবিখনি ধূৰৰ নহয়। পিছে সমীপৱৰ্তী বংগদেশ, নাইবা মিথিলাৰ গীতত ৰাধাই যেনেকৈ ৰূপসীৰা পাৰি বহিব পাৰিছে, অসমীয়া ব্ৰজবুলি সাহিত্যত তেনেদৰে বহিব পৰা নাই। পৰকীয়া প্ৰীতিৰ কোনো আভাস অসমীয়া গীত-মাতত পোৱা নাযায়। ড° বাণীকান্ত কাকতিয়ে ক'বৰ দৰে, 'গোপী সকলৰ আলাসৰ লাক হ'লেও বিদ্যাপতি, চণ্ডীদাস আদি কবিসকলৰ পদাৱলীৰ দৰে তেওঁলোকৰ লগত শ্ৰীকৃষ্ণৰ অবৈধ প্ৰেমৰ কোনো চিত্ৰ নাই। শ্ৰীকৃষ্ণ বৃন্দাবনৰ অধিষ্ঠাতা দেৱতাৰ নিচিনা আছিল আৰু জীৱ জন্তুৰ কথাই নাই তৰু-তৃণ আদিয়ে তেওঁৰ হৃদ্যতা অনুভৱ কৰিছিল।'[৭৮] শ্ৰীকৃষ্ণ একমাত্ৰ ৰাধাৰেই লীলা লগৰী নাছিল, তেওঁ আছিল গোকুলৰ সমগ্ৰ 'গোপিনী-প্ৰাণ'। কৃষ্ণৰ মধুৰ মুৰুলী ধ্বনিত গোপিনীসকলৰ লগতে তাৰ গৰু-গাইবোৰেও আনন্দ অনুভৱ কৰাটো তাৎপৰ্য্যপূৰ্ণ।

১০.৩২. মথুৰাৰপৰা অক্ৰুৰ আহিল গোকুললৈ শ্ৰীকৃষ্ণক লৈ যাবলৈ। বনজুইৰ দৰে এই দুঃসংবাদ নিমিষতে চাৰিওফালে বিয়পি পৰিল। আসন্ন বিচ্ছেদৰ বেদনাত গোপীসকলৰ প্ৰাণ হাহাকাৰ কৰি উঠিল। গোকুল সূৰ্য কৃষ্ণক গোপীসকলৰ হাতৰপৰা আজুৰি নিবলৈ অহাত গোপীসকলে খঙেৰে কৈছে ঃ

'আহে সখিসব, গোকুল মাঝে তহি অক্ৰুৰ মিলল ধূম্ৰকেতু। হামাৰ জিৱনে প্ৰাণ শ্ৰীকৃষ্ণ নিয়া জাই, ওহি পৰম দাৰুন। কি নিমিত্ত ইহাক অক্ৰুৰ বোলয়।।' (কংসবধ)[৭৯] গোপীসকলৰ মৰম নেওচা দি শ্ৰীকৃষ্ণ মথুৰালৈ যোৱাত ব্ৰজনাৰী সকলে দশোদিশে আন্ধাৰ দেখিছে ঃ 'গোপিনী প্ৰাণ কাহানু গয়ো ৰে গোবিন্দ/হামু পাপিনী পুনু পেখবো নাহি আৰ/সোহি বদন অৰবিন্দ।।'[৮০] মাধৱদেৱৰ গোপীসকলৰো একেই দুৰাৱস্থা ঃ

'আজু গোপাল বিনে ভয়ো অন্ধিয়াৰি/উপত সুৰ দূৰ গয়োৰে মুৰাৰি।
হমাৰি জীৱন ধন গয়োৰে গোবিন্দ/নয়নে নেদেখো আৰু পদ অৰবিন্দ।।'

কৃষ্ণ গৈ মথুৰাত উপস্থিত হোৱাৰ লগে লগে তাৰ নাৰীসকলৰ সৌভাগ্য উদয় হ'ব, তাত মহোৎসৱ মিলিব আৰু কৃষ্ণই মান-সংকাৰ লাভ কৰিব। উক্ত চিন্তাই গোকুলৰ গোপীসকলৰ মন আৰু অধিক ভাৰাক্ৰান্ত কৰি তুলিলে ঃ

কমন ভাগ্যৱতী ভয়োৰে সুপৰভাত আজু ভেটৰ মুখ চান্দা।
উগাত সুৰ দূৰ গয়ো ৰে গোবিন্দ ভয়ো গোপবধূ আন্ধা।।[৮১]

---

৭৮ বাণীকান্ত কাকতি— পুৰণি অসমীয়া সাহিত্য, পৃ ৭১

৭৯ গোকুলৰ মাজে অক্ৰুৰ নামে আসি ভৈলা ধূমকেতু।
প্ৰাণেৰ অন্তত বাধৰ শ্ৰীকৃষ্ণ হৰাইলে অভাগে হেতু।।৬
ক্ৰুৰ অক্ৰুৰ বেটী আইল বেৰিয়াই।
সে নিঠোৰ কাঢ়িয়া পুনু নাইলা গোবিন্দাই।। কং

৮০,৮১ শংকৰদেৱৰ বৰগীত

চকুৰ মণি, হৃদয়ৰ ধন কানু আঁতৰি যোৱাৰ লগে লগে মাতৃ যশোদাৰ চকুতো নামিল বৰ্ষাৰ প্লাবনধাৰা। মাতৃ যশোদাৰ মৰ্মবেদনা মাধৱদেৱৰ বচনাত অধিক প্ৰাণস্পৰ্শীঃ

'আলো মঞি কি কহব দুখ। পৰাণ নিগড়ে দেখিয়া চান্দ মুখ।
কত পুণ্যে লভিলো গুণেৰ নিধি শ্যাম। বাকিয়া নিলেক নিকৰুণ বিধি বাম।।
শ্যাম কানু বিনে মোৰ নাৰহে জীৱন। হা শ্যাম বুলিতে আকুল কৰে মন।।'[৮২]

১০.৩৩. শ্ৰীকৃষ্ণৰ অবৰ্তমানত গোপীসকলৰ যি পানীত হাঁহ মচৰা অৱস্থা হৈছিল, সেই একে অৱস্থাই সংঘটিত হৈছিল— গোপীসকলক এৰি যোৱা কৃষ্ণৰো প্ৰাণত। কিয়নো তেওঁৰ মনত 'নাহি সুহৃদ মোহে গোপিনী সমান।' তেওঁ নথকাত গোপীসকলৰ কেনে দুৰাৱস্থা হ'ব পাৰে, তাক তেওঁ মনে প্ৰাণে উপলব্ধি কৰি তেওঁলোকৰ দুখ লাঘৱ কৰিবলৈ প্ৰিয় বান্ধৱ উদ্ধৱক গোকুললৈ প্ৰেৰণ কৰে—

উদ্ধৱ চলহ গোকুলে লাই। হামু বিনে গোপীৰ তিলেক যুগ যায়।
বিৰহে আকুল গোপী হামাকু নিমিত্ত। ঝুৰে নয়নক নীৰ থিৰ নোহে চিত।।
মাধৱ কহয় উদ্ধৱ ধৰি হাত। কহ মোহে গোপিনীক সন্দেহ বাত।

মাধৱদেৱৰ কৃষ্ণয়ো কৈছে ঃ—

'শুনৰে-শুন বন্ধু উদ্ধৱ হে সুমৰি গোকুল মন দহে।
গোপী আকুল হামু বিনে।'

১০.৩৪. কৃষ্ণৰ আদেশ অনুযায়ী উদ্ধৱ আহি গোকুলত উপস্থিত হ'ল। দুখকাতৰা কৃষ্ণ সখাক দেখা পোৱাৰ লগে লগে কৃষ্ণৰ গুণ-গান গাই নিজৰ নিজৰ মনৰ বেদনা পাতলাবলৈ উদগ্ৰীৱ হৈ পৰিল। উদ্ধৱ অহা কালতে এটা ভ্ৰমৰ দেখি 'ওহি কৃষ্ণ দূত মানি ভ্ৰমৰ লগাই উদ্ধৱক যে বোলল তা সুনহ— আহে সুন মধুকৰ হে বুজলহো তোমাৰ অভিপ্ৰায়। হামাৰি পাসক দূত কৰি তোক সতপদ। জানলো পঠালো যথাই।।'[৮৩] কৃষ্ণৰ অবিহনে বৃন্দাৱনৰ সকলো আনন্দৰ সমাগ্ৰীয়ে দুখৰ সন্তাপলৈ মোট সলাইছে। কালিন্দী হ্ৰদ, বৃন্দাৱনৰ গোবৰ্দ্ধন প্ৰভৃতি দেখি ধকাৰ ফলত গোপীসকলৰ দেহ-মন দগ্ধ হৈছে, মধুৰ মলয়া আজি বিষ সদৃশ। কুলিৰ কুজনে আনন্দৰ সলনি মনত বজ্ৰাঘাতে আগবঢ়ায়। কানুৰ অবিহনে গোপী সকলৰ দেহ-গেহ সকলো মলিনঃ

৮২ শংকৰদেৱৰ বৰগীততো মাতৃ যশোদাৰ কৃষ্ণ বিচ্ছেদৰ বেদনা আছে—
আজি জনমি সুত চল পৰদেশ/
কতয়ে লিখিল বিহি অভাগীক ক্লেশ।।
বিনু মহৰ জীৱন নাহি মেটি/
কহ শংকৰ কৃষ্ণভেল সমভেটি।।
৮৩ উদ্ধৱৰ জানক

কালিন্দী পেখি সখি ফুটয় বুক।
এ ঠায়ে খেলাইছিলো সে চান্দমুখ হৃৰি নয়ন সুখ।।
বিবিন্দা বন বৈৰী হামাৰি ভেলি/পেখিতে না বিছুৰো গোপল কেলি।।

× × ×

চান্দ চন্দন মন্দ মলয় সমীৰে।
কেশৱ বিনে বিষ বৰষে শৰীৰে।।

× × ×

শীতল চন্দন মলয় পৱন লাগি আগি মাৰি গৰে ৰে।
কানুৰ বিৰহে জীৱন নাৰহে মাৰিলে এ দুখ পলাবে ৰে।।[৮৪]

কানুৰ অবিহনে গোপীসকল আজি জীৱন্তে মৰাৰ দৰে। সেইবাবে তেওঁলোকে উদ্ধৱক বাৰে বাৰে সকীয়াই দিছে যে যদিহে তেওঁলোকৰ প্ৰাণধন সোনকালে ঘূৰি নাহে তেন্তে তেৱেঁ হ'ব তেওঁলোকৰ বধৰ ভাগী 'ভেলি মাধৱ বধ ভাগী।'

গোপীসকলৰ দৰেই কৃষ্ণ-মাতৃ যশোদাৰো অৱস্থা অবৰ্ণনীয়। উদ্ধৱক দেখি তেৰোঁ সিক্ত নয়নেৰে সুধিছে ঃ

উদ্ধৱ প্ৰাণ কহ কানু মিলিব মিলিব দুনাই।
ধৰণ নজাই জীব বোলে যশোমাই।।

× × ×

হামু অভাগী নাহি পেখৱো সোহি প্ৰাণ মধাই।
পৰাণ নৰহে কানু বিৰহে গিৰি বৃন্দাৱন চাই।।[৮৬]

১০.৩৫. ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল যে অসম ভিন্ন আন ঠাইৰ মাথুৰ বিৰহৰ পদাৱলীত ৰাধা-কৃষ্ণৰ ঐহিক বিচ্ছেদ বেদনাৰ উত্তাল তৰংগ শুনা যায়। অসমৰ মাথুৰ বিৰহৰ গীতাৱলীত ৰাধাৰ স্থানত বহিছে গোপীসকল। একৰ ঠাইত বহু। বহু জনৰ বিৰহ বেদনাক ধৰণীৰ ধূলিয়ে ধূসৰিত কৰিব পৰা নাই। অলৌকিক বিৰহৰ সুৰহে তাত অনুৰণিত হৈছে। যশোদাৰ বিৰহ বেদনাৰ কাৰে কাৰে বাৎসল্য ভাৱলাই হাতধৰী লিগিৰি বাগত ঘূৰি ফুৰাটো মন কৰিবলগীয়া।

## ভ° ব্ৰজবুলি সাহিত্যৰ দাৰ্শনিক দিশ

১০.৩৬. মহাপুৰুষ শংকৰদেৱৰ দ্বাৰা প্ৰৱৰ্তিত অসমৰ নৱ বৈষ্ণৱ ধৰ্মৰ স্বৰূপ

৮৪ ৰামচৰণ দাস ঠাকুৰ আতাৰ গীত

৮৫ ৰাম আতাৰ গীত

৮৬ উদ্ধৱযান অংক

আৰু তাৰ দাৰ্শনিক দিশটোৰ বিষয়ে জানিবলৈ হ'লে ব্ৰজবুলি গীত-নাটৰ উপৰি মহাপুৰুষ দুজনাৰ আন আন গ্ৰন্থবো পাত লুটিয়াব লগাত পৰে। সন্দেহ নাই, অসমৰ নৱ বৈষ্ণৱ ধৰ্মৰ মূল বস্তু চাৰিটা— নাম, দেৱ গুৰু আৰু ভকত —

গুৰুদেৱ নাম ভক্ত চাৰিটি শৰণ।।
শংকৰদেৱ পুনৰপি দেখাইলন্ত ।।

গুৰু দেৱ নাম ভক্ত চিনাই দিলন্ত।। অসমীয়া বৈষ্ণৱসকলৰ বিশ্বাস, শংকৰদেৱে জয়জয়ন্তে দেৱ, নাম আৰু ভকত— এই তিনি বস্তুৰ প্ৰচাৰ কৰিছিল। মাধৱদেৱে 'গুৰু'ৰ সংযোজন ঘটায়।

১০.৩৭. *দেৱ* : এক শৰণীয়া নামধৰ্মত 'সৰ্বকাৰণ কাৰণম্', পৰমেশ্বৰ, পৰম গতিদাতা আৰু পৰম ভজনীয় দৈৱকীপুত্ৰ শ্ৰীকৃষ্ণই একমাত্ৰ উপাস্য দেৱতা। *ভাগৱত পুৰাণৰ* দ্বিতীয় স্কন্ধ অনুবাদ কৰোঁতে মহাপুৰুষে লিখিছে—

'অন্য দেৱী দেৱ নকৰিবা সেৱ।।
নাখাইবা প্ৰসাদ তাৰ।।
মূৰ্তিক নচাইবা গৃহ নপশিবা ভক্তি হইবে ব্যভিচাৰ।'

*ভক্তি প্ৰদীপত* আছে

'একচিত্তে তুমি মোক মাত্ৰ কৰা সেৱা ।
পৰিহাৰা দূৰত যতেক আন দেৱা।'

১০.৩৮. *নাম*: অসমৰ নৱ বৈষ্ণৱ ধৰ্মত *ৰাধা* নাই, আছে একমাত্ৰ কৃষ্ণ। কৃষ্ণ নাম শ্ৰৱণ কীৰ্তনেই কলিযুগত মুক্তি আৰু ভক্তি সাধনৰ একমাত্ৰ পথ। 'কীৰ্তনাদেৱ কৃষ্ণস্য মুক্তবন্ধঃ পৰং ব্ৰজেৎ।।' (*ভাগৱত*, ১২।৩।৫১)। 'হৰি নাম বিনে জপ যজ্ঞ দানে সাধিবে নপাৰে গতি। নামৰ সমান নাহি পুণ্য আন জানিবা তুমি নৃপতি।' (ষষ্ঠ স্কন্ধ)। মাধৱদেৱে *নাম-ঘোষাত* গাইছে 'হৰি গুণ নাম শ্ৰৱণ কীৰ্তনে কৰয় চিত্ত নিৰ্মল। হৰিৰ চৰণে কেৱল ভকতি লভিবাহা সুমংগল।।' (২৭১)

১০.৩৯. *গুৰু* : *ভক্তি ৰত্নাকৰৰ* প্ৰথম অধ্যায়ত গুৰুৰ মাহাত্ম্য বিশদ ভাৱে বৰ্ণিত হৈছে। বাসুদেৱ শ্ৰীকৃষ্ণই অসমীয়া বৈষ্ণৱৰ গুৰু। মায়া পাশবন্ধৰ মুক্ত হ'বলৈ পথ-প্ৰদৰ্শক গুৰুৰ প্ৰয়োজন। গুৰুই পৰম ঈশ্বৰ আৰু পথ প্ৰদৰ্শক। শংকৰদেৱে স্বয়ং শ্ৰীকৃষ্ণক গুৰুৰূপে স্বীকৃতি দিছিল— 'হৃদয়ৰ পৰম ঈশ্বৰ মোৰ গুৰু। প্ৰভু ভাগৱত ভকতৰ কল্পতৰু।' পৰৱৰ্তী অসমৰ বৈষ্ণৱ সম্প্ৰদায়ে গুৰুক চাৰিটা শ্ৰেণীত অন্তৰ্ভুক্ত কৰে— ক' ইষ্ট গুৰু (শ্ৰীকৃষ্ণ) খ' উপদেষ্টা গুৰু (তত্ত্বোপদেশ বা শীল শিক্ষা দাতা), গ' অক্ষৰীয়া গুৰু (শিক্ষা গুৰু) আৰু ঘ' সুহৃদ্‌গুৰু (ভক্ত গুৰু)। ভক্তি ৰত্নাকৰত আছে— 'সামান্য বিদ্যাক গুৰু উপদেশ পাই। হৰিৰ ভকতি গুৰু সেৱা বিনে নাই।।'

১০.৪০. **ভকত :** ভকতৰ সংগ পৰম ভাগ্যৰ ফল। দৰাচলতে 'বিষ্ণু বৈষ্ণৱৰ কিঞ্চিতে নাহি ভেদ।' ভকতৰ সংগই ভক্তিক প্ৰকাশ কৰে। ভক্ত তিনিবিধ— উত্তম, মধ্যম আৰু প্ৰাকৃত। উত্তম ভক্ত নিষ্কাম, কৃষ্ণৈকচিত্ত। তেওঁ নিখিল বিশ্বৰ বুকুত ভগৱানক প্ৰত্যক্ষ কৰে আৰু বিশ্বক বিষ্ণুমায়া বুলি ভাৱে। মধ্যম ভক্তই কৃষ্ণক সৰ্বনিয়ন্তা জ্ঞান কৰে আৰু প্ৰাকৃত ভক্তই বিগ্ৰহত পূজা আগবঢ়ায়। একাদশস্কন্ধ *ভাগৱতত* শঙ্কৰদেৱে ভক্তৰ সহায়ত ভগৱান প্ৰাপ্তিৰ কথা কৈছে এনেদৰে : 'আন কৰ্ম কৰিয়া মিছাত পৰে লোক। ভকতৰ সংগত সম্যকে পাৱে মোক।' ভকতক নিন্দা কৰা মানেই ভগৱানক নিন্দা কৰা। *নামঘোষাত* আছে—

'হৰিৰ পৰম প্ৰিয়তম নাই নিজ ভকতত পৰে।
হেন ভকতক যিজনে নিন্দয় হৰিকেসে নিন্দ কৰে।'(২৭৬)

১০.৪১. ***ঈশ্বৰ :*** অসমৰ নৱ-বৈষ্ণৱ ধৰ্ম ঘাইকৈ *ভাগৱত পুৰাণ* আৰু *শ্ৰীমদ্‌ভগৱৎ গীতাৰ* ওপৰত প্ৰতিষ্ঠিত । মহাপুৰুষে *ভাগৱত পুৰাণক* সৰ্ব বেদান্তসাৰ ৰূপে স্বীকৃতি দিছিল আৰু শ্ৰীধৰ স্বামীৰ *ভাগৱত ভাৱাৰ্থ দীপিকাৰ* আলোকত নিজস্ব মত জনগণক ব্যক্ত কৰাৰ প্ৰয়াস কৰিছিল। *ভাগৱত পুৰাণত* কোৱা হৈছে— তত্ত্বজ্ঞ লোকসকলে অদ্বয় জ্ঞানক পৰমতত্ত্ব অথবা শ্ৰেষ্ঠতত্ত্ব বোলে। এই তত্ত্ব কৰোবাত ব্ৰহ্ম, কৰোবাত পৰমাত্মা আৰু আন কৰোবাত ভগৱান ৰূপে কথিত হয়। অৰ্থাৎ পৰমতত্ত্বই নামভেদে বেদান্তত 'ব্ৰহ্ম' সাংখ্য দৰ্শনত 'পৰমাত্মা' আৰু কোনো কোনো দৰ্শনত ভগৱান আখ্যা পাইছে। *ভাগৱত পুৰাণে* বেদান্তৰ নিৰ্গুণ ব্ৰহ্ম সাংখ্যৰ পৰমাত্মা আৰু সগুণ ব্ৰহ্মক অদ্বয় তত্ত্বৰ ভিতৰত স্থান দিছে। ব্ৰহ্ম বা ঈশ্বৰ সৰ্বশক্তিমান, সৰ্বজ্ঞ, সত্য আৰু আনন্দ স্বৰূপ। তেওঁ সৃষ্টি, স্থিতি আৰু লয়ৰ নিমিত্ত আৰু উপাদান কাৰণ। সমস্ত জগত-প্ৰপঞ্চ ভগৱানৰ পৰাই সৃষ্টি হৈ কালত তেওঁতে মিলিযায়। জীৱ আৰু জগত দুয়ো মায়াময়, অসত্য। শংকৰদেৱৰ নিজৰ কথাত, 'তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে জগত ইটো অসত্য। জগততো সদা তুমিও প্ৰকাশা অন্তৰ্যামী ভগৱন্ত।।' (বেদস্তুতি : *কীৰ্তন*); 'বত জীৱ জংগম কীট পতংগম অগ জগ নগ তেৰি কায়া ।' (*বৰগীত*) অথবা 'তুমিয়ে কেৱলে সচা সবে মায়াময়। তোমাতেসে হন্তে হোৱে সৃষ্টি স্থিতি লয়'।। (*দশম* ৮১ অধ্যায়)

১০.৪২. *মায়া:* বেদান্তত স্পষ্টভাৱে কোৱা হৈছে যে সকলোৱে ব্ৰহ্মৰ অন্তৰ্গত (সৰ্বং খল্বিদং ব্ৰহ্ম)। গতিকে মায়াও ভগৱানৰে শক্তি। শক্তি ঈশ্বৰতকৈ ভিন্নও নহয়— অভিন্নও বুলিব নোৱাৰি। তেওঁ হ'ল অনিৰ্বাচ্য তাৰ সম্পন্ন বিশেষ। জগতৰ অস্তিত্ব পাৰমাৰ্থিক নহয়— প্ৰতিভাসিকহে। ব্ৰহ্মাৰে মায়া শক্তিৰ বাবেই মিছা জগৎ সত্য ৰূপত প্ৰতিভাত হয়। ব্ৰহ্ম নিৰ্গুণ কিন্তু ঈশ্বৰ সগুণ। ব্ৰহ্মাবেই একশক্তি মায়াই বস্তুক আঁৰিকৈ ৰাখি অবস্তুক বস্তু হিচাপে দেখুৱায়। অৰ্থাৎ নামৰূপময় বিশ্ব প্ৰপঞ্চ ব্ৰহ্মৰ মায়া শক্তিৰ

সংৰচনা। মায়াৰ শক্তি দুটা—আৱৰণ আৰু বিক্ষেপ। এই দুই শক্তিৰ দ্বাৰা ই আচল ঈশ্বৰ তত্ত্বক ঢাকি ৰাখি অসত্য বাসনাৰ বস্তুবোৰক সত্য কৰি দেখুৱায়। মহাপুৰুষে এইখিনি কথাকে ছন্দোময় ৰূপ দিছে এনে ধৰণে—

'অবস্তুক দেখাৱয় বস্তুক আৱৰি।
এহিসে মোহোৰ মায়া জানা নিষ্ঠ কৰি।। ....
এইমতে মায়া আৱৰি ঈশ্বৰক।
আশাৰ বিষয় তাক দেখাৱে জীৱক'।। (*দ্বিতীয় স্কন্ধ ভাগৱত*, ২২৮-৯)

১০.৪৩. ***জীৱ আৰু ব্ৰহ্ম*** **:** শংকৰাচাৰ্য বিবৰ্তবাদৰ পক্ষপাতী। তেওঁৰ মতে জীৱ আৰু জগত ব্ৰহ্মৰ বিবৰ্তমাত্ৰ। জীৱ আৰু জগত ব্ৰহ্মৰ পৰিণতি নহয়, আপাত দৃষ্টিত নাম ৰূপ। অৱশ্যে পৰমাৰ্থ বিচাৰত অংশ মাত্ৰ। বিবৰ্তবাদত বিশ্বাসী মহাপুৰুষ শংকৰদেৱেও শংকৰাচাৰ্যৰ সুৰতেই গাইছে— 'হামু যত জীৱ তেৰি অংশো কাহে ওহি মোহ বন্ধ।' (*বৰগীত*); 'ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ জৈছন গগন বিয়াপি।' (*বৰগীত*), 'তোমাৰেসে অংগ আমি যত জীৱ ৰাক, (*বেদস্তুতি*) এই খিনিতে এটা কথা উল্লেখ কৰা ভাল : 'ঈশ্বৰৰ দ্বাৰা সৃষ্টৰূপে কিছু পৰিমাণলৈকে বা ব্যৱহাৰিক ধাৰে জীৱ ঈশ্বৰৰপৰা বেলেগ আৰু ঈশ্বৰৰ অধীন। শংকৰদেৱৰ পাৰমাৰ্থিক বিচাৰত অদ্বৈতবাদে এইখিনিতে সাময়িকভাৱে হ'লেও দ্বৈত স্বীকাৰ কৰি ভক্তিৰ ধাৰে সুকণ্ঠা উলিয়াই দিছে— 'যদ্যপি তোমাত কৰি জীৱ নোহে ভিন্ন। তথাপিতো ভৈল প্ৰভু তোমাৰ অধীন'। (*ভাগৱত, দশম*)।[৮৭]

১০.৪৪. ***ভক্তিৰ শ্ৰেষ্ঠতা*** **:** মহাপুৰুষ শংকৰদেৱে ভক্তিক সৰ্বদা জ্ঞান আৰু কৰ্মতকৈ উচ্চাসন দিছিল। অজ্ঞানতাৰ কাৰণে জীৱে নিজৰ স্বৰূপ বুজিব নোৱাৰি সংসাৰ চক্ৰত নিকাৰ ভুঞ্জিলেও ঈশ্বৰ-ভক্তিৰ দ্বাৰা জীৱৰ যি জ্ঞানৰ উদয় হয় তাৰ দ্বাৰাই সংসাৰ বন্ধনৰপৰা মুক্ত হ'ব পাৰে। আন কথাত ভক্তিৰ সহায়ত জীৱাত্মাই মুক্তিৰ স্বাদ লাভ কৰিবলৈ সমৰ্থ হয়। মহাপুৰুষৰ কথাত, 'কহতু শংকৰ এ দুখ সাগৰ পাৰ কৰ হৃষীকেশ। তুহু গতি মতি দেহ শ্ৰীপতি তৱ পায়ু উপদেশ।' (*বৰগীত*) অৱশ্যে শংকৰদেৱে জ্ঞান আৰু কৰ্মক সমূলকে পৰিহাৰ কৰা নাই। 'ভক্তি শুদ্ধি' কৰি জ্ঞান-কৰ্মক গ্ৰহণ কৰিব পাৰি। 'ভক্তি শুদ্ধি'ৰ সৰলাৰ্থ হ'ল— হৰি নামৰ শ্ৰৱণ কীৰ্তন। ভক্তিবিহীন জ্ঞান-কৰ্ম অসাৰ 'ভকতি বিহীন জ্ঞান কৰ্ম সবে ব্যৰ্থ। কহিলো স্বৰূপে বোলোঁ তত্ত্ব অৰ্থ' (*প্ৰথম স্কন্ধ ভাগৱত*) ভগৱান শ্ৰীকৃষ্ণৰ পাদমূলত আত্ম সমৰ্পণ কৰি কিম্বা ঐকান্তিক ভাৱে হৰি গুণ কীৰ্তনৰ সহায়ত জীৱে মুক্তি পাব পাৰে। তিনিগুণ অতিক্ৰমি পায় ব্ৰহ্মৰ স্বৰূপ।' গুৰুজনাৰ দৃষ্টিত মুক্তি বা মোক্ষ হ'ল 'আনন্দ স্বৰূপ, 'পৰমশ্ৰেয়' আৰু 'পৰম পুৰুষাৰ্থ।'

---

৮৭ মহেশ্বৰ নেওগ— শ্ৰীশ্ৰী শংকৰদেৱ, পৃ° ১৯৪

১০.৪৫. ***গৌড়ীয় বৈষ্ণৱ দৰ্শন*** **:** শ্ৰীচৈতন্যদেৱৰ আশ্চৰ্যঘন জীৱন লীলাই গৌড়ীয় বৈষ্ণৱ দৰ্শনৰ বুনিয়াদ। সন্দেহ নাই, বৈষ্ণৱ ধৰ্ম প্ৰধানতঃ ভক্তি মাৰ্গৰ সাধনা। জ্ঞানমাৰ্গীৰ সমুখত যি নিৰ্বিশেষে ব্ৰহ্ম, যোগমাৰ্গী উপাসকৰ দৃষ্টিত যিজন পৰমাত্মা, তেৰেঁই ভক্তি পথচাৰী সাধকৰ ওচৰত ভগৱান ৰূপে আত্ম প্ৰকাশ কৰে। বৈষ্ণৱ ভাৱনাত সেই ভগৱান শ্ৰীকৃষ্ণ ৰূপে মূৰ্তিমান (কৃষ্ণস্তু ভগৱান স্বয়ম্) এই কৃষ্ণ অনাদি, অনন্ত, সচ্চিদানন্দ আৰু সকল কাৰণৰ কাৰণ। আনন্দ লাভৰ উদ্দেশ্য আগত ৰাখি তেওঁ লীলাত প্ৰবৃত্ত হয়। শ্ৰীকৃষ্ণৰ ভিন্ন লীলাৰ ভিতৰত নৰলীলা সৰ্বোত্তম (কৃষ্ণৰ যতেক লীলা। সৰ্বোত্তম নৰলীলা নৰবপু কৃষ্ণেৰ স্বৰূপ।। *চৈ° চ°*) শ্ৰীকৃষ্ণৰ মাধুৰ্যৰূপৰ উপলব্ধি গৌড়ীয় বৈষ্ণৱ সাধাকৰ কাম্য। গোপবেশ কৃষ্ণ মাধুৰ্য লীলা অগণন। সেই লীলাত নিখিল বিশ্বই নহয় স্বয়ং কৃষ্ণও আত্মবিভোৰ (আপন মাধুৰ্য হৰে আপনাৰ মন। আপনে আপনা চাহে কৰিতে আলিংগন ।। *চৈ° চ°*)

১০.৪৬. *কৃষ্ণতত্ত্ব* **:** 'ৰূপ দেখি আপনাৰ কৃষ্ণ হয় চমৎকাৰ আস্বাদিতে সাধ উঠে মনে *চৈ° চ°*)— এই আস্বাদ-তৃষ্ণাৰ ফলশ্ৰুতি ৰূপে কৃষ্ণৰ অন্তৰংগ স্বৰূপ শক্তিৰ হ্লাদিনী প্ৰকাশ। এই হ্লাদিনী শক্তিয়ে ৰাধা। কৃষ্ণ অংশী ৰাধা অংশ। ৰাধা আৰু কৃষ্ণ অবিভাজ্য— অবিচ্ছেদ্য। কৃষ্ণদাস কবিৰাজৰ ভাষাত— 'মৃগমদ তাৰ গন্ধ যৈছে অবিচ্ছেদ। অগ্নি জ্বালাতে যৈছে নাহি কভু ভেদ।। ৰাধাকৃষ্ণ ঐছে সদা একয় স্বৰূপ। লীলাৰস আস্বাদিতে ধৰে দুই ৰূপ' *চৈ° চ°*১.৪) শ্ৰীকৃষ্ণৰ সকলো কামনা বাসনা ৰাধিকাতে বৰ্তমান। ৰাধিকায়ো কৃষ্ণৰ মনোবাঞ্ছা পূৰাবলৈ সমৰ্থ। ৰাধা সৰ্বদা কৃষ্ণগত প্ৰাণা। তেওঁৰ গুণ পচিশটা। তাৰে মধুৰা, কিশোৰী, মহাভাব স্বৰূপা, অপাংগ দৃষ্টি চঞ্চলা, উজ্জ্বলস্মিতা সৌভাগ্য ৰেখা যুক্তা, সংগীত নিপুণা, বিদগ্ধা, বিনীতা, লজ্জাশীলা, ধৈৰ্যশীলা, গম্ভীৰা, কৃষ্ণ প্ৰেয়সীশ্ৰেষ্ঠা প্ৰভৃতি উল্লেখযোগ্য।

১০.৪৭. ***গোপী তত্ত্ব*** **:** যি সকলে কৃষ্ণক বশীভূত কৰিব পৰা প্ৰেম ৰক্ষা কৰে, সেই সকলেই গোপী। তেওঁলোক আত্মবুদ্ধি সম্পনা নহয়। কৃষ্ণৰ সুখৰ বাবেহে তেওঁলোকে যেন সদা সচেষ্ট। গোপীপ্ৰেম প্ৰাকৃত কাম ক্ৰীড়াৰ উৰ্ধত— সেয়া যেন আহ্লাদিনী শক্তিৰ বিলাস বৈচিত্ৰ্য। কাম প্ৰাকৃত মনৰ বৃত্তি কিন্তু প্ৰেম আহ্লাদিনী শক্তিৰ বৃত্তি। গোপীপ্ৰেমৰ বৈশিষ্ট্য এয়ে। ইতিপূৰ্বে উল্লেখিত হৈছে যে গোপীসকলৰ মধুৰা ৰতি ত্ৰিবিধা-সাধাৰণী, সমঞ্জসা আৰু সমৰ্থা। ৰাধা প্ৰেমৰ আশ্ৰয় কৃষ্ণ প্ৰেমৰ বিষয়। এই প্ৰেমৰ পৰিপুষ্টি সাধনৰ সহায়িকাই গোপী প্ৰেম। *চৈতন্য চৰিতামৃতত* আছে— 'গোপী প্ৰেম কৰে কৃষ্ণ মাধুৰ্যেৰ পুষ্টি। মাধুৰ্য বাড়ায় প্ৰেম হঞা মহাতুষ্টি।।'

১০.৪৮. ***প্ৰেমতত্ত্ব*** **:** ৰতি গাঢ়তা প্ৰাপ্ত হ'লে সাধকৰ চিত্ত যেতিয়া সম্যকৰূপে মসৃণ আৰু অতিশয় মমতাতিশয়াঙ্কিত হয়, তেতিয়া সেই ৰতিক কোৱা হয় প্ৰেম[৮৮]।

---

৮৮ সম্যঙ্ মসৃণিত স্বান্তো মমত্বাতিশয়াঙ্কিতঃ ।
ভাবঃ স এব সান্দ্ৰাত্মা বুধৈঃ প্ৰেমা নিগদ্যতে।। ভক্তি ৰসামৃতসিন্ধু

গৌড়ীয় বৈষ্ণৱ সাধনা মতে প্ৰেম অপ্ৰাকৃত আৰু চিন্ময়। সাধন ভক্তিৰ ফলত ইয়াৰ বিকাশ সম্ভৱ হয়। ইয়াৰ বিকাশৰ লগে লগে মৌলিক কামনা-বাসনা নাইকিয়া হৈ পৰে। কাম আৰু প্ৰেম একে বস্তু নহয়। লো আৰু সোণৰ মাজত যি পাৰ্থক্য, দিন আৰু ৰাতিৰ যি প্ৰভেদ, কাম আৰু প্ৰেমৰ মাজতো তিমানখিনি পাৰ্থক্য। কৃষ্ণদাস কবিৰাজৰ ভাষাত, 'আত্মেন্দ্ৰিয় প্ৰীতি ইচ্ছা তাৰে বলি কাম। কৃষ্ণেন্দ্ৰিয় প্ৰীতি ইচ্ছা ধৰে প্ৰেম নাম।।' এই প্ৰেমৰ মাধ্যমেৰে কৃষ্ণ মাধুৰ্যৰ আস্বাদন সম্ভৱ হয়[৮৯]। এই প্ৰেমৰ কেবাটিও স্তৰ লক্ষ্য কৰা যায়। *চৈতন্য চৰিতামৃত* কাৰৰ ভাষাত 'সাধন ভক্তি হৈতে হয় ৰতিৰ উদয়। ৰতি গাঢ় হৈলে পৰে প্ৰেমেৰ উদয়।। প্ৰেম বৃদ্ধি ক্ৰমে স্নেহ মান প্ৰণয়। ৰাগ অনুৰাগ ভাব মহাভাব হয়।।' সাধকৰ চিত্তত সৰ্ব প্ৰথম প্ৰেমৰ যি স্তৰৰ আবিৰ্ভাৱ হয়, সেয়ে ভাব বা ৰতি। ৰতি গাঢ়তা প্ৰাপ্ত হ'লে সাধকৰ চিত্ত সম্যকৰূপে মসৃণ আৰু অতিশয় মমতাতিশয়ান্বিত হয়। সেই স্তৰ ৰতি প্ৰেমৰূপে পৰিচিত। প্ৰেম চৰম সীমালৈ আগবাঢ়ি গাঢ়তাবশতঃ চিত্তক উদ্দীপ্ত আৰু হৃদয়ক দ্ৰবীভূত কৰিলে তাক স্নেহ বোলে। যি স্নেহে উৎকৰ্ষৰ পথত আগবাঢ়ি নৱ মাধুৰ্য অনুভৱ কৰায়, আৰু নিজে অদাক্ষিণ্য ধাৰণ কৰে সেয়ে মান। মানে গভীৰলৈ গৈ বিশ্ৰম্ভ লাভ কৰাই প্ৰণয়। প্ৰণয়ৰ উৎকৰ্ষ হেতু যেতিয়া দুখৰ মাজতো সুখ অনুভৱ কৰা হয়, তেতিয়াই তাক ৰাগ বোলা হয়। ৰাগৰ গভীৰতাই প্ৰিয়তমক নতুন নতুন ভাব অনুভৱ কৰাব পাৰিলে সি অনুৰাগৰ পৰ্যায় পায়গৈ। অনুৰাগে স্বসংবেদ্য দশা আৰু যাবদাশ্ৰয় বৃত্তি পালে তাক ভাব বোলে। পৰম অলৌকিক অমৃতময় সৌন্দৰ্য যাৰ স্বৰূপ আৰু যাৰ প্ৰতি নিজৰ মন আকৃষ্ট কৰায়, তেনে ভাৱেই মহাভাব।

১০.৪১. ***স্বকীয়া আৰু পৰকীয়া প্ৰেমবাদ***: চৈতন্য মহাপ্ৰভুৰ দেহ অৱসানৰ পিছত গৌড়ীয় বৈষ্ণৱ সাধনাত মতবিৰোধে গা কৰি উঠে। এই মতবিৰোধৰ মূল কথা হ'ল— ৰাগানুগ সাধনাত পৰকীয়া প্ৰীতি। বৈধী মাৰ্গীসকল (ৰূপ, সনাতন আৰু গোপালভট্ট) স্বকীয়াবাদী আৰু ৰাগানুৰাগা পন্থীসকল (ৰায় ৰামানন্দ, স্বৰূপ দামোদৰ প্ৰভৃতি) হ'ল পৰকীয়াবাদৰ সমৰ্থক। কৃষ্ণদাস কবিৰাজৰ মতে, পৰকীয়া তত্ত্বৰ আদৰ্শ হেনো মহাপ্ৰভু চৈতন্যদেৱৰ দ্বাৰাই প্ৰচাৰিত হৈছিল। *চৈতন্য চৰিতামৃতত* কোৱা হৈছে— পৰকীয়াত প্ৰেমৰ স্ফুৰণ ঘটে সৰ্বাধিক। সেইবাবে প্ৰেমৰ ভিতৰত কান্তাপ্ৰেম শ্ৰেষ্ঠ আৰু তাৰ ভিতৰত পৰকীয়া প্ৰীতি অধিক মনোহৰ। ৰাধাপ্ৰেমত উক্ত পৰকীয়া প্ৰীতিৰ পৰ্যবসান ঘটিছে[৯০]। ব্ৰজ ৰমণীসকলে আত্মেন্দ্ৰিয় প্ৰীতি ইচ্ছা সমূলকে পৰিহাৰ কৰি, পৰম পুৰুষ

---

৮৯ পৰম পুৰুষাৰ্থ সেই প্ৰেম মহাধন।
কৃষ্ণের মাধুৰ্যৰস কৰায় আস্বাদন।।

৯০ পৰকীয়া ৰতি ৰসের উল্লাস।
ব্ৰজ বিনা ইহাৰ অন্যত্ৰ নাহি বাস।। চৈ' চ' আদি/৪ৰ্থ

শ্ৰীকৃষ্ণৰ চৰণ তলত অৰ্পণেৰে নিকষিত হেমসদৃশ প্ৰোজ্জ্বল প্ৰেমৰ অধিকাৰী হোৱা হেতু সেই প্ৰেম সকলোৰে আদৰ্শনীয়। সোণ নুপুৰিলে উজ্জ্বল নহয়। শত বাধা-বিঘিনিয়ে আবৰি নধৰিলে প্ৰকৃত প্ৰেমৰ সোৱাদ পোৱা নাযায়। সেইবাবেই গৌড়ীয় বৈষ্ণৱ সাধকসকলে স্বকীয়াৰ বিপৰীতে পৰকীয়া প্ৰেমৰ পৰকাষ্ঠা দেখুৱাইছিল। হৰেকৃষ্ণ মুখোপাধ্যায় ডাঙৰীয়াই কয়, 'পৰব্যবসিনী ৰমণীয়ে যেনেকৈ ঘৰুৱা কামত ব্যস্ত থাকিও অন্তৰেৰে সৰ্বদা উপপতিৰ কথা চিন্তা কৰে, তেনেদৰে আমিও যদি এই বিশ্বত বাস কৰি, সাংসাৰিক কামত ব্যস্ত থাকিও সদায় বিশ্বনাথৰ কথা চিন্তা কৰিব পাৰোঁ, তেনেহ'লেই আমাৰ কুল পবিত্ৰ হ'ব।'[১১] —বৈষ্ণৱসকলে এনে ভাবত উদ্দীপ্ত হৈয়ো পৰকীয়া প্ৰেমৰ পক্ষ লোৱা অসম্ভৱ নহয়। পৰকীয়া প্ৰেম মুখ্য আৰু গৌণ ভেদে দুপ্ৰকাৰ। এই সম্পৰ্কে *সাধামৃত কণিকাত* আছে—

পৰকীয়া এক নহেই মত বটে। দুশাস্ত্ৰ লোকদিতে সবে এক মত বটে।।
গৌণ মুখ্য দুই মত হয় পৰকীয়া। মুখ্য ৰাধিকাৰ প্ৰেম নয়নে দেখিয়া।।
গৌণেতে প্ৰাকৃত ৰতি ৰসিকেৰ প্ৰাণ। তাহাতেই ৰসিক শেখৰ প্ৰতিষ্ঠান।।

১০.৫০. ***অচিন্ত্য ভেদাভেদবাদ*** : বংগীয় বৈষ্ণৱ আচাৰ্যসকলৰ মতে, জীৱ জগত সকলোৱে পৰব্ৰহ্মৰ শক্তি। যিহেতু জীৱ-জগত সমস্তই পৰব্ৰহ্মৰ শক্তি ; সেই কাৰণে শক্তিৰ লগত শক্তিমানৰ যি সম্পৰ্ক জীৱ-জগদাদিৰ সৈতেও পৰব্ৰহ্মৰ সেই সম্পৰ্কই বিদ্যমান। পৰব্ৰহ্মৰ শক্তিসমূহ সৰ্বদা পৰব্ৰহ্মত থাকে। কস্তুৰীৰ গোন্ধক কস্তুৰীৰপৰা পৃথক কৰিব নোৱাৰাৰ দৰে নাইবা দাহিকা শক্তিক অগ্নিৰপৰা বেলেগ কৰিব নোৱাৰাৰ দৰে পৰব্ৰহ্মৰ শক্তিকো পৰব্ৰহ্মৰপৰা পৃথক কৰিব নোৱাৰি। শক্তিক বাদ দি শক্তিমানৰ অস্তিত্ব অনুভৱ কৰিব পাৰি জানো? শক্তি আৰু শক্তিমানৰ অভেদ সৰ্বদা স্বীকৃত। য'ত অগ্নি আছে তাত দাহিকা শক্তি থাকিবই। কস্তুৰীত তাৰ গোন্ধ আছেই। তথাপি শক্তি আৰু শক্তিমানক সৰ্বতোভাৱে অভিন্ন বুলিব নোৱাৰি; কাৰণ শক্তিমানৰ বাহিৰেও অনেক সময়ত শক্তিৰ প্ৰভাৱ অনুভূত হয়। অগ্নিৰ বহিৰ্দেশতো দাহিকা শক্তি পোৱা যায়। পৰব্ৰহ্ম প্ৰত্যক্ষীভূত নহ'লেও তাৰ শক্তিৰ আভাস অনুভূত হয়হি। গতিকে শক্তি আৰু শক্তিমানৰ ভেদ যিদৰে অস্বীকাৰ কৰিব নোৱাৰি, অভেদো তেনেকৈ অস্বীকাৰ কৰা টান। এই কাৰণে গৌড়ীয় বৈষ্ণৱাচাৰ্যসকলে পৰব্ৰহ্মৰসৈতে শক্তিৰ ভেদ আৰু অভেদ উভয়কে স্বীকৃতি দিছে। দিছে সেই ভেদ আৰু অভেদ বুদ্ধিগম্য নহয়। ই অচিন্ত্য জ্ঞানগোচৰ। শক্তি আৰু শক্তিমানৰ মাজত যি যুগপৎ ভেদাভেদ আছে, সিও অচিন্ত্য বস্তু। উভয়ৰে ভেদ বা অভেদ কোনোটিকে অস্বীকাৰ কৰিব নোৱাৰি। অথচ পৰস্পৰ

১১ হৰেকৃষ্ণ মুখোপাধ্যায়— পদাৱলী পৰিচয় পৃ ১২২

বিৰোধী উভয়ৰে যি যুগপৎ অৱস্থান, তাক যুক্তি- তৰ্কৰ দ্বাৰা প্ৰমাণ কৰা টান। সেই কাৰণে ইয়াক অচিন্ত্য ভেদাভেদ ব্যাখ্যা দিয়া হৈছে। কৃষ্ণদাস কবিৰাজে এই তত্ত্বটিৰ চমু অথচ সুন্দৰ ব্যাখ্য প্ৰদান কৰিছে এনেদৰে ঃ—

ৰাধা পূৰ্ণ শক্তি কৃষ্ণ পূৰ্ণ শক্তিমান। দুই বস্তু ভেদ নাই শাস্ত্ৰ পৰিমাণ।।
মৃগমদ তাৰ গন্ধ যৈছে অবিচ্ছেদ। অগ্নি জ্বালাতে যৈছে নাহি কভু ভেদ।।
ৰাধাকৃষ্ণ ঐছে সদা একই স্বৰূপ। লীলাৰস আস্বাদিতে ধৰে দুই ৰূপ।।

●●●

# একাদশ অধ্যায়

## মিথিলা-বংগৰ পদকাৰ চাৰিজন

### ক° কবি বিদ্যাপতি

১১.১. মিথিলাৰ ৰাজসভাৰ কবি 'মৈথিল কোকিল' 'অভিনৱ জয়দেৱ' বিদ্যাপতি আছিল শৈৱ ব্ৰাহ্মণ। সংস্কৃত, অৱহট্‌ঠ আৰু মৈথিল— এই তিনিটা ভাষাত একাধিককৈ গ্ৰন্থ ৰচনা কৰা বিৰল প্ৰতিভাধৰ কবি বিদ্যাপতি একেধাৰে স্মাৰ্ত পণ্ডিত, ঐতিহাসিক আৰু ভূগোলবেত্তা হ'লেও আজি তেওঁক এজন সৰ্বশ্ৰেষ্ঠ গীতি কবি ৰূপেহে আমি চিনি পাওঁ[1]। বিদ্যাপতিৰ কোমল কান্ত পদাৱলীৰ অভিনৱ সৌন্দৰ্যই মধ্যযুগৰ নেপাল, বংগদেশ, অসম, উৰিষ্যাৰ অগণন কাব্য-ৰসিকৰ মন আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল, ব্ৰজবুলিৰ পদাৱলী সৃষ্টিত পথ প্ৰদৰ্শকৰ ভূমিকা লৈছিল আৰু বংগদেশত একাধিক ছায়া বিদ্যাপতিৰ জন্ম দিবলৈ অকুণ্ঠ সাহায্য আগবঢ়াইছিল। সভাকবি বিদ্যাপতি ঠকুৰে বিভিন্ন ৰাজবংশৰ চাউল খোৱাৰ সাক্ষ্য তেওঁৰ গ্ৰন্থাৱলীত বিদ্যমান। 'ওইনীবাৰ' বংশৰ নৃপতি কীৰ্ত্তি সিংহৰ (ৰাজত্বকাল ১৪০২—১৪০৪ খ্ৰী°) কীৰ্ত্তি কাহিনী বৰ্ণনাৰ আধাৰত অৱহট্‌ঠ ভাষাত ৰচিত হৈছে *কীৰ্ত্তিলতা*। এই কাব্যত কবিয়ে নিজকে খেলন কবি অৰ্থাৎ 'শিশুকবি' বোলাটো মন কৰিব লগীয়া। কীৰ্ত্তিসিংহৰ মৃত্যুৰ পিছত ৰাজসিংহাসনত সমাসীন হোৱা দেৱসিংহৰ আদেশত *ভূপৰিক্ৰমাৰ* ৰচনা কৰ্ম সমাপ্ত কৰে। আনুমানিক ১৪১৪ খ্ৰীষ্টাব্দত মিথিলাৰ ৰাজসিংহাসনত বহা নৃপতি শিৱসিংহৰ চমু ৰাজত্ব কালত কবিজনাই *কীৰ্ত্তিপতাকা* আৰু *পুৰুষ পৰীক্ষাৰ* উপৰি প্ৰায় দ্বিশতাধিক অমৰ গীত ৰচিবলৈ সমৰ্থ হয়। ইয়াৰ পিছত দ্ৰোণবাৰৰ ৰজা পুৰাদিত্যৰ আশ্ৰয়ত থাকি *লিখনাৱলী* অৰ্থাৎ পত্ৰ লেখন গ্ৰন্থ প্ৰণয়ন কৰে। অনুক্ৰমে মিথিলাৰ অৱস্থা শান্ত হৈ অহাত যেতিয়া শিৱসিংহৰ ভ্ৰাতা পদ্মসিংহ ৰাজপাটত বহিল, তেতিয়া বিদ্যাপতি মিথিলাৰ ৰাজসভালৈ পুনৰ ঘূৰি আহিল আৰু পদ্মসিংহৰ পত্নী বিশ্বাসদেৱীৰ নিৰ্দেশত *শৈৱ সৰ্বস্বসাৰ* আৰু *গংগা বাক্যাৱলীৰ* ৰচনা

---

১ *কীৰ্ত্তিলতাত* বিদ্যাপতিয়ে সগৰ্ব ঘোষণা কৰিছে—

'বালচন্দ্ৰ আৰু বিদ্যাপতিৰ ভাষা—এই দুটাৰ কোনোটিকে দুৰ্জনৰ প্ৰযোজ্য নহ'ব। কাৰণ চন্দ্ৰ পৰমেশ্বৰৰ শিৰত লাগি থাকে আৰু বিদ্যাপতিৰ ভাষাই নাগৰজনৰ মনমোহন কৰে:—

বালচন্দ্ৰ বিজ্জাবই ভাষা।-দুহ নহি লগ্‌গই দুজ্জন হাসা।।

ও পৰমেসৰ হৰশিৰ সোহই। ঈ নিশ্চই না অৰ মন মোহই।।

কৰ্ম সমাপ্ত কৰে। ইয়াৰ পিছত তেওঁ সেই বংশৰে নৃপতি ধীৰসিংহ আৰু ভৈৰৱসিংহৰ নিৰ্দেশতো একাধিক গ্ৰন্থ প্ৰণয়ন কৰাৰ সুযোগ পায়। উল্লিখিত নৃপতি তিনিজনাৰ ৰাজত্ব কালত প্ৰণয়ন কৰা গ্ৰন্থৰ ভিতৰত *বিভাগসাৰ, দানবাক্যাৱলী* আৰু *দুৰ্গা ভক্তি তৰংগিনী* লেখৰ[২]।

১১.২. মিথিলাৰ নৃপতি শিৱসিংহই বিদ্যাপতিক তাম্ৰফলি কৰি দি গ্ৰাম দান কৰিছিল। তাত কবিক কোৱা হৈছে 'সপ্ৰক্ৰিয়াভিনৱ জয়দেৱ পণ্ডিত ঠাকুৰ'। ৰজাঘৰ আৰু প্ৰজাঘৰ উভয়ৰেপৰা প্ৰচুৰ সন্মান আদায় কৰিব পাৰিয়ে বোধ হয় তেওঁ *কীৰ্তি পতাকাৰ* 'পুষ্পিকা'ত সগৰ্বে ঘোষণা কৰিব পাৰিছিল—

'ৰজা শিৱসিংহৰ এই কীৰ্তি আৰু বিদ্যাপতিৰ বাণী যাবচ্চন্দ্ৰ দিবাকৰ লোকৰ মুখে মুখে বিৰাজ কৰক।'[৩] গ্ৰন্থাৱলী কিংবা পদাৱলীয়ে আলোচিত কবিজনাৰ ব্যক্তিগত জীৱনৰ কোনো সংবাদেই পাঠক সমাজক নিদিয়ে। তেওঁৰ এটি পদত মাত্ৰ 'দুলহা' নামৰ এজনী কন্যাৰ উল্লেখ পোৱা যায়। মহামহোপাধ্যায় ড° উমেশ মিশ্ৰ আৰু ড° জয়কান্ত মিশ্ৰই বিভিন্ন কিংবদন্তীৰ আলমত কবিজনাৰ জীৱনৰ কিছু তথ্য পোহৰলৈ অনাৰ প্ৰচেষ্টা চকুত পৰে। প্ৰবাদমতে বিদ্যাপতিৰ তিৰোতা দুগৰাকী -প্ৰথম জনীৰ পুত্ৰ হৰপতি আৰু নৰপতি। দ্বিতীয় জনীৰ পুত্ৰ বাচস্পতি আৰু কন্যা দুলহা। নৃপতি শিৱসিংহৰ পত্নী লছিমাৰ সৈতে থকা বিদ্যাপতিৰ প্ৰণয় কাহিনীটো বংগৰ বৈষ্ণৱ সহজিয়াসকলৰ কল্যাণত মুখৰ হৈ উঠে। অৱশ্যে কবিজনাৰ ভালেকেইটা গীতত লাছিমাদেৱীৰ নামোল্লেখ নথকা নহয়।

১১.৩. বিদ্যাপতি ঠাকুৰৰ জীৱন বৃত্ত আৰু আবিৰ্ভাৱ কাল দুয়োটাই সন্দেহৰ কুঁৱলীৰে আৱৰা। *বিদ্যাপতিৰ* সংকলক সাৰদাচৰণ মিত্ৰই কবিৰ পদাৱলী পঞ্চদশ খ্ৰীষ্টাব্দৰ প্ৰথমাৰ্ধত প্ৰকাশ পোৱাৰ যু ক্তি দৰ্শায়। জৰ্জ গ্ৰীয়াৰচন চাহাবে *পুৰুষ পৰীক্ষাৰ* সম্পাদনা কালত মিত্ৰৰ দৰেই মন্তব্য আগবঢ়াইছিল। নগেন্দ্ৰনাথ গুপ্তই তেওঁৰ *বিদ্যাপতি* গ্ৰন্থত কবিৰ জন্ম আৰু মৃত্যু যথাক্ৰমে ১৩৫৮ আৰু ১৪১৮ খ্ৰীষ্টাব্দ ৰূপে সাব্যস্ত কৰিছে। মহামহোপাধ্যায় ড° উমেশ মিশ্ৰ আৰু শিৱনন্দন ঠাকুৰে কবিৰ আবিৰ্ভাৱ আৰু প্ৰয়াণ কাল দৰ্শাইছে— ১৩৬০ আৰু ১৪৪৬ খ্ৰীষ্টাব্দ ৰূপে। ড° জয়কান্ত মিশ্ৰই তেওঁৰ *History of Maithili Literature* গ্ৰন্থত কবিৰ জন্ম কাল ১৩৪৭ খ্ৰী° ৰূপে নিৰ্দেশ কৰিলেও প্ৰয়াণ কাল ১৪৩৭ খ্ৰী°ত থাপিছে। ড° বিমানবিহাৰী মজুমদাৰৰ মতে, কবিয়ে ১৩৮৯ খ্ৰীষ্টাব্দৰ ওচৰে পাঁজৰে জন্ম গ্ৰহণ কৰি ১৪৬০ খ্ৰীষ্টাব্দলৈকে জীয়াই আছিল[৪]।

---

২ *Jha. S – The Songs of Vidyapati, Introduction.*

৩ এতং কীৰ্তি (সুধা প্ৰসাদিতবধা) বাণী চ বিদ্যাপতে।
যাবচ্চন্দ্ৰাৰ্কমিদং বিৰাজতু মুখা লোকেষু ধন্যা সদা।।

৪ মিশ্ৰ আৰু মজুমদাৰ (সম্পা°)—*বিদ্যাপতিৰ পদাৱলী*, পৃ ৫৬ - ৫৭

*বিদ্যাপতিৰ পদাবলীৰ* সম্পাদক অমূল্যচৰণ বিদ্যাভূষণ আৰু খগেন্দ্ৰনাথ মিশ্ৰই কবিক ১৩৫০ খ্ৰীষ্টাব্দৰ পিছত জন্মগ্ৰহণ কৰাৰ যুক্তি আগবঢ়ায় আৰু ড° সুকুমাৰ সেনে কয় যে ১৪৬০ খ্ৰীষ্টাব্দৰ পিছত বিদ্যাপতি অধিক কাল জীয়াই নাছিল[৫]।

১১.৪. বিদ্যাপতিৰ সমস্ত গ্ৰন্থৰ ভিতৰত সৰ্বাধিক জনপ্ৰিয় 'পদাৱলী' বংগদেশ মিথিলা আৰু নেপালত উদ্ধাৰ হোৱাটো তাৎপৰ্যপূৰ্ণ। বংগদেশত সংকলিত *ক্ষণদাগীত চিন্তামণি, পদামৃত সমুদ্ৰ* আৰু *পদকল্পতৰু*ত বিদ্যাপতিৰ ভালেসংখ্যক গীত সংকলিত হোৱা দেখা যায়। ইৰাজী ১৮৮১ চনত জৰ্জ গ্ৰীয়াৰচনে টীকা-টিপ্পনীসহ প্ৰকাশ কৰা *An Introduction to the Mathili Language of North Bihar* (Vol. 11) গ্ৰন্থত আলোচিত কবিজনাৰ ৮২ টা গীতে স্থান পাইছে। মিথিলাৰ ৰামভদ্ৰপুৰ নামে ঠাইত প্ৰাপ্ত হস্তলিখিত পুথিৰ আধাৰত পণ্ডিত শিৱনন্দন ঠাকুৰে ইং ১৯৩৮ চনত সংকলন কৰা *বিদ্যাপতি বিশুদ্ধ পদাৱলীত* আলোচিত কবিজানাৰ ৯৩ টা গীতৰ সমুচ্চয় উল্লেখযোগ্য। মিথিলাৰ তৰৌণী গাঁৱৰপৰা নগেন্দ্ৰনাথ গুপ্তই উদ্ধাৰ কৰা তালপতীয়া পুথিখনত আলোচ্যমান কবিজনাৰ ২৩৯ টা গীতৰ সংগ্ৰহ তাৎপৰ্যপূৰ্ণ। মৈথিল তথা পূৰ্ব ভাৰতীয় লিপিত লিখিত আৰু নেপাল ৰাজদৰবাৰ গ্ৰন্থাগাৰত সংৰক্ষিত তালপতীয়া হস্তলিখিত *বিদ্যাপতি কা গীতত* থকা সৰ্বমুঠ ২৮৭ টা গীতৰ ২৫৬ টাৰ ৰচয়িতা হ'ল বিদ্যাপতি। ড° বিমানবিহাৰী মজুমদাৰে বিভিন্ন উৎসৰ সহায়ত বিদ্যাপতিৰ যি পদাৱলী সংকলন কৰিছে তাত মুঠতে ৭৯৬ টা গীত সংকলিত হৈছে। বিষয় বস্তুৰ ফালৰপৰা এই গীত সমূহক ক° ৰাধা-কৃষ্ণ বিষয়ক খ° হৰ-গৌৰী আৰু কালী বিষয়ক, গ° প্ৰহেলিকা জাতীয় ঘ° গংগা বিষয়ক আৰু ঙ° দেৱতা সম্পৰ্ক বৰ্জিত বিভিন্ন বিষয়ক পদ— এই কেইটা ভাগত ভগাব পাৰি[৬]। অৱশ্যে কবিজনাৰ হৰ-গৌৰী কিংবা কালী বিষয়ক পদৰ সংখ্যা সৰহ নহয়। মিথিলাত প্ৰাপ্ত পুথিত শৈৱ গীতৰ প্ৰাধান্য থাকিলেও বংগৰ বিভিন্ন স্থানত প্ৰাপ্ত পদাৱলীত ৰাধা-কৃষ্ণৰ প্ৰাধান্য মন কৰিবলগীয়া। এইখিনিতে এটা কথাৰ উল্লেখ প্ৰয়োজন ঃ অধুনা *বিদ্যাপতিৰ পদাবলীত* সন্নিবিষ্ট গীত সমূহত বিদ্যাপতিৰ উপৰি আন বিবোৰ কবিৰ কবিতাই স্থান পাইছে সিবোৰৰ ভিতৰত 'বঙালি বিদ্যাপতি' ও এজন। তেওঁ শ্ৰীখণ্ডৰ কবিৰঞ্জন আৰু তেওঁৰ উপাধি আছিল বিদ্যাপতি[৭]।

১১.৪. বিদ্যাপতি মূলতঃ প্ৰেম-সৌন্দৰ্যৰ কবি। সমালোচক শংকৰীপ্ৰসাদ বসুৰ ভাষাত, 'বিদ্যাপতি তীব্ৰ ইন্দ্ৰিয়ৰাগৰ কবি। তথাপি ভোগ সম্পৰ্কে তেওঁৰ মনত বিতৃষ্ণা গভীৰ হৈ উঠিছিল, অন্ততঃ শেষ জীৱনত আৰু তেওঁ প্ৰেমৰ কল্যাণময় গৃহস্থ ৰূপকো মানিছিল। একালে আছিল বিদ্যাপতিৰ ইন্দ্ৰিয় বিলাস, নাগৰিক ক্ষুধাৰ তৃপ্তিশালা সৰবৰাহ,— য'ত আনকি ৰাধা-কৃষ্ণ পৰ্যন্ত ৰূপজীৱী, আনফালে আছে বিদ্যাপতিৰ শিৱ-পাৰ্বতীৰ মংগল সুন্দৰ প্ৰেমাদৰ্শ আৰু ৰাধা-কৃষ্ণ প্ৰেমৰ উন্নত উদাত্ত ৰূপ।.... বিদ্যাপতি আধ্যাত্মিকতা বৰ্জিত নহয় কিন্তু তেওঁৰ আধ্যাত্মিকতা প্ৰেমৰ উন্নয়নৰ সৃষ্টি।'[৮] কবি

৫ সুকুমাৰ সেন — *বিদ্যাপতি গোষ্ঠী*, পৃ° ২৩

৬ অসিতকুমাৰ বন্দ্যোপাধ্যায় — *বাংলা সাহিত্যেৰ ইতিবৃত্ত* ১ পৃ ৩৯৬

৭ সুকুমাৰ সেন — *বাংলা সাহিত্যৰ ইতিহাস*, পৃ° ১৪

৮ শংকৰীপ্ৰসাদ বসু — *মধ্যযুগেৰ কবি ও কাব্য*

বিদ্যাপতিৰ কাব্যিক প্ৰতিভাৰ সামগ্ৰিক ৰূপটো উপৰি উক্ত মন্তব্যত ধৰা দিয়া বুলিব পাৰি। কবি কালিদাস, জয়দেব, ভৰ্তৃহৰি আৰু অমৰুৰ ভাব-ভাষা আৰু কল্পচিত্ৰ স্বীকাৰ কৰি লৈয়ো বিদ্যাপতিয়ে স্বকীয় প্ৰতিভাৰ স্বাক্ষৰ তেওঁৰ পদাৱলীত ৰাখিবলৈ সমৰ্থ হৈছে।

১১.৫. বয়ঃসন্ধিৰ পদত বিদ্যাপতিৰ তুলনা নাই। কবিয়ে কিশোৰী ৰাধিকাই সময়ৰ অগ্ৰগতিৰ লগে লগে কেনেদৰে যৌৱনৰ ৰূপ সৌন্দৰ্যৰ পথাৰত ধীৰে ধীৰে দুটি এটিকৈ খোজ পেলাইছে, তাৰে এটি মধুৰ কান্তিময় সজীৱ চিত্ৰ অংকন কৰিছে। সমালোচকৰ ভাষাত 'বালিকাৰ চাঞ্চল্য, নবযৌৱন গন্ধসাৰত আচ্ছন্ন বালা যুবতীৰ প্ৰথম ৰূপ চেতনা' অনাবৃত বাল্য আৰু আত্ম গোপনচাৰী প্ৰথম যৌৱনৰ যি বিমিশ্ৰ দ্বন্দ্ব ৰাধাৰ যৌৱন আবিৰ্ভাৱৰ চিত্ৰত সংযোজিত হৈছে, সমগ্ৰ বৈষ্ণৱ পদ সাহিত্যত একমাত্ৰ বিদ্যাপতিৰ শিষ্য গোবিন্দদাস ভিন্ন অন্যত্ৰ প্ৰায় দুৰ্লভ বুলি পাৰি।'[১] ৰাধাই হঠাতে আবিষ্কাৰ কৰিলে যে তেওঁৰ জীৱনলৈ 'আওল যৌৱন শৈশব গেল।' তেওঁৰ অন্তৰত যাওঁ যাওঁ বুলিও নোযোৱা শৈশৱৰ লীলা বিবোধ চলে। সেই লীলা বিবোধৰ গতিশীল ছবিখনি একেডালি ৰেখায়ে মূৰ্তিমান কৰিছে এনেদৰেঃ 'কবহুঁ বাঁধয়ে কচ কবহুঁ বিথাৰি/কবহুঁ ঝাঁপয়ে অংগ কবহুঁ উঘাৰি।' (কেতিয়াবা চুলি বান্ধে, কেতিয়াবা খুলি ৰাখে। কেতিয়াবা অংগ আবৃত ৰাখে। কেতিয়াবা দেহৰ অংগ খুলি পেলায়)। ৰাধাৰ চঞ্চল চৰণ। চিত্ত চঞ্চল। মুদিত নয়নত অনুক্ৰমে মনসিজ জাগিল। পিছে ই অধিক সময় বৈ নাথাকিল। ফুলকলিয়ে সময়ৰ অগ্ৰগতিৰ লগে লগে বিকশিত হোৱাৰ ক্ষণ গণাত লাগিল— 'খনে খনে নয়নকোণ অনুসৰঈ/খনে খনে বসন ধূলি তনু ভৰঈ//' (ক্ষণে ক্ষণে নয়ন প্ৰান্তৰ অনুসৰণ কৰে। ক্ষণে ক্ষণে বসনৰ ধূলি ধূৰৰিত কৰে)। যৌৱনৰ মৌৱনত ভৰি দিয়া ৰাধাৰ দেহ অৱয়বৰ পৰিবৰ্তনক কবিয়ে ৰেখাময় ব্যঞ্জনত বান্ধিছে এনেদৰে ঃ 'নিৰজনে উৰজ হেৰই কত বেৰি/হসই সে আপন পয়োধৰ হেৰি//' (নিৰ্জনে তেওঁ কতবাৰ পয়োধৰ চায়, নিজৰ পয়োধৰ চাই চাই তেওঁ হাঁহে)। সংগীতমুগ্ধা ৰলকুৰংগীৰ দৰে তেওঁ ৰতিলীলাৰ আশ্চৰ্য অদ্ভুত কথা শুনে, সোধে— 'সুনইতে ৰসকথা থাপিয়ে চিত/জইসে কুৰংগিনী সুনএ সংগীত//' ৰাধাৰ এই কৈশোৰ-যৌৱন দ্বন্দ্বৰ সাৰ্থক ছবিটি জয় জয়ন্তে চকুত পৰে শ্ৰীকৃষ্ণৰ। শ্ৰীকৃষ্ণই সেই সৌন্দৰ্য দূতীৰ ভাষাহীন ৰূপচ্ছটাক সোণালী শব্দৰ সঁজাত ভৰাইছে এনেদৰে ঃ

জহাঁ জহাঁ পদযুগ ধৰঈ/তঁহা তঁহা সৰোৰুহ ভৰঈ।
জহাঁ জহাঁ ঝলকত অংগ/তঁহি তঁহি বিজুৰি তৰংগ।।'

(য'ত য'ত ভৰি দুখনি পৰে, ত'তে ত'তেই পদুমফুল ফুলে। য'ত য'ত তেওঁৰ অংগৰ জ্যোতি ঝলক পৰে, তাত বিদ্যুতৰ তৰংগ উঠে)

১ অসিতকুমাৰ বন্দোপাধ্যায়— পূৰ্বোক্ত গ্ৰন্থ, পৃ: ৪১১.

১১.৬. অভিসাৰ আৰু অভিসাৰোত্তৰ পৰ্যায়ত বিদ্যাপতি অতি গভীৰ. এই পৰ্যায়ৰেপৰা কবিৰ দৃষ্টি অন্তৰ্মুখী। নিজৰাৰ স্বপ্ন ভংগ হৈছে। আকাশত ঘন মেঘ, পদতলত পংকিল পথ। দশোদিশে অন্ধকাৰ। খোজ দিলে ভৰিয়ে পিছল খায়— দৃষ্টি হয় শূন্য। এন দুৰ্ভেদ্য অন্ধকাৰত বিদ্যাপতিৰ ৰাধাই অনুৰাগৰ প্ৰদীপ জ্বলাই সাধনাৰ পথত আগবাঢ়ে— 'নব অনুৰাগিণি ৰাধা/কিছু নাহি মান এ বাধা//' ৰাধাৰ প্ৰেমাবেগৰ চূড়ান্ত পৰিচয় পোৱা যায়— অভিসাৰৰ পদাৱলীত আৰু বিদ্যাপতিয়ে এই অভিসাৰৰ বৰ্ণনাত স্বকীয় সৃজনী প্ৰতিভাৰ স্বাক্ষৰ ৰাখিবলৈ সমৰ্থ হৈছে।

১১.৭. মিলন আৰু সম্ভোগৰ পদত বিদ্যাপতিৰ ৰাজসিক আভিজাত্য বিদ্যমান। আনহাতে বিৰহৰ পদত কবি প্ৰতিভাৰ বিজয়-বৈজয়ন্তী উৰাটো লক্ষণীয়। আগৰ অধ্যায়ত এই বিষয় বহলাই আলোচনা কৰি অহা হৈছে। বিৰহ আধ্যাত্মিকতাৰ দীপশিখাত দীপ্তমান হ'লেই ভাব সম্মিলনৰ সৃষ্টি সম্ভৱ হয়। বিদ্যাপতি সেই ভাব সম্মিলনৰো শ্ৰেষ্ঠ কবি। বিৰহ পৰ্যায়ত ৰাধাই চিঞৰি উঠিছিল— 'এ সখি হামাৰি দুখেৰ নাহি ওৰ'। ভাব সম্মিলন পৰ্যায়ত তেওঁৰ সেই দুখ মনৰ মণিকোঠত পাবলৈ নাইকিয়া— 'কি কহব ৰে সখি আনন্দ ওৰ/চিৰদিনেৰ মাধব মন্দিৰে মোৰ//' মাধৱৰ সৈতে ৰাধাৰ মিলনৰ সংবাদ বিশ্ব জগতৰ আগত উচ্চস্বৰে ঘোষাণা নকৰা পৰ্যন্ত ৰাধাৰ মনে শান্তি নাপায়। সেইবাবে তেওঁ উল্লাসেৰে মুখ মেলিছে ঃ—

'আজু ৰজনী হাম ভাগে পোহায়নু পেখঁলু পিয়ামুখ চন্দা।
জীৱন যৌবন সফল কৰি মানলুঁ দশ দিশ ভেল নিৰদন্দা।।

১১.৮. বিদ্যাপতি আছিল মূলতঃ প্ৰেম আৰু সৌন্দৰ্যৰ কবি। প্ৰেমৰ এটি উজ্জ্বল প্ৰাণময় মূৰ্ত্তিয়ে কবিৰ পদাৱলীত ৰসৰূপ ধাৰণ কৰিবলৈ সমৰ্থ হৈছে। বৈচিত্ৰ্য আৰু ভাব সৌন্দৰ্যৰ ফালৰপৰা সমগ্ৰ পদাৱলী সাহিত্যৰ ভিতৰত প্ৰথম আৰু সৰ্বশ্ৰেষ্ঠ সাৰ্থক ৰূপকাৰ হ'ল বিদ্যাপতি। পজ্মটিকা, দোহা, ত্ৰিপদী, চৰ্চৰী প্ৰভৃতি বিভিন্ন ছন্দৰ প্ৰাণময় প্ৰয়োগ— বিদ্যাপতিৰ পদাৱলীৰ এটি বিস্ময়কৰ দিশ। অলংকাৰৰ সাৰ্থক ব্যৱহাৰতো কবিৰ কুশলহস্তৰ পৰিচয় প্ৰোজ্জ্বল। তলত দুটিমান অলংকাৰৰ নিদৰ্শন দেখুৱা হ'লঃ—

ক° অনুপ্ৰাস = বাদৰ দৰদৰ নহি দিন অবসৰ গৰ গৰ গৰজই ৰাতি। খ° অতিশয়োক্তি = মালতী সফল জীৱন তোৰ/তোৰ বিৰহে ভুবন ভময়ে ভেল মধুকৰ ভোৰ।। গ° আৰোহ = হৃদয়ক মৃগমদ গীমক হাৰ/দেহক সৰবস গেহক সাৰ//পাখিক পাখ মীনক পানি/ জীৱক জীৱন হাম ঐছে জানি//ঘ° উপমা= বংক বিলোচন বিকসিত থোৰা/চাঁদ উগল জনি সমুদ্ৰ হিলোৰা/ ঙ° উৎপ্ৰেক্ষা = সজনী ভাল কত্ৰ পেখন না ভেল/মেঘ মাল সয়ঁ তড়িত লতা জানি হিৰদয়ে শেল দই গেলু//চ° দৃষ্টান্ত = অধৰ নীৰস মধু কবল নি মন্দা/ৰাহু গৰসি নিসি ভেজল চন্দ্ৰা//ছ° নিদৰ্শনা = অধৰ সুৰংগ জনি নীৰস পৰাৰ/কোন লুটল তু অ অমিঅ ভাণ্ডাৰ//জ° ব্যতিৰেক = কবৰী ভয়ে

চামৰী গিৰি কন্দৰে মুখ ভয়ে চাঁদ অকাসে/হৰিণি নয়ন ভয়ে স্বৰ ভয়ে কোকিল গতি ভয়ে গজ বনবাসে/ঝ° ভ্রান্তিমান = কতিহুঁ মহন তনু দহসি হমাৰি/হ্ম নহ সংকৰ হু ৰৱনাৰী//এঃ° ৰূপক = শীতেৰ ওঢ়নী প্ৰিয়া গিৰীষিৰ বা/বৰিষাৰ ছত্ৰ পৰিয়াৰ না।।

১১.৯. বিদ্যাপতিৰ ভাব, ভাষা, চিত্ৰকল্প, অলংকাৰ আৰু ছন্দসজ্জাই বংগদেশৰ চণ্ডীদাস, গোবিন্দদাস, কবিবল্লভ, জগদানন্দ, শশিসেখৰ প্ৰভৃতি বৈষ্ণৱ পদাকাৰসকলক বাৰুকৈয়ে প্ৰভাবান্বিত কৰিছিল। অসমৰ বৈষ্ণৱ কবিসকলৰ ওপৰতো বিদ্যাপতিৰ পদাৱলীৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি।

## খ ° চণ্ডীদাস

১১.১০. পুৰীধামত চৈতন্য মহাপ্ৰভু শ্ৰীকৃষ্ণৰ বিৰহত ব্যাকুল হৈ পৰা কালত স্বৰূপ দামোদৰ আৰু ৰায় ৰামানন্দই তেওঁক *গীত-গোবিন্দ, কৃষ্ণকৰ্ণামৃত* আৰু *জগন্নাথ বল্লভ* নাটৰ অংশ বিশেষ পাঠ কৰি শুনোৱাৰ উপৰি বিদ্যাপতি-চণ্ডীদাসৰো পদ পাঠ কৰাৰ কথা কৃষ্ণদাস কবিৰাজে *চৈতন্য চৰিতামৃতৰ* একাধিক স্থানত উল্লেখ কৰা দেখা যায়— 'চণ্ডীদাস বিদ্যাপতি ৰায়েৰ নাটক গীতি কৰ্ণামৃত শ্ৰীগীত গোবিন্দ।' (মধ্য/২), বিদ্যাপতি চণ্ডীদাস শ্ৰীগীত গোবিন্দ/এই তিন গীতে কৰায় প্ৰভুৰ আনন্দ (মধ্য।১০) জয়ানন্দৰ *চৈতন্য মংগল*, নৰহৰি সৰকাৰৰ *চণ্ডীদাস বন্দনা* আৰু *নৰোত্তম বিলাসৰ* উপৰি দীন গোবিন্দ দাস, কানুদাস, নৰহৰি চক্ৰৱৰ্তী আৰু বৈষ্ণৱদাসৰ পদতো উপৰ্যুক্ত কাহিনী উল্লিখিত হৈছে। এটা কালত চণ্ডীদাস সম্পৰ্কে বংগদেশৰ পাঠক গৱেষকসকলৰ মাজত কোনো ধৰণৰ সন্দেহে গা কৰি উঠিব পৰা নাছিল। ১৮৯৬ খৃষ্টাব্দত দীনেশ চন্দ্ৰ সেনৰ *বংগ ভাষা ও সাহিত্য* প্ৰকাশ পোৱা কালতো পাঠকে চণ্ডীদাস এক অভিন্ন ৰূপেই জ্ঞান কৰিছিল।

১১.১১. ১৯০৯ খৃষ্টাব্দত বসন্তৰঞ্জন ৰায় বিদ্বদ্বল্লভে বাঁকুড়া জিলাৰ কাঁকিল্যা গাঁৱৰপৰা বড়ু চণ্ডীদাস ভণিত *শ্ৰীকৃষ্ণ সন্দৰ্ভ* ওৰফে *শ্ৰীকৃষ্ণ কীৰ্তন*শীৰ্ষক এখনি সুবৃহৎ পালা গানৰ পুথি আবিষ্কাৰ কৰাৰ লগে লগে চণ্ডীদাস সমস্যাৰ বীজে গজালি মেলে। ৰমেন্দ্ৰসুন্দৰ ত্ৰিবেদীৰ সুদীৰ্ঘ ভূমিকাসহ যেতিয়া উক্ত গ্ৰন্থখনি বংগীয় সাহিত্য পৰিষদে প্ৰকাশ কৰিলে, তেতিয়া শিক্ষিত সমাজত সন্দেহ উপজিল চণ্ডীদাস এজন নে দুজন?[১০] *শ্ৰীকৃষ্ণ কীৰ্তনৰ* ভাব আৰু ৰুচি-ৰসৰ সৈতে পদাৱলীৰ চণ্ডীদাসৰ 'আসমান জমিন ফাৰাক' বহুতৰ চকুত পৰিল।

১১.১২. অধ্যাপক মণীন্দ্ৰমোহন বসু ডাঙৰীয়াই চণ্ডীদাস সমস্যাৰ ওৰ পেলাবলৈ কলিকতা বিশ্ববিদ্যালয়ত সংৰক্ষিত দুখনি আৰু দীনেশচন্দ্ৰ সেনৰ হাতত থকা এখনি হস্তলিখিত গ্ৰন্থৰ সহায়ত সম্পাদন কৰি উলিয়ালে *'দীন চণ্ডীদাসেৰ পদাবলী'*। তেওঁ

১০ ত্ৰিবেদীদেৱেই ভূমিকাত এই সন্দেহ প্ৰকাশ কৰিছিল — 'তবে কি আমাদের চির পরিচিত চণ্ডীদাস আর এই নবাবিষ্কৃত চণ্ডীদাস এক চণ্ডীদাস নহেন।'

পৰিষ্কাৰ ভাৱে বুজাবলৈ যত্ন কৰিলে যে পদাৱলীৰ চণ্ডীদাস 'বড়ু' বা 'দ্বিজ' নহয়; তেওঁ প্ৰকৃততে দীন চণ্ডীদাস হে। এই চণ্ডীদাসে প্ৰায় দুহাজাৰ পদ ৰচনা কৰিছিল আৰু সিবোৰৰ কিছু উৎকৃষ্ট পদ *পদকল্পতৰু, পদামৃত সমুদ্ৰ*প্ৰভৃতিত সংকলিত হৈছে। বীৰভূম ৰামপুৰহাট মহাবিদ্যালয়ৰ অধ্যাপক সতীন্দ্ৰচন্দ্ৰ মুখোপাধ্যায়ে বৰ্ধমান জিলাৰ বনপাশ গাঁৱৰপৰা ১২০২টা পদযুক্ত এখনি বৃহৎ চণ্ডীদাস পদাৱলী আবিষ্কাৰ কৰাৰ পিছত সমালোচকসকলে তিনিজন চণ্ডীদাসৰ অস্তিত্ব বিচাৰি পালে— ক° পূৰ্ব চৈতন্য যুগৰ পদাৱলীৰ চণ্ডীদাস খ° পূৰ্ব চৈতন্য যুগৰ পদাৱলীৰ চণ্ডীদাস আৰু গ° উত্তৰ চৈতন্য যু গৰ পালা গানৰ দীন চণ্ডীদাস[১১]। ড° অসিতকুমাৰ বন্দ্যোপাধ্যায় ডাঙৰীয়াই আৰু এজন চণ্ডীদাসৰ অস্তিত্ব স্বীকাৰ কৰি লৈছে। সেইজন হ'ল সহজিয়া চণ্ডীদাস[১২]। সেইজন চণ্ডীদাস সপ্তদশ শতাব্দীৰ আৰু তেওঁ আছিল— ৰামী ৰজকিনীৰ সাধনসংগী। সহজিয়া চণ্ডীদাসৰ কবিত্বপূৰ্ণ ছত্ৰ দুটিমান উদ্ধৃতি তলত দিয়া হ'ল—

ক° শুন ৰজকিনী ৰামী
ও দুটি চৰণ শীতল জানিয়া শৰণ লই লু আমি।
খ° তুমি ৰজকিনী আমাৰ ৰমনী তুমি হও পিতৃ মাতৃ।
ত্ৰিসন্ধ্যা যাজন তোমাৰি ভজন তুমি বেদমাতা গায়ত্ৰী।।
গ° গোপন পিৰীতি গোপনে ৰাখিবি সাধিবি মনেৰ কাজ।
সাপেৰ মুখেতে ভেকেৰে নাচাবি তবে ত ৰসিক ৰাজ।। অধিকাংশ সমালোচকে অৱশ্যে সহজিয়া চণ্ডীদাসক দ্বিজ চণ্ডীদাসেৰে অভিন্ন জ্ঞান কৰে।

১১.১৩. বৰ্তমানৰ ক্ষুদ্ৰ নিবন্ধত বড়ু অথবা দীন চণ্ডীদাসৰ আলোচনাৰ পৰা বিৰত থাকি.একমাত্ৰ দ্বিজ চণ্ডীদাস কিংবা পদাৱলীৰ চণ্ডীদাসৰ জীৱন আৰু সাহিত্য কৰ্মৰ বিষয়েহে কিছু আলোচনা কৰা হ'ব। আলোচিত চণ্ডীদাসৰ প্ৰামাণ্য জীৱনী এতিয়াও উদ্ধাৰ হোৱা নাই। কিংবদন্তী অনুযায়ী তেওঁ চতুৰ্দশ শতাব্দীৰ অন্তিম ভাগত বীৰভূম জিলাৰ নানুৰ গাঁৱৰ এটি ব্ৰাহ্মণ পৰিবাৰত জন্ম গ্ৰহণ কৰিছিল। প্ৰথম অৱস্থাত তেওঁ বাশুলীৰ উপাসক আছিল যদিও শেহৰ ফালে কৃষ্ণ ভক্ত হৈ পৰিছিল। গৌড়ীয় বৈষ্ণৱ ধৰ্ম সাধনাৰ যি পন্থা ৰাগাত্মিকা অথবা পৰকীয়া, সি পিছলৈ ৰাস-সাধনা পদ্ধতিলৈ মোট সলায়। এই পদ্ধতি অনুযায়ী চণ্ডীদাসৰ এজনী সাধন সংগিনীৰ কথা কল্পনা কৰাত বহু আখ্যানৰ সৃষ্টি হয়। আখ্যানসমূহত কবিৰ সাধন সংগিনী প্ৰিয়াৰ নামৰ ঐক্য চকুত পৰে। তাৰা, ৰামী আৰু ৰামতাৰা— এই তিনিটা নাম পোৱা যায়। অৱশ্যে সেই সাধন সংগিনী জাতিত আছিল ধোবা। 'ৰামা ৰজকিনীৰ সংগে চণ্ডীদাসেৰে প্ৰীত' হোৱাত লোকে 'কামখেপা' বুলি তেওঁক সমাজচ্যুত কৰিলেও কবিয়ে দেবীৰ কৃপালাভ কৰি ধন্য

---

১১ সবিশেষৰ বাবে ড° শ্ৰীকুমাৰ বন্দ্যোপাধ্যায়ৰ *বাংলা সাহিত্যৰ কথা* দ্ৰষ্টব্য

১২ অসিতকুমাৰ বন্দ্যোপাধ্যায়—*বাংলা সাহিত্যৰ ইতিবৃত্ত* ২।পৃ ৬২৫

মানিছিল (এক অংশে বাশুলী যে বাম্ম বজকিনী/চণ্ডীদাসে কৃপালন হয়েছে আপনি।।) বামী ধুবুনীৰ প্ৰসংগত ড° সুকুমাৰ সেনে কয়, 'চণ্ডীদাসৰ বজকিনী লৈ সহজ সাধনা কৰা কাহিনীৰ যদিও কিছু সত্যতা আছে তথাপি বজকিনী নামটো নিশ্চয়কৈ কাল্পনিক। গল্পটো সহজ সাধন বা বসবাজ উপাসনা সম্বন্ধীয় গ্ৰন্থ আৰু পদত পোৱা গৈছে— সেইটো লক্ষণীয়।'[১৩]

১১.১৪. চণ্ডীদাসে পূৰ্ববাগৰ গীত বচনা নকৰা নহয়, পিছে সেই পূৰ্ববাগক আলংকাৰিকৰ সূত্ৰবদ্ধ কৰা টান। কয়নো এই পৰ্যায়ৰ গীতত বাধাই প্ৰথমেই ঘোষণা কৰিছে—

সই কেবা শুনাইল শ্যাম নাম।
কানেৰ ভিতৰ দিয়া মৰম পশিল গো
আকুল কৰিল মোৰ প্ৰাণ।।

শ্ৰৱণৰ প্ৰথম পৰ্বতেই মৰমে বিন্ধে, প্ৰাণ কৰি তোলে আকুল— এয়া সাধাৰণ স্তৰৰ পূৰ্ববাগ নহয়। এয়া ভাৱময়ী ৰাধিকাৰ পূৰ্ববাগৰ আকুল প্ৰকাশ। 'ইয়াৰ পিছত 'জপিতে জপিতে নাম অবশ কৰিল গো কেমনে পাইব সই তাৰে।'— উক্তিক একমাত্ৰ পূৰ্ববাগৰ সূচনা বুলিব নোৱাৰি, ই যেন 'আমৰা দুজন ভাসিয়া এসেছি যুগল প্ৰেমেৰ স্ৰোতে, অনাদি কালেৰে হৃদয় উৎস হতে' বীতি ৰক্ষা কৰিবলৈ বৈষ্ণব কবিসকলে নায়ক শ্ৰীকৃষ্ণৰো পূৰ্ববাগৰ পদ বচনা কৰিছিল যদিও ৰাধাৰ পূৰ্ববাগৰ চিত্ৰইহে পাঠকৰ চিত্ত চুৰি কৰিবলৈ সমৰ্থ। চণ্ডীদাসৰ পদৰ ক্ষেত্ৰতো উক্ত মন্তব্য প্ৰযোজ্য। ৰূপানুৰাগৰ কবিতা চণ্ডীদাসে সুকীয়াকৈ লিখিব লগা হোৱা নাই। যি ৰাধাই দৰ্শন বিনা নাম শ্ৰৱণতে শ্ৰীকৃষ্ণক প্ৰাণ ভৰি ভাল পাবলৈ শিকিছে, তেওঁৰ আৰু ৰূপানুৰাগৰ আৱশ্যক ক'ত?

১১.১৫. অভিসাৰৰ পদত চণ্ডীদাসে বিশেষ কৃতিত্ব দেখুৱা বুলিব নোৱাৰি। সুদূৰৰ বাঁহীৰ ধ্বনিয়ে ৰাধাক আহ্বান জনালেও তেওঁৰ ঘৰৰ বাধা সীমাহীন। সেই ৰাধাৰ দ্বাৰ খুলি অভিসাৰত অগ্ৰসৰ হোৱা ৰাধাৰ এটি কৰুণ চিত্ৰ:

এ ঘোৰ ৰজনী মেঘেৰ ঘটা কেমনে আইল বাটে।
আংগিনাৰ মাঝে বধুয়া ভিজিছে দেখিয়া পৰাণ ফাটে।।'

বাসকসজ্জিকা আৰু উৎকণ্ঠাৰ ৰূপময় বৰ্ণনা দিয়াৰ ক্ষেত্ৰত চণ্ডীদাসৰ কৃতীত্ব অস্বীকাৰ কৰিব নোৱাৰি। আশা নিৰাশাৰ যেলাভূমিত দোদুল্যমান চিত্ৰৰ কম্পন এই পৰ্যায়ৰ পদৰ আকৰ্ষক বিন্দু। তাৰে এটি উদাহৰণ—

'বঁধুৰ লাগিয়া শেজ বিছাইলু গাথিলুঁ ফুলেৰ মালা।
তাম্বুল সাজলুঁ দীপ উজাৰলু মন্দিৰ হইল আলা।।'

১৩ বৈষ্ণবীয় নিবন্ধ, পৃ° ১১৬

খণ্ডিতা পৰ্যায়ত কবি চণ্ডীদাসে ভালে সংখ্যক পদ ৰচনা কৰিছে আৰু সেইখিনি বেচ জনপ্ৰিয়। এই পৰ্যায়ৰ আলোক উজ্জ্বল দুটি পদ ঃ

ক° ভাল হৈল ওহে বন্ধু আইলে সকালে।
প্ৰভাত দেখিলাম মুখ দিন যাবে ভালে।।

খ° নীল কমল ঝামৰু হয়েছে মলিন হয়েছে দেহ।
কোন ৰসবতী পায়্যা ৰসনিধি নিঙাড়ি হয়েছে সেহ ।।

১১.১৬. আক্ষেপানুৰাগৰ পদত চণ্ডীদাসৰ কবিত্ব তুংগ শীৰ্ষত। যি ৰাগে প্ৰিয়জনক নিত্য নতুন ৰূপ অনুভৱৰ সুযোগ দিয়ে সেয়ে অনুৰাগ। এই অনুৰাগৰ বশৱৰ্তী হৈ ৰাধাই আক্ষেপ কৰিছে যে তেওঁ কৃষ্ণক পায়ো যেন পোৱা নাই। আক্ষেপ পৰ্যায়ত কবিৰ অশ্ৰুসিক্ত আত্মধিক্কাৰৰ পদো অনেক। শোচনাতপ্ত প্ৰীতি গঞ্জনাৰ পদৰ এটি ছত্ৰ ঃ

'সখি কে বলে পিৰিতি ভাল।
হাসিতে হাসিতে পিৰিতি কৰিয়া কাঁদিতে জীৱন গেল।'

প্ৰেম-প্ৰীতিয়ে মন শান্ত কৰাৰ পৰিবৰ্তে বেদনাকহে পুঞ্জীভূত কৰে ঃ

'পিৰিতি বলিয়া এ তিনি আখৰ ভুবন আনিল কে।
মধুৰ বলিয়া যতনে খাইলুঁ তিতায় তিতিল দে ।।'

অৱশেষত 'অলপ বয়সে পিৰীতি কৰিয়া' যিয়ে তেওঁক ঘৰ এৰিবলৈ বাধ্য কৰালে, তেওঁৰ সমুখত মৃত্যুৰ শীতল তৃপ্তিৰ বাবে কবিৰ অন্তিম কামনা হ'ল— 'বধু যদি তুমি মোৰে নিদাৰুণ হও। মৰিব তোমাৰ আগে দাঁড়াইয়া ৰও।'

১১.১৭. আত্মনিবেদনৰ পৰ্যায়তো চণ্ডীদাসৰ পদাৱলীৰ বৈশিষ্ট্য তথা স্বকীয়তা সহজে চকুত পৰে। আক্ষেপানুৰাগ আৰু আত্মনিবেদন— এই দুই সুৰৰ অভিনৱ সমন্বত আত্মনিবেদিতা ৰাধাই মনৰ বীণত আপোন প্ৰেমৰ কৰুণ ৰাগিণী তুলিছে। সেই সুৰ এহাতে যিমান মধুৰ আনহাতে সিমান কৰুণ। দৃষ্টান্ত স্বৰূপে দুটি পদৰ দুটি কলি উদ্ধৃতিযোগ্যঃ

ক° বঁধু তুমি যে আমাৰ প্ৰাণ
দেহ মন আদি তোমাৰে সঁপেছি কুলশীল আতি মান।

খ° বঁধু কি আৰ বলিব আমি।
জীৱনে মৰণে জনমে জনমে প্ৰাণনাথ হৈও তুমি ।।

১১.১৮ 'স্বচ্ছতা চণ্ডীদাসৰ ভাষাৰ গুণ, অলংকৰণ তাৰ বৈশিষ্ট্য।..... শব্দালংকাৰ বা অৰ্থ চাতুৰ্য নহয়, মৰ্মন্তুদ বেদনাই পাঠকৰ সমবেদনাক একমুহূৰ্ততে হৰণ কৰি লৈ যায়। চণ্ডীদাসে বৰ্ণিব বাসন্তী বিলাস বৰ্জন কৰিছে, মণ্ডন প্ৰসাধনৰ অভ্যস্ত গতানুগতিকতাক

পৰিহাৰ কৰিছে। ঘৰৰ কথাকেই সাৰ্থক কৰি কথালৈ উত্তৰণ কৰাৰ অসাধাৰণ ক্ষমতাত চণ্ডীদাসৰ স্থান শাশ্বত কালৰ।'[১৪] স্বভাবোক্তিক অলংকাৰ ৰূপে স্বীকাৰ কৰিলে চণ্ডীদাসক শ্ৰেষ্ঠ স্বভাবোক্তিৰ কবি ৰূপে স্বীকৃতি দিব লাগিব। অৱশ্যে কবিয়ে যে আন অলংকাৰ ব্যৱহাৰ কৰা নাই এনেও নহয়।

১১.১৯. বিদ্যাপতি আৰু চণ্ডীদাস— দুয়োজনা প্ৰাক্‌চৈতন্য যুগীয় কবিয়েই স্বকীয় বৈশিষ্ট্য অক্ষুন্ন ৰাখি বাণীদেৱীক উপাসনা কৰিছিল। দুয়োজনা কবিৰে কাব্য মানবীয় প্ৰেম-ৰসসিক্ত। একে বিষয় বস্তুৰ আধাৰত ৰচাপদ বংগৰ ৰজকিনী প্ৰেমিক বাশুলীসেৱক চণ্ডীদাস আৰু মিথিলাৰ দৰবাৰী কবি বিদ্যাপতিয়ে পৃথক পৃথক ৰুকিত সজাই ৰসিক শ্ৰোতামণ্ডলীৰ সমুখত পৰিবেশন কৰি ধন্য মানিছিল। সন্দেহ নাই, চণ্ডীদাসৰ ৰাধাই বিদ্যাপতিৰ ৰাধাৰ দৰে দৰ্শকৰ চকুত চমক নলগায়— কামাসক্ত বিহীন প্ৰগাঢ় প্ৰেমৰ ৰূপাংকনত বংগ কবিয়ে নিৰাভৰণ ভাষা, ছন্দ আৰু চিত্ৰকল্পৰ সহায় লোৱাটো মন কৰিবলগীয়া। সমালোচকৰ ভাষাত 'বিদ্যাপতি পণ্ডিত আৰু পৰিশীলিত কবি। চণ্ডীদাসৰ এই গুণবোৰ নাই। তেওঁ গভীৰ ভাব আৰু তীব্ৰ আবেগৰ কবি। তেওঁ নিসৰ্গৰ সন্তান আৰু তেওঁৰ কবিতাত শুনা যায় গ্ৰাম্য বিহংগৰ অৰণ্য-কাকলি।'[১৫]

## গ° কবি জ্ঞানদাস

১১.২০. বৰ্ধমান জিলাৰ কাঁদৰা মাদৰা গাঁৱত ষোড়শ শতাব্দীৰ প্ৰথমাৰ্ধতে জ্ঞানদাসে জন্মগ্ৰহণ কৰা বুলি আলোচকসকলে স্বীকাৰ কৰিছে। নিত্যানন্দ প্ৰভুৰ তিৰোধানৰ দীৰ্ঘদিনৰ পিছত ব্ৰজধামলৈ যোৱা আৰু জাহ্নবী দেৱীৰ শিষ্যত্ব গ্ৰহণ কৰা জ্ঞানদাস আছিল চিৰকুমাৰ। কোনো চৰিত গ্ৰন্থ অথবা আখ্যায়িকা ৰচনাত প্ৰবৃত্ত নহৈ একমাত্ৰ পদাবলী ৰচনাতে আত্মনিয়োগ কৰা চণ্ডীদাস-ঐতিহ্যৰ ধাৰক আৰু বাহক জ্ঞানদাস নিঃসন্দেহে চৈতন্যোত্তৰ যুগৰ 'পদাবলী সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ কবি'।[১৬] বৈষ্ণৱদাসৰ *পদকল্পতৰুত* আৰু বিমানবিহাৰী মজুমদাৰ সংকলিত *জ্ঞানদাস ও তাঁহাৰ পদাবলীত* আলোচিত মহাজন জনাৰ ৰথাক্ৰমে ১৮৬ আৰু ৪৭৪ টা পদৰ সংকলনে জ্ঞানদাসৰ কাব্যিক প্ৰতিভাৰ প্ৰতিপত্তি সূচায়। বঙলা আৰু ব্ৰজবুলি উভয় ভাষাতে জ্ঞানদাসে পদাবলী ৰচিলেও ৰচনাৰ চাতুৰ্য আৰু পাৰিপাট্যত বঙলা পদখিনিয়ে শ্ৰেষ্ঠতাৰ দাবী কৰিবলৈ সমৰ্থ। সমালোচকৰ ভাষাত 'তেওঁ বিদ্যাপতিৰ আলংকাৰিকৰ ৰীতি পৰিত্যাগ কৰি চণ্ডীদাস আৰু নৰহৰি সৰকাৰৰ সহজ সৰল মৰমী ৰীতিত পদ ৰচনা কৰিবলৈ আৰম্ভ কৰে। এই পথত তেওঁৰ সাফল্য অনন্য সাধাৰণ।'[১৭]

---

১৪ ধীৰেন্দ্ৰনাথ বাহা—*বৈষ্ণৱ পদাবলী : পদ ও পদাকাৰ* পৃ° ১২৭

১৫ ৰমেশচন্দ্ৰ দত্তৰ মন্তব্য।

১৬ মজুমদাৰ, বিমানবিহাৰী — *ষোড়শ শতাব্দীৰ পদাবলী সাহিত্য*, পৃ ৭৬

১৭ " " — *জ্ঞানদাস ও তাঁহাৰ পদাবলীৰ ভূমিকা*

১১.২১. আক্ষেপ অনুৰাগ, ৰূপানুৰাগ প্ৰভৃতি বিষয়ৰ পদ ৰচনাত জ্ঞানদাসে যি বিৰল প্ৰতিভাৰ স্বাক্ষৰ ৰাখি গৈছে, সেই স্বাক্ষৰ গৌৰাংগ বিষয়ক গীতিগুচ্ছত পোৱা নগ'লেও ঐতিহাসিক দৃষ্টি কোণৰপৰা সিবোৰ কোনো পধ্যেই উপেক্ষণীয় নহয়। গৌৰাংগৰ কায়িক বৰ্ণনা দিবলৈ কবিয়ে গাইছে ঃ

'কাঞ্চন কিৰণ গৌৰ তনু মোহন প্ৰেমে আকুল দুই নয়ন কৰে।
কৰিবৰ সুবলিত আজানু লম্বিত ভুজ শোভিত ভৰে।।

জ্ঞানদাস ৰূপানুৰাগৰ কবি। ৰূপৰ পথাৰত যাৰ চকু বুৰ গৈছে, যৌৱনৰ গহন বনত যাৰ মন হেৰাই গৈছে (ৰূপেৰ পাথাৰে আঁখি ডুবিয়া ৰহিল/যৌবনেৰ বনে মন হাৰাইয়া গেল//) তেওঁৰ পক্ষে চৰ্মচকুৰ দ্বাৰা ৰূপ দৰ্শন কৰাটো সম্ভৱ নহয়— মৰ্ম চকুৰেহে তাৰ উপলব্ধি সম্ভৱ। ৰূপানুৰাগত ৰূপৰ কথা থাকিলেও স্বৰূপৰ কথা অস্বীকাৰ কৰা টান—

ৰূপ লাগি আঁখি ঝুৰে গুণে মন ভোৰ/প্ৰতি অংগ লাগি কাঁদে প্ৰতি অংগ মোৰ।
হিয়াৰ পৰশ লাগি হিয়া মোৰ কাঁদে/পৰাণ পিৰীতি লাগি থিৰ নাহি বাঁধে।।

দেহ আৰু মন অথবা ৰূপ আৰু অৰূপৰ এনে নিবিড় সম্পৰ্ক ইমান নিখুঁতকৈ আন বৈষ্ণৱ মহাজনে আঁকাটো কাৰো চকুত নপৰিব। ৰূপানুৰাগৰ আন এটি গীত 'মনেৰ মৰম কথা/তোমাৰে কহিয়ে এঠা/শুন শুন পৰাণেৰ সই'ত আছে ৰোমান্টিক পৰিবেশৰ স্বপ্নমধুৰ আবেশ।

১১.২২. সৌন্দৰ্য সন্ধানী কবি বিদ্যাপতিয়ে ৰাধাৰ বয়ঃসন্ধিৰ যিখনি চঞ্চল ছবি আঁকিছে তাক সতকাই পাহৰিব নোৱাৰি। বিদ্যাপতিৰ অনুকৰণত জ্ঞানদাসেও ৰাধাৰ দুটি বয়ঃসন্ধিৰ চিত্ৰ আঁকিছে এনেদৰে—

খেলত না খেলত লোক দেখি লাজে/হেৰত না হেৰত সহচৰি মাঝ।।
বোলাইতে বদন অল্প অবগাই। হাসত না হাসত মুখ মুচুকাই।।

(কেতিয়াবা খেলে, কেতিয়াবা নেখেলে— মানুহ দেখিলে লাজ কৰে। সখীয়েকসকলৰ মাজৰপৰা কেতিয়াবা চায় কেতিয়াবা নাচায়। কথা ক'লে অলপ শুনে, অলপ নুশুনে। মুখ ঢাকি কেতিয়াবা হাঁহে, কেতিয়াবা নাহাঁহে)

এ সখি এ সখি বুঝই না পাৰি/কিয়ে ধনী বালা বৰ নাৰী।।
ৰস পৰসংগ শুনই সুখ পাব/ৰসমতী সংগ ছোড়ি নাহি যাচ।।

(হে সখি ! মই বুজিব পাৰা নাই— এয়া বালিকা নে ৰৰযুৱতী। তেওঁ ৰসৰ প্ৰসংগ শুনিলে সুখ পায়— কিন্তু ৰসৱতীসকলৰ লগ এৰিব নুখুজে)। বয়ঃসন্ধিৰ উপৰি নবোঢ়া মিলন ৰসোদ্গাৰ আৰু প্ৰৱাসৰ গীতখিনিও সৌন্দৰ্য বিবৰ্জিত নহয়। অৱশ্যে এই পৰ্যায়ৰ গীতমালাত বিদ্যাপতিৰ প্ৰভাৱ নুই কৰিব নোৱাৰি।

১১.২৩. অভিসাৰৰ বৰ্ণনাত জ্ঞানদাসক সিদ্ধ হস্ত বুলিব নোৱাৰি। হ'লেও দুই

এটি গীতত অভিসাৰৰ উৎকণ্ঠা, আকূতি প্ৰভৃতিৰ সজীৱ চিত্ৰণ মনোৰম। দৃষ্টান্ত স্বৰূপে—

কানু অনুৰাগে হৃদয় ভেল কাতৰ ৰহই না পাৰয় গেহ।
গুৰু দুৰু জন ভয়ে কিছু নাহি মানয়ে চীৰ নাহিগ সম্বৰ দেহ।। আৰু

মেঘ যামিনী অতি ঘন আন্ধিয়াৰ/ঐছে সময়ে ধনি কৰু অভিসাৰ।
ঝলকত দামিনি দশদিক আপি/নীল বসনে ধনি সব তনু ঝাঁপি।।
দুই চাৰি সহচৰি সংগহি নেল/নব অনুৰাগ ভৰে চলি গেল।।

১১.২৪. আক্ষেপানুৰাগৰ পদত চণ্ডীদাসৰ আক্ষেপৰ অনুৰণন শুনা গ'লেও পদসমূহ হৃদয়স্পৰ্শী। যেনে :—

'শুনিবা দেখিনু দেখিয়া ভুলিনু পিৰীতি কৈনু।
পিৰীতি বিচ্ছেদ না বহে পৰাণ ঝুৰিয়া ঝুৰিয়া মৈনু।।'

'সুখের লাগিয়া এঘৰ বান্ধিনু আনলে পুৰিয়া গেল।
অমিয়া সাগৰে সিনান কৰিতে সকলি গৰল ভেল।।'

অৱশেষত ৰাধাই বুজিব পাৰিলে যে এক কৃষ্ণ বিনে তেওঁৰ আন গতি নাই। গতিকে তেওঁ লাজ, কুল-মান সকলো এৰি কৃষ্ণৰ ওচৰত আত্ম সমৰ্পণ কৰিছে—

'ভাবিয়া দেখিনু শ্যাম বঁধু বিনু আৰ কেহ মোৰ নয়।।'
'হেন মনে কৰি ওদুটি চৰণ সদা লইয়া ৰাখি বুকে।।'

জ্ঞানদাসে মাথুৰ বিৰহৰো ভালেখিনি পদ ৰচিছে আৰু তাৰ আভাস পূৰ্ববৰ্তী অধ্যায়ত দি অহা হৈছে।

১১.২৫. ভাব সন্মিলনৰ কিছুখিনি পদ জ্ঞানদাসে ৰচনা কৰিছিল। এই পৰ্যায়ৰ গীতিগুচ্ছতো বিৰহ-বেদনাৰ ফল্গুধাৰা প্ৰবহমান। নায়িকাৰ আশা—

অচিৰে পূৰব আশ। বঁধুয়া মিলিব পাশ ।। .....
কিছু গদ গদ স্বৰে। এদুখ কহিব তাৰে।।

প্ৰিয়তম ৰাধাৰ মৰ্ত্ত্য বৃন্দাবনলৈ নাহিলেও নায়িকাই তথাৰ স্বৰ্ণসৌধ সাজি শ্ৰীকৃষ্ণক অনাইছে— চিৰদিন পৰে পাইয়াছি লাগি আৰু না দিব ছাড়িয়া।।

তোমাই আমায় একই হইয়া পৰাণ তাৰে সে জানিয়ে আমি।
হিয়াই হইতে বাহিৰ হইয়া কি ৰূপে আছিলে তুমি।।'

কল্পনাৰ সমস্ত শক্তি প্ৰয়োগ কৰি ৰাধাই কানুৰ প্ৰেম মন্দিৰত নিজকে প্ৰতিষ্ঠা কৰিব পাৰি পৰম শান্তি লাভ কৰিবলৈ সমৰ্থ হয় আৰু ইয়াৰতে জ্ঞানদাস পদাৱলীৰ অন্তিম ৰেখা উজলি উঠে—

'বঁধু আৰু কি ছাড়িয়া দিব।
এ বুক চিৰিয়া যেখানে পৰাণ সেখানে তোমাৰে থোব।'

১১.২৬. জ্ঞানদাসৰ ভাষা ইংগিতময় আৰু সাংগীতিক মূৰ্চ্ছনাৰে জীৱন্ত। কবিয়ে ৮+৮+১০ মাত্ৰাৰ অক্ষৰ বৃত্ত, দীৰ্ঘ ত্ৰিপদী ৮+৬ মাত্ৰাৰ পয়াৰ, যন্মাত্ৰ-পৰ্বিক মাত্ৰাবৃত্ত চৌপদী, চতুৰ্মাত্ৰ-পৰ্বিক (মাত্ৰাবৃত্ত) দ্বিপদী, ৮-১০ বা ১১-১২ মাত্ৰাৰ একাবলী আৰু অক্ষৰ বৃত্তৰ লঘুত্ৰিপদীৰ (৬+৬+৮/৯) সুষম প্ৰয়োগেৰে তেওঁৰ গীত নিটোল ৰূপত মূৰ্ত্ত কৰিব পৰাটো শিল্পী নৈপুণ্যৰ পৰিচায়ক।

১১.২৭. সাম্প্ৰতিক সমালোচকৰ ভাষাৰে ক'বৰ মন যায়— 'জ্ঞানদাসৰ যুগ আৰু আমাৰ যুগৰ মাজত প্ৰায় চাৰিশ বছৰৰ ব্যৱধান— সেই ব্যৱধান মন, প্ৰাণ আৰু হৃদয়ৰ। তথাপি কিয়বা নাজানো, জ্ঞানদাসৰ পদত আমি আধুনিক মানুহৰ প্ৰাণৰ কথা শুনিবলৈ পাওঁ। ৰাধা-কৃষ্ণৰ ৰূপক কৰি যেন নিখিল মানৱৰ দেশ-কালাতীত বেদনাৰ স্বৰ্ণৰেখাৰ দৰে পৰিস্ফুট কৰি তুলিছে।'[১৮]

## ঘ° গোবিন্দদাস কবিৰাজ

১১.২৮. গোবিন্দদাস কবিৰাজ আছিল ইংলেণ্ডৰ শ্ৰেষ্ঠ কবি আৰু নাট্যকাৰ উইলিয়াম ছেক্সপীয়েৰৰ প্ৰায় সম-সাময়িক। ছেক্সপীয়েৰ যিদৰে অগণন উজ্জ্বল তাৰকা খচিত নীলাকাশৰ পূৰ্ণচন্দ্ৰ, কবিৰাজ গোবিন্দদাসো তেনেদৰে গৌড়-বংগৰ বহু জ্যোতিষ্ক সুশোভিত নীলিম কাব্যাকাশৰ নিষ্কলংক শশধৰ। পিছে কোনজন গোবিন্দদাসৰ অনুপম কাব্যকৃতি ব্ৰজবুলি সাহিত্যৰ স্বৰ্ণখচিত ফ্ৰেমত বন্দী হৈ থকাকৈ হৈছে? কবি কৰ্ণপুৰে ইং ১৫৭৬ত ৰচনা কৰা *গৌৰগণোদ্দেশ দীপিকাত* 'আচাৰ্য শ্ৰীল গোবিন্দগীত পদ্যাদি কাৰক'ৰ উল্লেখ কৰিছে। তেওঁ সম্ভৱতঃ চৈতন্যদেৱতকৈ অলপ বেছি বয়সৰ কবি গোবিন্দ আচাৰ্য। ড° বিমানবিহাৰী মজুমদাৰৰ *গোবিন্দ দাসের পদাবলী ও তাহার যুগ* গ্ৰন্থত আলোচিত আচাৰ্যৰ ৩২টা গীত সংকলিত হৈছে। কবিৰাজ গোবিন্দদাসৰ সমসাময়িক আৰু শ্ৰীনিবাস আচাৰ্যৰ শিষ্য বিশেষ গোবিন্দ চক্ৰৱৰ্তী নামৰ এজন কবিৰ নাম পোৱা যায়। ভক্তি ৰত্নাকৰ ৰচয়িতাই তেওঁক গীত-বাদ্যত সুনিপুণ বুলি স্বীকৃতি দিছে। ড° মজুমদাৰৰ উপৰি উল্লিখিত গ্ৰন্থত কবি চক্ৰৱৰ্তীৰ ২৪ টা পদ সংকলিত হৈছে।

১১.২৯. শ্ৰীখণ্ডৰ দামোদৰ কুলৰ ভক্তকবি গোবিন্দদাস কবিৰাজ আছিল চৈতন্য পৰৱৰ্তী বৈষ্ণৱ পদাবলী সাহিত্যৰ মধ্যমণি। জগবন্ধু ভদ্ৰদেৱে তেওঁৰ *গৌৰপদ তৰংগিনীৰ* ভূমিকাত অনুমান কৰিছে— গোবিন্দ দাস কবিৰাজে ১৪৫৯ শকত জন্ম গ্ৰহণ, ১৪৯৯ শকত দীক্ষা গ্ৰহণ আৰু ১৫৩৫ শকৰ চান্দ্ৰাশ্বিন কৃষ্ণপক্ষৰ প্ৰতিপদ তিথিত ইহলীলা সম্বৰণ কৰে। এই হিচাপত তেওঁ ৭৬ বছৰ জীয়াই আছিল।'[১৯] নৰহৰি চক্ৰৱৰ্তীয়ে ভক্তি ৰত্নাকৰত কবি পৰিচয় দিবলৈ গৈ কৈছে ঃ

'ৰামচন্দ্ৰ গোবিন্দ এ দুই সহোদৰ। পিতা চিৰঞ্জীৱ মাতামহ দামোদৰ। সহোদৰ

---

১৮ অসিতকুমাৰ বন্দ্যোপাধ্যায়— বাংলা সাহিত্যের ইতিবৃত্ত ২।পৃ ১৭০

১৯ জগবন্ধু ভদ্ৰ— (সম্পা°) গৌৰপদ তৰংগিনী, ভূমিকা পৃ ৭০

সেনেব নিবাস শ্রীখণ্ডেতে। যেহোঁ মহাকবি নাম বিদিত জগতে।।' নিত্যানন্দব শিষ্য বলবাম দাসব *প্রেম বিলাস* গ্রন্থব পৰা জনা যায় যে কবি গোবিন্দদাস আদিতে শক্তিব উপাসক আছিল। পিছলৈ শ্রীনিবাসব ওচবত দীক্ষা লৈ বৈষ্ণব হয় আৰু সুদীর্ঘ ৩৬বছৰ কাল বৈষ্ণব সাহিত্য বচনাত আত্মনিয়োগ কৰে। গোবিন্দদাসব কবিত্বত মুগ্ধ হৈ শ্রীনিবাসে তেওঁক কৃষ্ণলীলাব পদ বচনা কবিবলৈ আদেশ দিয়ে। বাসুদেব ঘোষ নামৰ ব্যক্তি বিশেষে ইতিপূৰ্বে গৌব-লীলাব মনোবম পদবচনা কৰা শুনে শুনকয়ে তেওঁক যেই শ্রেণীব পদ বচনাত প্রবৃত্ত হ'বলৈ বাবণ কৰে। শ্রীজীৱ গোস্বামী প্রমুখ্যে বৃন্দাবনবাসী গোস্বামীসকলেও গোবিন্দদাসক পদ বচনা কবিবলৈ উৎসাহিত কৰাব তালেখিনি কথা পোৱা যায়। কাৰো মতে, তেওঁলোকেই হেনো কবিক 'কবিবাজ' উপাধিৰে বিভূষিত কবিছিল।

১১.৩০. গোবিন্দদাস কবিবাজব কাব্য বচনাৰ আদৰ্শ গুৰু হ'ল বিদ্যাপতি। কবিয়ে গুৰুব প্রতিভা বর্ণাবলৈ গৈ গাইছে— বিদ্যাপতিব যুগল পদ কমলব পৰা মধু নির্গত হৈছে। মোব মন মধুকব সেই মধুপান কবিবলৈ উন্মত্ত হৈ পৰিছে—

'বিদ্যাপতি পদ যুগল সৰোৰুহ নিস্যন্দিত মকৰন্দে।
তছু মধু মানস মাতল মধুকব পিবইতে কৰু অনুবন্ধে।।'

আন এটা গীতত বিদ্যাপতি বন্দনা ঘোষিত হৈছে : বিদ্যপতি কবিকুলব শ্রেষ্ঠ বিদ্যপতি মতিমান। তেওঁ গোবিন্দ আৰু গৌবীৰ সকল বসগান কবি লাখগীত বচনাবে জগতব চিত্ত চুবি কবিছে : 'কবি পতি বিদ্যাপতি মতিমানে। লাখ গীতে জগচীত চোবায়ল। গোবিন্দ গোবি সকল বস গানে।।' অধিকন্তু গোবিন্দদাসে দুটি পদত জয়দেব[20] আৰু এটি পদত চণ্ডীদাসক[21] বন্দন কৰাটোও এইখিনিতে স্মৰণযোগ্য। ইয়াব উপৰি গুৰু শ্রীনিবাস, ঠাকুব নিত্যানন্দ আৰু নবোত্তমব প্রার্থনাসূচক পদো কবিজনাব পদাবলীত নথকা নহয়।

১১.৩১. ব্রজবুলি ভাষাব অন্যতম প্রধান কবি গোবিন্দদাস কবিবাজব পদাবলী আজিবেপৰা প্রায় তিনিশ বছৰ জুবি বিভিন্ন সংকলনত স্থান পাই অহাটো তাৎপর্যপূর্ণ। সপ্তদশ শতাব্দীব পীতাম্বব দাসে *বসমঞ্জৰী* আৰু মুকুন্দ দাসে *সিদ্ধান্ত চন্দ্রোদয়ত* গোবিন্দদাসব পদ উদাহৰণ স্বৰূপে উদ্ধৃত কবিছে। বিশ্বনাথ চক্রবর্তীয়ে তেওঁব *ক্ষণদা গীত চিন্তামণিত* কবিবাজব ৭৭।৭৮ টা পদ সংকলন কৰাটো মন কবিব লগীয়া। ভক্তি বত্নাকৰ আৰু *নবোত্তম বিলাসব* গ্রন্থকাব নবহবি চক্রবর্তীয়ে তেওঁব *গীত চন্দ্রোদয়ত* গোবিন্দদাস কবিবাজব ৬৫ টা ব্রজবুলি গীত পোৱা যায়। বাধামোহন ঠাকুবব *পদামৃত সমুদ্রত* সংকলিত সর্বমুঠ ৭৪৬ টা গীতব ২৭০ টাই গোবিন্দদাসব। *পদামৃত সমুদ্র*

২০ শ্রীজয়দেব কবিকুল ভূষণ পদাবলী [illegible]।
শ্রীজয়দেব [illegible]।

২১ চণ্ডীদাস [illegible]।

সংকলিত হোৱাৰ প্ৰায় ২০।২৫বছৰ পিছত বৈষ্ণৱদাসে *পদকল্পতৰু* সংকলন কৰিছিল। তেওঁৰ সংকলনত স্থান পোৱা ১৩০১ টা পদৰ ৪৭৩ টা আলোচিত কবিৰাজৰ ৰচনা। *পদকল্পতৰু* সকলন কৰা সময়তে সতীশচন্দ্ৰ ৰায়ে ১৩২৭ ভাস্কৰাব্দত অপ্ৰকাশিত *পদৰত্নাৱলী* নাম দি যিখনি পদাৱলী সংকলন কৰিছিল, তাত গোবিন্দদাসৰ ৬৩ টা পদ অন্তৰ্ভুক্ত হৈছে। অৱশ্যে তাৰে তিনিটাৰ ৰচয়িতা গোবিন্দ চক্ৰৱৰ্তী। দীনবন্ধু দাসে ১৭৭১ খ্ৰীষ্টাব্দত সংকলন কৰা *সংকীৰ্তনামৃতত* স্বৰচিত পদেই অধিকাংশ ঠাই আগুৰিলেও গোবিন্দদাসৰ ১৫৪টা গীতক স্থান নিদি নোৱাৰিলে। অষ্টাদশ শতাব্দীৰ অন্তিম স্তৰংগত সংকলিত ৬০ জন পদাকাৰৰ পদ সমৃদ্ধ গৌৰসুন্দৰ দাসৰ *কীৰ্তনানন্দত* ২০১ টা গোবিন্দদাসৰ পদে স্থান পোৱাটোও এই খিনিতে উল্লেখযোগ্য। নন্দকিশোৰ দাসৰ *ৰসকলিকাত* ১২ টা, ১৮৯৭ খ্ৰীষ্টাব্দত প্ৰকাশিত উপেন্দ্ৰনাথ মুখোপাধ্যায় সংকলিত *প্ৰাচীন কবিৰ গ্ৰন্থাৱলীৰ* দ্বিতীয় ভাগত ৪৩১ টা, ১৯০২ খ্ৰীষ্টাব্দত প্ৰকাশিত কালিদাস নাথৰ *গোবিন্দদাসেৰ পদাবলীত* ২৯০টা আৰু দুৰ্গা লাহিড়ীৰ সম্পাদিত *বৈষ্ণৱ পদলহৰীত* গোবিন্দদাস নামংকিত ৪৯০ টা পদ পোৱা যায়। ড° বিমানবিহাৰী মজুমদাৰ সম্পাদিত *গোবিন্দদাসেৰ পদাবলী ও তাহাৰ যুগত* কবিৰাজৰ ৭২৮ টা পদ সংকলিত হৈছে।

১১.৩২. দ্বিতীয় বিদ্যাপতি গোবিন্দদাস কবিৰাজৰ কবিত্বৰ শ্ৰেষ্ঠতা সন্দেহাতীত। ছন্দোময় ভাষাত—

শ্ৰীগোবিন্দ কবিৰাজ বন্দিত কবি সমাজ কাব্য ৰস অমৃতেৰ খনি।
বাগ্‌দেবী যাঁহাৰ দ্বাৰে দাসী ভাবে সদা ফিৰে অলৌকিক কবি শিৰোমণি।।

কথা আৰু সংগীতময়তা গোবিন্দদাসৰ পদাৱলীৰ প্ৰাণ কেন্দ্ৰ। কথাৰ সহায়ত চিত্ৰ কল্পৰ প্ৰতিমা সজাত তেওঁ অপ্ৰতি দ্বন্দ্বী। শব্দৰ কাৰু কাৰ্য, বাক্ নিৰ্মিতিৰ বিশেষ কৌশল, অলংকাৰ অসাধাৰণ অৱস্থিতি, আৰু চিত্ৰ ৰচনাৰ অতুলনীয়তা এই আটাইবোৰৰ সুষম সংমিশ্ৰনে তেওঁৰ পদাৱলীক এনে এক অপূৰ্ব শ্ৰী প্ৰদান কৰিছে যে তাৰ তুলনা বিচাৰি পোৱা টান। 'চিত্ৰগীত' পৰ্যায়ৰ ৩৫ টা গীতত কবিয়ে বৰ্ণানুক্ৰমিক ভাৱে স্বৰ আৰু ব্যঞ্জনৰ যি কৌশলপূৰ্ণ অনুপ্ৰাস প্ৰয়োগৰ দৃষ্টান্ত দেখুৱাইছে, তাক লক্ষ্য কৰিব লগীয়া। দৃষ্টান্ত স্বৰূপে—

অ° অৱনত আনন আচৰে গোই।
আকুল অমল কমল যোই।।

ক° কুবলয় কন্দল কুসুম কলেবৰ কালিম কান্তি কলোল।
কোমল কেলি কদম্ব কদম্বিত কুণ্ডল কান্ত কপোল।।

ঝ° ঝৰ ঝৰ জলধৰ ধাৰ। ঝাঞ্ঝা পৱন বিথাৰ।
ঝলকত দামিনি মালা। ঝাম্পেৰি কৈছে গেল বালা।।

ন° নীৰদ নীল নয়ন লিপি নীৰজ নীকে নেহাৰণি [illegible]
নিৰখিতে নিয়ড়ে নিতম্বিনী নীচোল নিকসত নীবি নিবন্ধ।।

ম° মুখৰিত মুৰলি মিলিত মুখ মোদনে মৰকত মকুৰ মৈলান।
মানিনি মান মথন মুচুকায়নি মুনি মানস মুৰছান।।

ল° ললিত কমল ফুলবালা। লাগল বিৰহক জ্বলা।
লীলা লাবনি খোই। লোৰ লোহৰি ভৰে বোই।। প্ৰভৃতি।

১১.৩৩. গোবিন্দদাসৰ পদাৱলীত দৃষ্টি পেলালে জয়জয়তে আমাৰ চকু বৈ যায় তেওঁৰ গৌৰ চন্দ্ৰিকাৰ গীতিগুচ্ছত। চৈতন্যদেৱৰ দিব্য জীৱন লীলা তেওঁ চকুৰে দেখা নাছিল। গতিকে পূৰ্বসূৰিসকলে চৈতন্য মহা প্ৰভুৰ যিখনি ছবি আঁকি থৈ গৈছিল, তাকে চাই চাই গোবিন্দদাসে কল্পনাৰ ফাকুগুৰি ছটিয়াব লগাত পৰিছিল। মহাপ্ৰভুৰ লীলা দৰ্শনৰ সুযোগ নোপোৱা গুণে তেওঁৰ মৰ্মবেদনাৰ অন্ত নাছিলঃ 'তাকৰ চৰণে দীন হীন বঞ্চিত গোবিন্দ দাস বহু দূৰা', 'যো ৰসে ভাসি অবশ মহিমণ্ডল গোবিন্দদাস তহি পৰশ না ভেলি।' ৰাধা-কৃষ্ণৰ লীলামালাৰ বিচিত্ৰ ভাব আৰু ৰসক অৱলম্বন কৰি কৰি গৱাকীয়ে যি প্ৰাকৃত গৌৰ চান্দ্ৰিকাৰ পদ ৰচনা কৰিছে, সি অলংকাৰ, কাৰুকাৰ্য, কল্পনাৰ ঐশ্চৰ্য, ভাবৰ সূক্ষ্ম বৈচিত্ৰ্য আৰু ছন্দৰ সুষমাৰে অনুপম। ভাগীৰথী তীৰৱৰ্তী নৱদ্বীপৰ কিশোৰ গৌৰাংগৰ ছবি অংকিত ছত্ৰ এটি এই খিনিতে উদ্ধৃত কৰা হ'লঃ—

নীৰদ নয়ন নীৰঘন সিঞ্চনে পুলক মুকুল অৱলম্ব।
স্বেদ মকৰন্দ বিন্দু বিন্দু চুয়ত বিকশিত ভাব কদম্ব।'

১১.৩৪. ৰূপানুৰাগ আৰু পূৰ্বৰাগৰ পদ ৰচনাত গোবিন্দদাস কবিৰাজৰ কবি সত্বাৰ মনোৰম প্ৰকাশ পাহৰিব নোৱাৰা। উপমা-অলংকাৰৰ প্ৰাচুৰ্যেৰে ভৰা ৰাধা-কৃষ্ণৰ কায়িক ৰূপৰ যিখনি নিখুঁত ছবি গোবিন্দদাসে আঁকিছে, সেই খনি উজ্জ্বল গাঢ় ৰঙৰ ছবি। নিপুণ শিল্পীৰ প্ৰতি ডাল ৰেখাই সুস্পষ্ট। ৰঙৰ বহুলতা তাত নাই। জয়জয়তে নাগৰ কৃষ্ণৰ ৰূপৰ বৰ্ণনাই দিয়া হওঁক ঃ

নন্দ নন্দন চন্দ নন্দন গন্ধ নিন্দিত অংগ।
জলদ সুন্দৰ কম্বু কন্ধৰ নিন্দি সিন্ধুৰ ভংগ।

ৰাধাৰ ৰূপৰ বৰ্ণনাতো অপৰীৰী সৌন্দৰ্যই মূৰ্তিমান হৈছে এনেদৰে— সঞ্চৰমান বিদ্যুতৰ মূৰ্ত বিকাশ ৰাধাৰ অংগ জ্যোতি যেন বিজুলীৰ চমক। ৰক্তাৰুণ চৰণৰ প্ৰতিটো খোজে থল পদুম ফুলায়— বঙ্কিম দৃষ্টিৰ কটাক্ষত হিল্লোলিত হয় যমুনাৰ তৰংগ ঃ

যাঁহা যাঁহা নিকসয়ে তনু তনু জ্যোতি। তাঁহা তাঁহা বিজুৰি চমকয় হোতি।
যাই যাঁহা অৰুণ চৰণ চল চলই। তাঁহা তাঁহা থল কমলদল খলই।।

*উজ্জ্বল নীলমণিত* পূৰ্বৰাগ আৰু অনুৰাগৰ পাৰ্থক্য দাঙি ধৰা হৈছে। যাৰ গুণৰাজি সকলো সময়তে শুনি শুনি শ্ৰৱণে নয়নলৈ ৰূপান্তৰিত হ'ব পাৰে, সেই জনক দেখিবৰ কালত চকুৰ পানী এনেদৰে উপচি পৰে যে নয়নে যেন শ্ৰৱণলৈ মোট সলায়। অনুৰাগিনী ৰাধাৰ মিঠা মিঠা ভাবাত,

গুনইতে অনুখন যছু নব গুণ-গণ শ্ৰবণ নয়ন ভৈ গেলা।
দৰসনে তাকৰ এ হেন লোৰ ঝৰ নয়ন শ্ৰবণ সম ভেলা।।

কৃষ্ণৰ অপৰূপ ৰূপ শিখা দৰ্শনত ৰাধা অনংগবাণ বিদ্ধ হৈ পৰিল। ঘৰ হাৰিত পৰিণত হ'ল— চন্দনে গাত জুই জ্বলালে। জীৱন থাকিব নে নাথাকে ৰাধাই তাৰ গম নোপোৱা হ'ল—

অধিক আধ আধ দিঠি অঞ্চলে যব ধৰি পেখলুঁ কান।
কত-শত কোটি কুসুমশৰে জৰ জৰ ৰহত কি যাত পৰানি।।

১১.৩৫. অভিসাৰৰ অপৰাজেয় শিল্পী গোবিন্দদাসে বহু ক্ষেত্ৰত তেওঁৰ গুৰু বিদ্যাপতিকো অতিক্ৰম কৰি গৈছে। গ্ৰীষ্মাভিসাৰ, বাদলাভিসাৰ, হিমাভিসাৰ, কুজ্ঝটিকাভিসাৰ, জ্যোৎস্নাভিসাৰ, তিমিৰাভিসাৰ, দিবাভিসাৰ, উন্মত্তাভিসাৰ— প্ৰভৃতি বৈচিত্ৰ্যঘন অভিসাৰৰ বৰ্ণনাৰে গোবিন্দদাসৰ পদাৱলী মুখৰ। ৰাধা অভিসাৰৰ প্ৰথম পদতেই সখীসকলৰ বাণী ঃ

মন্দিৰ বাহিৰ কঠিন কৱাট। চলইতে শংকিল পংকিল বাট।।
তঁহি অতি দৰবৰ বাদৰ কোল। বাৰি কি বাৰই নীল নিচোল।।

ৰাধাই কোনো ধৰণৰ বিপদ-বিঘিনিলৈ ভ্ৰুক্ষেপ নকৰে ঃ

কুল মৰিয়াদ কপাট উদ্ ঘাটলু তাহে কি কাঠকি বাধা।
নিজ মৰিয়াদ সিন্ধু সঞে পঙাৰলু তাহে কি তটিনী অগাধা।।

জ্যোৎস্নভিসাৰিকা ৰাধাৰ ছবি ঃ

কুন্দকুসুমে ভৰি কবৰিৰ ভাৰ। হৃদয়ে বিৰাজিত মোতিম হাৰ।।
চন্দন চৰচিত ৰুচিৰ কপূৰ। অংগহি অংগ অনংগ ভৰিপূৰ।।

তিমিৰাভিসাৰিকা ৰাধাৰ ছবি ঃ

নীলিম মৃগমদে তনু অনুলেপন নীলিম হাৰ উজোৰ।
নীল বলয়গণে ভুজ যুগ মণ্ডিত পহিৰল নীল নিচোল।।

বৰ্ষাভিসাৰিকা ৰাধা ঃ

মেঘ যামিনি চললি কামিনি পহিৰি নীল নিচোল ৰে।
সংগে নায়ক কুসুম শায়ক ৰোড়ি মঞ্জীৰ লোল ৰে।

হিমাভিসাৰিকা ৰাধা ঃ

পৌখলি ৰজনি পৱন বহ মন্দ। চৌদিশে হিমকৰ হিম কৰু বন্ধ।।
মন্দিৰে ৰহত সবহুঁ তনু কাঁপ। জগজন শয়নে নয়ন বহু ঝাঁপ।।

দিবাভিসাৰিকা ৰাধা ঃ

মাধহি তপন তপত পথ বালুক আতপ দহন বিথাৰ।
ননিক পুতলি তনু চৰণ কমল জনু দিনহি কয়ল অভিসাৰ। ইত্যাদি।

১১.৩৬. বিভিন্ন প্ৰকাৰৰ নায়িকাৰ বৰ্ণনাতো গোবিন্দদাসে নিজৰ কৃতিত্বৰ স্থান অক্ষুন্ন ৰাখিব পৰাটো তাৎপৰ্যপূৰ্ণ। বাসকসজ্জা পৰ্যায়ত নায়িকাই সংকেত কুঞ্জ সজাইছে এনেদৰে : 'সাজল কুসুম শেজ পন সাজই জাৰই জাৱল বাতি। বাসিত খপুৰে-কপূৰে পুন বসাই তৈগেলে মদন ভৰাতি।। আজু ৰাই সাজলি বাসকসেজ।।' পিছে কৃষ্ণ যথা সময়ত নাহি পুৱতি বেলাহে আহি ওলালহি। ৰাধাৰ তেতিয়া খণ্ডিতা অৱস্থা। নায়িকাৰ সমুখত অপৰাধীৰ ভংগিত দণ্ডায়মান কৃষ্ণ। তেওঁৰ কপালত সিন্দূৰ আৰু অংগত নখচিহ্ন বিদ্যমান। গতিকে ৰাধাই বক্ৰোক্তি কৰি কৈছে যে তাত স্বয়ং শংকৰ ভোলানাথ আহি উপস্থিত হ'লহি :

আকুল চিকুৰ চুড়োপৰি চন্দ্ৰক তাৰহি সিন্দূৰ দহনা।
চন্দন চান্দ সাহা মৃগমদ লাগল তাহে বেকত তিন নয়না।।

ধৃষ্ট নায়কৰ প্ৰতি উত্তৰো কম চমকপ্ৰদ নহয় :

কাঁহা নখচিহ্ন দেখলি তুঁহু সুন্দৰী এহ নব কুংকুম ৰেহ।
কাজল ভৰমে মৰমে কিয়ে গঞ্জসি ঘন মৃগমদ্ পদ এহ।।

খণ্ডিতাৰ উপ পৰ্যায়ত মান আৰু কলহান্তৰিতা। মান মূলত : সাময়িক প্ৰত্যাখান। নায়কক প্ৰত্যাখান কৰাৰ পিছত দায়িত্বৰ বাবে কন্দাকটা আৰম্ভ হয়— কলহান্তৰিতা পৰ্যায়। কবিৰ ভাষাত :

কুলৱতী কোই নয়নে জনি হেৰই হেৰত পুন জনি কান।
কানু হেৰি জনি প্ৰেম বাঢ়াওই প্ৰেমে কৰয়ে জনি মান।

(হে কুলৱতীসকল, তোমালোকে যেন কোনোৱে পৰ পুৰুষৰ কালে চকু তুলি নোচোৱা। কেতিয়াবা চালেও কৃষ্ণলৈ নাচাবা। কৃষ্ণক চালেও যেন তেওঁৰ সৈতে প্ৰেমত নমজা। অগত্যা প্ৰেম কৰিলেও যেন কোনো দিনে মান নকৰা)

১১.৩৭. গোবিন্দদাস শৃংগাৰ ৰসৰ কবি। মিলনৰ উল্লাস তেওঁৰ গীতত অপূৰ্ব সুন্দৰ ৰূপত চিত্ৰিত হৈছে। বসন্ত, ৰাস, হোলি প্ৰকৃতিৰ বৰ্ণনাত কবিৰ কল্পনাৰ পাৰঙ্গতা সৌন্দৰ্যচ্ছটাই পাঠকৰ মন মুগ্ধ কৰে। কবিয়ে তেওঁৰ সৃজনী প্ৰতিভাৰে প্ৰকৃতিৰ পটভূমিকাত মানৱ হৃদয়ৰ চিৰন্তন আকূতি আৰু ৰতসলীলাক অভিনৱ শিল্প সজ্জাৰে ৰূপান্তৰিত কৰাটো তেওঁৰ কৃতিত্ব। কবিৰ ৰসোদ্গাৰৰ পদাৱলীও অপূৰ্ব। উপমা অলংকাৰাদিৰ সহায়ত তেওঁ বৰ্ণিতব্য স্থূল বস্তুক উপভোগ্য কৰি তুলিব পাৰিছে।

এটি দৃষ্টান্ত :

তনু তনু মিলনে উপজল প্ৰেম। মৰকত যৈছন বেঢ়ল হেম।।
কনক লতায়ে যেন তৰুণ তমাল। নব জলধৰে যেন বিজুৰী ৰসাল।।

কমলে মধুপ যেন পাতল সংগ। দুহুঁ তনু পুলকিত প্ৰেম তৰংগ।
দুহুঁক অধৰামৃত দুহু কৰুপাল। গোবিন্দদাস দুহুঁক গুণগান।।

মিলনৰ স্মৃতি-চাৰণাৰ নিবিড় মুহূৰ্তত ৰাধিকাই প্ৰেমক নতুন ৰূপত অনুভৱ কৰিছে। কানুৰ প্ৰেমত আত্ম নিমগ্ন ৰাধিকাৰ এতিয়া গুৰুজন পৰিজনালৈ ভয়-শংকা নাই। কানুৰ প্ৰতি প্ৰেমৰ শপত বাণীয়ে নানা ভাৱে উচ্চাৰিত হৈছে—

হৃদয় মন্দিৰে মোৰ কানু ঘুমাওল প্ৰেম প্ৰহৰি বহু জাগি।
গুৰুজন গৌৰৱ চৌৰ সদৃশ ভেল দূৰহি দূৰে বহু ভাগি।।

১১.৩৮. গোবিন্দদাসৰ বিৰহ পৰ্যায়ৰ পদো ভালেখিনি। বৰ্ণনাৰ চাতুৰ্য, ভাৱৰ ঐশ্বৰ্য আৰু অলংকাৰৰ প্ৰাচুৰ্যত সেই পদখিনি যে উল্লেখযোগ্য, তাক দোহাৰিবৰ আৱশ্যক নাই। এনে পৰ্যায়ৰ এটি গীতত আছে ঃ 'চোৱা সখি, মই কিমান নিলাজ। কান্দি কান্দি প্ৰেম নিবেদন কৰোঁ। সেই কুসুমিত বন, কুঞ্জটিৰ, যমুনাৰ পানী, মলয়া বতাহ আৰু সেই চন্দ্ৰ-সিবোৰ দেখি এসমত আনন্দিত হৈছিলোঁ। কানু অবিহনে জীৱনটোৱে কলংকময়। এতিয়া এই সত্য জানিলোঁ যে, 'চপল প্ৰেম থিৰ জীৱন দুৰন্ত।' আৰু অতি দুৰজন আশকি পাশ।' কৃষ্ণ-বিৰহৰ আৰ্তি আন এটি গীতত প্ৰকাশ পাইছে এনেদৰে ঃ

'প্ৰেমৰ অংকুৰ জন্মতেই তাপিত হ'ল — কুঁহিপাত দুটি আৰু মেল নাখালে। ৰাতি প্ৰতিপদৰ জোনৰ দৰে সুখ আৰু আশা নিৰাশাত পৰিণত হ'ল। সখি, মাধৱ এতিয়া নিঠুৰ হৈছে। তেওঁ মোক ক'ত দিন জুৰি পাহৰি আছে ! চন্দ্ৰই যে চকোৰিণীক আৰু সুজন মধুপে মাধৱীক বঞ্চনা কৰিব, তাক কোনে জানে ? কানুপ্ৰীতি অনুভৱ কৰি অনুমান কৰিছোঁ যে বিধিৰ ৰচনা কৌশল বিঘ্নিত হৈছে। বিদ্যাপতিয়ে কয়— মাধৱ বৰ নিঠুৰ কিন্তু গোবিন্দদাসে কয় তেওঁ ৰসপূৰ্ণ।'

১১.৩৯. অৱশেষত সকলো দুৰ্গতিৰ ওৰ পৰিল। কৃষ্ণৰ সৈতে ৰাধাৰ মানস মিলন সংঘটিত হ'ল। ৰাধাৰ আজি আনন্দৰ অন্ত নাই—

'শুন সজনি আজি মোৰ শুভদিন ভেল।
সুখ সম্পদ বিহি আনি মিলায়ব ঐছন মতিগতি ভেল।।

প্ৰিয় মিলনত সকলো উল্লাস, সমস্ত আকুলতাই মিহলি হ'ল— নদীয়ে যেন সাগৰৰ কোলাত ঠাই ললে— 'মধুৰিস হাস মধুৰসৰ বিথনে গদ গদ বোধয়ে ভাব। চিৰদিনে মিলন লাখগুণ নিধুবন কহতহি গোবিন্দ দাস।।'

১১.৪০. এককথাত গোবিন্দদাস এজন ৰূপদক্ষ শিল্পী। মণ্ডনকৰ্মৰ দ্বাৰা তেওঁৰ প্ৰতিটো শাৰী প্ৰোজ্জ্বল। পৰিমিত বোধ গোবিন্দদাসৰ ৰচনাৰ আন এটি লক্ষণীয় গুণ।

সমালোচক শংকৰীপ্ৰসাদ বসুৰ ভাষাত, সংযম বুদ্ধিৰ ফলত গোবিন্দদাসৰ কাব্যত যি বিশেষ বস্তুটিৰ আবির্ভাৱ হৈছে তাক কাব্যৰ স্থপতিবিদ্যা বুলিব পাৰি। তেওঁৰ অধিকাংশ পদ যেন কুন্দত কটা 'কুন্দে যেন নিৰমাণ।'[২৩] 'ধ্বনিপম বাক্‌বিভূতিত, ইন্দ্ৰিয় সংবেদী চিত্ৰৰচনাত আৰু কল্পনাৰ বিসাৰতাত ৰবীন্দ্ৰনাথৰ সৈতে মধ্যযুগৰ কোনো এজন কবিৰ লগত তুলনা কৰিবলৈ হ'লে তেওঁ হ'ল গোবিন্দদাস।'[২৪]

●●●

২৩ মধ্যযুগের কবি ও কাব্য দ্রষ্টব্য।

২৪ বীরেন্দ্রনাথ সাহা—বৈষ্ণবপদাবলী : পদ ও পদাকার, পৃ ১৬২

# • বিদ্যাপতি •

## ৰাধাৰ বিৰহ (১)

অনুখন মাধব মাধব সুমৰইত সুন্দৰী ভেলি মধাই।
ও নিজ ভাব সুভাবহি বিসৰল অপন গুণ লুবধাই।।
মাধব অপৰূপ তোহৰ সিনেহ।
অপন বিৰহে অপন তনু জৰজৰ জীৱইত ভেলি সন্দেহ।।
ভোৰহি সহচৰী কাতৰ দিঠি হেৰি ছলছল লোচন পানি।
অনুখন ৰাধা ৰাধা ৰটইত আধা আধা বানি।।
ৰাধা সয়ঁ জব পুন তহি মাধব মাধব সয়ঁ জব ৰাধা।
দাৰুন প্ৰেম তবহু নহি টুটত বাঢ়ত বিৰহক বাধা।।
দুহু দিসি দাৰু-দহনে জৈসে দগধই আকুল কীট-পৰাণ।
ঐচন বল্লভ হেৰি সুধামুখী কবি বিদ্যাপতি ভাণ।।

*প্ৰসংগ*ঃ- দূতীয়ে ৰাধাৰ বিৰহ দশাৰ মৰ্মভেদী বৰ্ণনা শ্ৰীকৃষ্ণৰ আগত কৰিছে।

*সৰলাৰ্থ*ঃ- দূতীসকলৰ কোনোবা এজনী গৈ কৃষ্ণক জনালে— তোমাৰেই কথা ভাবি ভাবি ৰাধাৰ অংগ কান্তি তোমাৰ দৰে হৈ পৰিছে। তোমাৰ গুণৰ কথা চৰ্চা কৰিবলৈ গৈ তেওঁ আপোন স্বভাৱ পাহৰি পেলাইছে। হে কৃষ্ণ তোমাৰ স্নেহ অপূৰ্ব। তোমাৰ ভালপোৱাৰ কথা চিন্তা কৰোঁতে কৰোঁতে এতিয়া তেওঁৰ জীৱনেই হৈ পৰিছে সংশয়-কণ্টকাকীৰ্ণ। বিহুল হৈ কাতৰ দৃষ্টিৰে যেতিয়া তেওঁ সহচৰীসকলৰ ফালে চায়, তেতিয়া তেওঁৰ দুচকুৰপৰা নামি আহিব ধৰিলে ছলছল অশ্ৰুধাৰা। অস্পষ্ট ধ্বনিৰে তেওঁ প্ৰতি মুহূৰ্ততে ৰাধা ৰাধা উচ্চাৰণ কৰাত লাগিল। ৰাধাৰপৰা কৃষ্ণৰ আৰু কৃষ্ণৰপৰা ৰাধাৰ ৰূপ লোৱা প্ৰমাদৰ চিন্তন কালত তেওঁৰ প্ৰেমৰ বিনাশ নঘটে— বিৰহ বেদনাবো ক্ষান্তি নহয়। এয়ে যেন দুফালে দুকুৰা জুই জ্বলাইছে — মাজ ভাগত কীট-পতংগৰ দৰে প্ৰাণ; কোনো ফালেই তেওঁৰ মুক্তি নাই। কবি বিদ্যাপতিয়ে অনুৰোধ জনাইছে, কৃষ্ণই যেন এনেহেন প্ৰাণ বল্লভা সুধামুখীক দেখা দিয়ে।

## মাথুৰ বিৰহ (২)

অব মথুৰাপুৰে মাধব গেল।
গোকুল-মানিক কো হৰি লেল।।

গোকুলে উছলল কৰুণাক ৰোলে।
নয়নৰ জলে দেখ বহয়ে হিল্লোল।।
শূন ভেল মন্দিৰ শূন ভেল নগৰী।
শূন ভেল দশ দিশ শূন ভেল সগৰি।।
কৈছনে যায়ব যমুনা-তীৰ।
কৈছে নেহাৰব কুঞ্জ-কুটীৰ।।
সহচৰী সঞে জাহা কয়ল ফুলধাৰী।
কৈছনে জীয়ব তাহি নেহাৰি।।
বিদ্যাপতি কহে কৰ অবধান।
কৌতুকে ছাপিত তাঁহি বহ কান।।

*প্ৰসংগ ঃ* — কৃষ্ণই মথুৰালৈ যোৱাৰ ফলত সমগ্ৰ ব্ৰজধামলৈ নামি আহিল কৰুণ ক্ৰন্দনৰ ৰোল। গোকুলৰ সমস্ত চাক্ষুস দৃশ্যই ৰাধাৰ অন্তৰত তোলা বিৰহৰ বিননিয়ে গীতটিৰ মূল কথা।

*সৰলাৰ্থ ঃ*—তাৰ পিছত কৃষ্ণ গ'ল মথুৰালৈ। ৰাধাৰ অন্তৰ বিৰহত হাহাকাৰ কৰি উঠিল। গোকুল মাণিক কানুক কোনে হৰণ কৰি লৈ গ'ল ? সমগ্ৰ গোকুল জুৰি আজি ক্ৰন্দনৰ ৰোল। সকলোৰে চকুত বিৰহৰ অশ্ৰুধাৰা। ৰাধাই ভাবিছে— এই জনপদ যেন শূন্য হৈ গ'ল, শূন্য হৈ পৰিল মোৰ বাসভৱন। দশোদিশ আজি শূন্য— সকলোবোৰেই আজি শেষ হৈ গ'ল। মই এতিয়া কেনেকৈ নো যমুনাৰ পাৰলৈ যাম— কেনেকৈনো চাম সেই শূন্য কুঞ্জ কুটীৰ। য'ত সহচৰী সকলৰসৈতে ফুলখেলা খেলিছিলোঁ, তাক চাই আৰু কেনেদৰে প্ৰাণ ধৰি থাকিম? বৃথা সান্তনা দি কবি বিদ্যাপতিয়ে কৈছে যে কৃষ্ণ কলৈকেও যোৱা নাই — কৌতুহল বশতঃ কৰোবাত লুকাই আছে।

## বৰ্ষাত বিৰহ (৩)

সখিহে হমৰি দুখক নহি ওৰ।
ই ভৰ বাদৰ মাহ ভাদৰ
সূন মন্দিৰ মোৰ।।
ঝম্পি ঘন গৰজন্তি সন্ততি
ভুবন ভৰি বৰখন্তিয়া।
কন্ত পাহুন কাম দাৰুন
সঘনে খৰ শৰ হন্তিয়া।।
কুলিশ সত সত পাত মুদিত
ময়ূৰ নাচত মাতিয়া।
মত্ত দাদুৰ ডাক ডাহুক

কাটি জাওত ছাতিয়া।।
তিমিৰ দিগ ভৰি ঘোৰ যামিনী
অথিৰ বিজুৰী পাঁতিয়া।
বিদ্যাপতি কহ কৈছে গমাওব
হৰি বিনা দিন ৰাতিয়া।।

*প্ৰসংগঃ*— ৰাধাৰ বৰ্ষাকালোচিত বিৰহৰ প্ৰাণস্পৰ্শী বৰ্ণনা গীতটিৰ মাজেৰে প্ৰকাশ পাইছে।

*সৰলাৰ্থ*— শ্ৰীকৃষ্ণ বিৰহ কাতৰা ৰাধাই সখীয়েকৰ আগত নিজৰ অৱস্থাৰ বৰ্ণনা দি কৈছে — হে সখি মোৰ বিৰহ জনিত দুখৰ সীমা নাই। পানীৰে পৰিপূৰ্ণ মেঘেৰে ভৰা ভাদৰ মাহত মোৰ ঘৰ শূন্য। মেঘে ঘোটেই পৃথিৱী আৱৰি ধৰি গাজনি-ঢেৰেকনিৰে একে বাহে বৰষি আছে; অথচ মোৰ প্ৰিয়তম আজি প্ৰবাসত। নিষ্ঠুৰ কামদেৱে মোলৈ সঘনে কামশৰ বৰ্ষণ কৰিছে। শত শত বজ্ৰৰ নিপাত হৈছে, ময়ূৰে মত্ত হৈ নৰ্তন কৰিছে, মত্ত ভেকুলী আৰু ডাউকৰ মাত শুনি মোৰ হৃদয় কাটি-ফুটি যোৱাৰ উপক্ৰম হৈছে। সকলো দিশেই অন্ধকাৰাচ্ছন্ন, নিশাই ভয়ংকৰ ৰূপ লৈছেহি। মাথোন বিজুলীৰ চঞ্চল ৰেখাবোৰেহে দৃশ্যমান। বিদ্যাপতিয়ে কৈছে — হৰি বিনে এনেহেন দিন-ৰাতিবোৰ মই কেনেদৰে কটাওঁ বুলি ৰাধাই সখীয়েকসকলক প্ৰশ্ন কৰিছে।

## ৰাধাৰ বিৰহ (৪)

খেদৰ মোএ কোকিল অলিকুল বাৰব
কৰ-কংকণ ঝমকাই।
যখন জলদ ধবলা গিৰি বৰিবৰ
তখনুক কএোন উপায়।।
গগন গৰজ ঘন শুনি মন শংকিত
ৰাৰিৰ হৰি কৰু ৰাৰে।
দখিন পৱন সৌৰভে যদি সঞ্চৰ
দুহুঁ মন দুহুঁ বিছুৰায়ে।।
সে শুনি যুবতী জীৱ যদি ৰাখবি
শুন বিদ্যাপতি-বাণী।
ৰাজা শিৱসিংহ ই ৰস-বিন্দক
মদনে বোধি দেই আনি।।

*প্ৰসংগঃ*— প্ৰকৃতিৰ বিভিন্ন সম্ভাৰে বিৰহ কাতৰা ৰাধাৰ মনত প্ৰিয়জনৰ যি মধুৰ স্মৃতি জাগ্ৰত কৰিছিল, তাৰেই চিত্ৰবৰ্ণিত ৰূপটি প্ৰকাশ পাইছে উক্ত গীতটিত।

*সৰলাৰ্থঃ*— শ্ৰীকৃষ্ণৰ বিৰহত ৰাধাই অসহ্য অনুভৱ কৰি কৈছে— হাতৰ কাঙ্কণ

শৰেবে মই কুলি চৰাই কিংবা তোমোবাবোৰ খেদিব পাৰিম কিন্তু ধৱলগিৰিৰ ওপৰেৰে তাহি মেঘবোৰে যেতিয়া বৰষিব, তেতিয়া সিবোৰকনো কেনেদৰে বাধা দিম? এই কালত আকাশত মেঘে কৰা গৰ্জনে আৰু ভেকুলীৰ টোৰটোৰণিয়ে মনত ত্ৰাসৰ সৃষ্টি কৰিব। দক্ষিণা বতাহৰ বেগ ৰুদ্ধ কৰিব নোৱাৰিলে সিয়ে দুয়োজনৰপৰা আতৰাই পেলাব। ৰজা শিৱসিংহৰ আশ্ৰয়দাতা বিদ্যাপতিয়ে কয় যে এই বোৰ জানি শুনিও যদি তেওঁ ধৈৰ্য ধৰিব পাৰে, তেনেহলে বসন্ত কৃষ্ণক মদন-কামদেৱে বুজাই বঢ়াই আনি দিব পাৰিব।

## ৰাধাৰ বিৰহ (৫)

*ললিত ৰাগ*

মাধৱ মাস তিথি ভউ মাধৱ
    অৱধি কহএ পিআ গেলা।।
কচু-যুগ-সম্ভু পৰসি কৰে বোললহি
    তে পৰতীতি মোহি ভেলা।।
    সখি হে কতহু ন দেখিঅ মধাই
কাঁপ শৰীৰ থিৰ নহি মানস
    অৱধি নিঅৰ ভেলা আই।।
চান্দন অগৰ মৃগ-মদ কুঙ্কম
    কে বোল শীতল চন্দা।।
পিয়া-বিসলেখে অনল জনু বৰিসএ
    বিপতি চিহ্নিঅ ভল-মন্দা।।
ভণহ বিদ্যাপতি অৰে বে কলামতী
    অৱধি সমাপল আজী।
লাখ-দেৱী-পতি পূৰিহ মনোৰথ
    আৱিহ শিৱসিংহ ৰাজা।।

*প্ৰসংগ ঃ—* শ্ৰীকৃষ্ণ মথুৰালৈ যোৱাৰ পিছত বিৰহ কাতৰা ৰাধাই সখীয়েকৰ আগত নিজৰ বিৰহ অৱস্থাৰ বৰ্ণনা দিছে।

*সৰলাৰ্থ ঃ—* চ'ত মাহৰ শুক্লা একাদশীৰ দিনা তেওঁ (কৃষ্ণ) উভতি আহিম বুলি মোৰ শিৱবাৰ্গী স্তন যুগলত ধৰি শপত খাই যোৱাত মই বিশ্বাস কৰিছিলোঁ। হে সখি, মই পিছে কৃষ্ণক ক'তো দেখা পোৱা নাই। সেই বাবেই মোৰ শৰীৰ কঁপিছে, মন হৈ পৰিছে চঞ্চল। কোনে কয়-চন্দন, অগৰু, মৃগমদ কুংকুম আৰু চন্দ্ৰমা শীতল বুলি? প্ৰিয়তমৰ বিয়োগত সেই আটাইবোৰেই যেন মোলৈ অগনিহে বৰষিছে। বিপত্তিয়ে ভালকো মন্দ ৰূপে চিহ্নিত কৰে। বিদ্যাপতিয়ে কয়, হে কলাৱতী, সেই নিৰ্ধাৰিত কালৰ আজি ওৰ পৰিল। শিৱসিংহ নৃপতিয়ে আহি পত্নী লখিমা দেৱীৰ মনোৰথ পূৰণ কৰাৰ দৰে শ্ৰীকৃষ্ণয়ো আহি তোমাৰ মনৰ কামনা পূৰণ কৰিব।

## ০ শংকৰদেৱৰ ০

## মাথুৰ বিৰহ (১)

*ৰাগ-মাউৰ ধনশ্ৰী*

গোপিনী-প্ৰাণ কহে নু গেয়ো ৰে গোবিন্দ।
হমু পাপিনী পুনু পেখবো নাহি আৰ
সোহি বদন-অৰবিন্দ ।। ধ্ৰুং।।
কমন ভাগ্যৱতী ভয়ো ৰে সুপৰভাত
আজু ভেটৱ মুখ-চান্দা।
উগত সূৰ দূৰ গয়ো ৰে গোবিন্দ
ভয়ো গোপ-বধূ আন্ধা।।
আজু মথুৰাপুৰি মিলৱ মহোৎসৱ
মাধৱ সাধৱ মান।
গোকুলক মঙ্গল দূৰ গয়ো নাহি
বাজত বেণু বিষাণ।।
আজু যত নাগেৰী কৰত নয়ন ভৰি
মুখ-পঙ্কজ-মধু পানা।
হামাৰি বঙ্ক বিধি হাতে হৰল নিধি
কৃষ্ণ কিঙ্কৰ ৰস ভাণা।।

*প্ৰসংগ ঃ*— মথুৰাৰ নৃপতি কংসৰ আদেশ ক্ৰমে অক্ৰূৰ গোকুললৈ আহি ৰাম-কৃষ্ণক মথুৰালৈ লৈ যোৱাৰ পিছত গোকুলৰ কৃষ্ণ বিৰহ-কাতৰা গোপীসকলৰ যি অৱস্থা হৈছিল, তাৰেই চিত্ৰভনিত ৰূপ হ'ল বৰ্তমান গীতটি ।

*সৰলাৰ্থ ঃ*—শ্ৰীকৃষ্ণৰ বিৰহত আকুল হৈ গোপীসকলে কৈছে— হে গোপিনীৰ প্ৰাণস্বৰূপ গোবিন্দ, তুমি ক'লৈনো গ'লা? আমি পাপিনীসবে পুনৰ্বাৰ আৰু সেই মুখপদ্মখনি দেখিবলৈ নাপাওঁ। তেওঁলোক (মথুৰাৰ নাৰীসকল) যে কিমান ভাগ্যৱতী। তেওঁলোকৰ আজি প্ৰাভাতী সূৰ্যৰ উদয় হ'ব আৰু কৃষ্ণ মুখচন্দ্ৰ দৰ্শন কৰিব। আমহাতে উদিত সূৰ্যৰূপ গোবিন্দ আঁতৰি যোৱাত গোপবধূসকলৰ দিনতে এন্ধাৰ। আজি মথুৰাপুৰীত মহোৎসৱ মিলিব — শ্ৰীকৃষ্ণই মান-সন্মান পাব। গোকুলৰ মংগল-মণি দূৰলৈ যোৱাৰ কাৰণে বেণু বিষাণৰ ধ্বনি স্তব্ধ হ'ল। আজি মথুৰা নগৰীৰ নাৰীসকলে কানাইৰ মুখপদ্মৰ মধু নয়ন ভৰি পান কৰিব। আমাৰ বিধি বেঁকা হোৱা হেতু হাতৰ নিধি হেৰাব লগাত পৰিলোঁ— কৃষ্ণৰ কিংকৰে ৰস সৃষ্টিৰ বাবে এনেদৰে কয়।

## মাথুৰ বিৰহ (২)

ৰাগ-ভূড়বসন্ত

কহ ৰে উদ্ধৱ কহ প্ৰাণেৰ বান্ধৱ হে
প্ৰাণ-কৃষ্ণ কবে আৱে।
পুছয় গোপী প্ৰেম-আকুলভাৱে
এ নাহি চেতন গাৱে।। ধ্ৰুং।।
বাছুৰি ধ্বনি শুনি গোবৎস পেখি।
লাগে আগি গাৱে উদ্ধৱ সখি।।
কালিন্দী দেখি সখী ফুটয় বুক।
এথায়ে খেলাইছিলো সে চান্দমুখ।
হৰি নয়ন-সুখ।।
বিবিন্দাবন বৈৰী হামাৰ ভেলি।
পেখিতে নাৰিছুবো গোপাল-কেলি।।
ধ্বজ বজ্ৰ যব পঙ্কজ চাই।
তথয়ে কান্দো হামু লোটায়া কায়।
গুণ-গোবিন্দ গাই।।
কৃষ্ণ-সূৰ্য্য বিনে ব্ৰজ আন্ধাৰ।
নেদেখোঁ এ দুখ-অৱধি-পাৰ।।
আৰ কি পেখবো গোপাল প্ৰাণ।
কৃষ্ণৰ কিঙ্কৰ শঙ্কৰ ভাণ।।
হৃষিক হৃদয়ে জান।

*প্ৰসংগ ঃ*—বৃন্দাবনত এৰি থৈ অহা গোপীসকলৰ বিৰহত আকুল শ্ৰীকৃষ্ণই তেওঁলোকৰ খা-খবৰ লবলৈ প্ৰিয় বান্ধৱ উদ্ধৱক মথুৰাৰপৰা বৃন্দাবনলৈ পঠিওৱাৰ পিছত প্ৰেমাকুলা গোপীসকলে কৃষ্ণৰ বতৰা কেনেদৰে শুধিছিল, তাৰেই চিত্ৰধৰ্মী বৰ্ণনা প্ৰকাশ পাইছে আলোচিত গীতটিত।

*সৰলাৰ্থ ঃ*—'হে উদ্ধৱ, হে প্ৰাণৰ বান্ধৱ উদ্ধৱ। কোৱাচোন আমাৰ প্ৰাণ কৃষ্ণ কেতিয়ামানে উভতি আহিব?' — এইবুলি প্ৰেমত আকুল হৈ গাত তৎ নোহোৱাকৈ উদ্ধৱক প্ৰশ্ন কৰিছে। বাঁহীৰ ধ্বনি শুনিলে আৰু গাইৰ দামুৰীবোৰ দেখিলে হে সখি উদ্ধৱ। আমাৰ গাত জুই জ্বলে। হে সখি। কালিন্দী হ্ৰদ দেখিলেই আমাৰ বুকু ফাটি যায়; কাৰণ এই ঠাইতে আমি সেই চন্দ্ৰ মুখৰ সৈতে খেলা খেলিছিলো আৰু নয়ন সুখ লাভ কৰিছিলো। বৃন্দাবন আজি আমাৰ বৈৰী হৈ পৰিছে, কাৰণ ইয়াতে গোপালৰ সৈতে কৰা কেলিৰ

কথা আমি পাহৰিব পৰা নাই । ধ্বজ, ব্ৰজ, যৱ আৰু পদুমৰ চিহ্ন থকা শ্ৰীকৃষ্ণৰ ভৰিৰ খোজ দেখিলেই আমি মাটিত বাগৰি বাগৰি গোবিন্দৰ গুণ গাই কান্দোঁ। কৃষ্ণ সূৰ্য বিনে আজি ব্ৰজধাম এন্ধাৰ। এই সুখৰ কোনো পাৰাপাৰ দেখা নাই। পুনৰ্বাৰ জানো আমাৰ প্ৰাণ গোপালক দেখা পাম? কৃষ্ণৰ কিংকৰ শংকৰে কয় যে হৃদয়ত হৰিক থাপি জানিব লাগে।

## মাথুৰ বিৰহ (৩)

*ৰাগ-কল্যাণ*

উদ্ধৱ বন্ধু মধুপুৰি বহল মুৰাৰু।
কাহে নাহেৰি ৰহব অব জীৱন বন ভয়ো ভৱন হামাৰু ।। ধ্ৰুং।।

জাহে বিয়োগে আগি অঙ্গ তাৱয়ে
তিল এক্‌ু ৰহয়ে নপাৰি।
সোহি ব্ৰজ-সুৰ দূৰ গয়ো গোবিন্দ
দিশ দশ দিয়সে আন্ধাৰি।।
হয়ো মৰণ ওহি সোহি হৰি-চৰণকু
বিছুৰি ৰহয়ে নপাই।
দেখতে কালিন্দী গিৰি বিবিন্দাবন
তনু মন দহৱে সদায়।।
ব্ৰজ-জন-জীৱন ৰহবি নাহি আৱক
হামাকু কৰত অনাথা।
গোপিনী প্ৰেম পৰশি নীৰ ঝুৰয়ে
শঙ্কৰ কহ গুণ-গাথা।।

*প্ৰসংগ ঃ—* বৃন্দাবনবাসী কৃষ্ণ-বিৰহ কাতৰা গোপীসকলৰ মানসিক অৱস্থাৰ বুজ ল'বলৈ মথুৰাৰ শ্ৰীকৃষ্ণই তেওঁৰ প্ৰিয় বান্ধৱ উদ্ধৱক পঠিয়াই দিছিল। উদ্ধৱক দেখাৰ লগে লগে গোপীসকলৰ অন্তৰত যি বিচ্ছেদৰ ব্যথা জাগ্ৰত হৈছিল, তাৰেই জীৱন্ত চিত্ৰ-উপৰ্যুক্ত গীতটি।

*সৰলাৰ্থঃ—*হে উদ্ধৱ বন্ধু ! মুৰাৰি মথুৰাবাসী হ'ল। তেওঁক নেদেখাকৈ আমি কেনেদৰে জীৱন ধাৰণ কৰোঁ? আমাৰ ঘৰ বাৰী এতিয়া অৰণ্যত পৰিণত হৈছে। যাৰ বিয়োগ বহ্নিত আমাৰ অংগ দগ্ধ হৈছে, এক তিলো থিৰেৰে থাকিবপৰা নাই, সেই ব্ৰজ ধামৰ সূৰ্যৰূপ গোবিন্দ আঁতৰি যোৱাৰ লগে লগে দিনতেই দশো দিশ অন্ধকাৰ হৈ পৰিছে। সেই হৰিৰ চৰণ যুগল পাহৰিব নোৱাৰা বাবেই আমাৰ মৰণ হ'ল। কালিন্দী হ্ৰদ, গিৰি গোবৰ্দ্ধন আৰু বৃন্দাবন দেখাৰ লগে লগে সদায় আমাৰ দেহ-মন পুৰিবলৈ ধৰে। ব্ৰজবাসীৰ জীৱন স্বৰূপ শ্ৰীকৃষ্ণ আৰু উভতি নাহে। আমাক অনাথিনী কৰি থৈ গ'ললে। গোপিনীসকলৰ প্ৰেম পৰশত চকুলো ওলায়— শংকৰদেৱে কৃষ্ণৰ এই গুণাৱলীকো গ্ৰহণ কৰিছে।

## মাথুৰ বিৰহ (৪)

*ৰাগ ধনশ্ৰী ঃ মান একতালি*

কি কহবো উদ্ধৱ কি কহবো প্ৰাণ।
গোবিন্দ বিনে ভয়ো গোকুল উছান।। ধ্ৰুং।।
শূন্য ভৈল অঙ্গিনা বিৰিন্দা-বিপিন।
না সোহে বয়নী জৈছে চান্দ-বিহীন।।
নাহি ছাড়ব ধেনু কালিন্দী-কূল।
আৰ না পূৰব বেণু কদম্বক মূল।
মথুৰা ৰহলি সব গোপিনীক পিউ।
কেশৱ বিনে কৈছে ধৰাবোহো জীউ।।

মান চুটা

ও ৰে সোই গোপাল পিয়াৰু।
মোৰি প্ৰাণ-আধাৰু।
মধুপুৰী ৰহে দহে জিউ হামাৰু ।। ধ্ৰুং।।
গোকুলক মাণিক কানু নৱ নিধি।
হাতে হৰল নিৰুকণ বৰু বিধি।।
চান্দ বিনে বয়নী সজনি কিছু নোহে।
হৰি বিনে বিৰিন্দা-বিপিন নাহি সোহে।।
চান্দ চন্দন মন্দ মলয়া সমীৰে।
কেশৱ বিনে বিষ বৰিষে শৰীৰে।

মাই মাধৱ-বিৰহে।
হৰয় চেতন তনু জীৱন নাৰহে।। ধ্ৰুং।।
ঘন ঘন হানয় মদন পঞ্চ বাণ।
কোকিল কুহু কুহু লেহ মেৰি প্ৰাণ।।
পঙ্কজ-পাত্ৰ অহিত হেম-বাৰি।
মধুকৰ-নিকৰ কৰয় মোহে মাৰি
ঐছন সময়ে মধু পুৰি পিউ প্ৰাণ।
কৃষ্ণ-কিঙ্কৰ ৰস শঙ্কৰ ভাণ।

প্ৰসংগত— শ্ৰীকৃষ্ণ বিৰহ-কাতৰা গোপীসকলে কৃষ্ণসখা উদ্ধৱৰ আগত দিয়া বৃন্দাবনৰ শ্ৰীহীন অৱস্থা আৰু নিজৰ দেহ-গেহৰ দুৰৱস্থাৰ হৃদয়স্পৰ্শী বৰ্ণনাই গীতটিৰ মূল উপজীব্য। গীতটি তিনিটা ভাগত বিভাজিত।

*সরলার্থঃ*— কিনো কম উদ্ধব, কিনো কম প্ৰাণ, গোবিন্দ অবিহনে গোকুল হ'ল উজ্বল। চন্দ্ৰমা বিহীন নিশা শোভা হীন হোৱাৰ দৰে কৃষ্ণ অবিহনে বৃন্দাবন-অংগনৰ শোভা শূন্য হৈ গ'ল। এতিয়া কালিন্দী হ্ৰদৰ পাৰত কোনেৰে গৰু নাচাবে, কদম্ব গছৰ তলত বেণু বজাওঁতাজন আৰু নাই। গোপিনীসকলৰ প্ৰাণ প্ৰিয়াই সকলোকে তেজি মথুৰাত থ'ল। কেশৱ অবিহনে আমি কেনেকৈনো জীয়াই থাকোঁ?

হেৰা উদ্ধব, সেই প্ৰিয়জন আৰু প্ৰাণৰ আধাৰ স্বৰূপ গোপাল মথুৰাপুৰত থকা গুণে আমাৰ জীৱন দগ্ধ হৈ পৰিছে। আমাৰ বিধি বেকা হোৱা গুণে আমি গোকুলৰ মাণিক নৱৰত্ন স্বৰূপ কানুক হাতত পায়ো হেৰালোঁ। চন্দ্ৰ অবিহনে একোৱে নিশাৰ শোভা বঢ়াব নোৱাৰাৰ দৰে হৰি অবিহনে বৃন্দাবনৰো কোনো সৌন্দৰ্য নাই। কেশৱ অবিহনে চন্দ্ৰৰ কান্তি, চন্দন আৰু ধীৰ মলয়া বতাহে আমাৰ শৰীৰত বিষহে বৰ্ষণ কৰে।

হে আই। কৃষ্ণৰ বিৰহত গাৰ চেতনা নাইকিয়া হৈছে— প্ৰাণ ধাৰণ কৰাটো কঠিন হৈ উঠিছে। কৃষ্ণৰ অবৰ্তমানত মদন কামদেৱে ঘনে ঘনে বৰষিছে পঞ্চ কুসুমশৰ। এনে অৱস্থাত কুলিৰ কুউ কুউ মাতেও আমাৰ প্ৰাণ লয়। পদুমৰ পাত আৰু শীতল জলো হিতকৰ নহয়। ভোমোৰাজাকে বেদনাহে সৃষ্টি কৰিছে। এনে কালত প্ৰাণ প্ৰিয়জন মথুৰা ভূমিত। কৃষ্ণ কিংকৰ শংকৰে করুণ ৰসেৰে গীত ৰচিছে।

## ০ মাধৱদেৱ ০

## চিৰন্তন মাতৃ

*ৰাগ-মাউৰ*

মেৰো মাই ও হো জসোৱা আজু হামু বড়হি ভুখা বি।
জো কিছু লৱণু হামাকেবি দেলহু নাহি খাৱলো সোহি
কথা বি ।। ধ্ৰুং।।

হামু বিহানত খেড়ি খেলাৱত
আজু কিছুৱে নাহি খাৱত বি।
তুমহি হামাকু নাহি ডাকল মাই
তোখহিঁ বড় দুখ পাৱত বি ।।
খালি উদৰে হৰি হাত দিয়েলিয়ে
দেখত বোলত বাণী।
আপুনি তনয়কহো দুখ দেখিয়ে মাই
নয়নে ঝুৰাৱত পানী।।
পুত পুত বুলি আকোৱে মোচল
শ্যাম শৰীৰক ধূলি।

মেৰা বাবু বুলি খীৰ পিয়াৱত
বাহু মেলি কোলে তুলি।।
জোহি নিজানন্দ সুখহিঁ সম্পন্ন
সো হৰি মানুষ ভাৱত ৰি।
জশোৱাকু তন পানহি সন্তোষ
দীন মাধৱে ৰস গাৱত ৰি।।

*প্ৰসংগঃ*— শিশু কৃষ্ণই লগৰীয়াইতৰ সৈতে খেল-ধেমালি কৰি ঘৰলৈ উভতি অহাৰ পিছত খালি পেটে থকাৰ কথাটো তেওঁৰ মনলৈ আহে আৰু তেতিয়া তেওঁ মাকক কৰুণৰ্থনা কৰে।

*সৰলাৰ্থঃ*— হে মোৰ আই যশোদা! আজি মই বৰ ভোকতে থাকিব লগাত পৰিলোঁ। যিকণ লৱণু দিছিলা, সেইকণো শুকান হোৱা বাবে নাখালোঁ। আজি মই ৰাতিপুৱাতে একো নোখোৱাকৈয়ে খেল খেলিবিলৈ গৈছিলোঁ। হে আই, তুমি পিছে এবাৰো খাবলৈ নামাতিলা। সেইবাবে মই ভোকত অধীৰ হৈ পৰিছোঁ— এইবুলি খালি পেটটোৰ ওপৰত হাত ফুৰাই মাকক দেখুৱাবলৈ ধৰাত আপোন পুতেকৰ তেনে অৱস্থা দেখি যশোদাৰ চকুৰ পৰা ধাৰাসাৰে চকুলো ওলাব ধৰিলে। 'পুত্ৰ পুত্ৰ' বুলি তেওঁ আঁচলেৰে শ্যাম বৰণীয়া শৰীৰৰ ধূলি মাকতিবোৰ মচি দি 'মোৰ বাপ' বুলি হাত মেলি কোলাত তুলি লৈ ক্ষীৰ খুৱাবলৈ ধৰিলে। যিজন নিত্যানন্দ সুখৰ আধাৰ সেইজন হৰিয়ে যশোদাৰ স্তন পান কৰিয়ে সন্তোষ পাইছে আৰু দীন মাধৱদেৱে তাকেই ৰসিকতাৰে বৰ্ণনা দিছে।

## ০ ৰায় ৰামনন্দ ০

## মাথুৰ বিৰহ

পহিলহি ৰাগ নয়ন ভংগ ভেল। অনুদিন বাঢ়ল আবধি না গেল ।।
ন সো ৰমণ ন হাম ৰমণী। দুহুঁ মন মনোভৱ পেশল জানি।।
এ সখি সো সব প্ৰেম কহানী। কানু ঠামে কহবি বিছুৰহ জানি।।ধ্ৰু।।
ন খোঁজলুঁ দূতী ন খোজলুঁ আন। দুহুঁক মিলনে মধ্যত পঁচ বাণ।।
অব সো বিৰাগে তুহুঁ ভেলি দূতী। সুপুৰুখ প্ৰেমভ ঐছন ৰীতি।।
বৰ্দ্ধনৰুদ্ৰ নৰাধিপ-মান। ৰামানন্দ ৰায় কবি ভাণ।।

*প্ৰসংগঃ*— শ্ৰীকৃষ্ণৰ দূতীৰ প্ৰতি নায়িকা ৰাধাৰ কথা।

*সৰলাৰ্থঃ*— প্ৰথমে নয়ন ভংগিৰ দ্বাৰা অনুৰাগ জন্মিল। সেই অনুৰাগ দিনে দিনে বাঢ়ি গ'ল ; সেই বৃদ্ধিৰ যেন কোনো সীমা নাই। তেওঁ পতি নহয় মঞো তেওঁৰ স্ত্ৰী নহওঁ ; কিন্তু মদনে উভয়ৰে মন পেষণ কৰি অভিন্ন কৰি পেলাইছে। হে সখি ! তুমি এই সমস্ত প্ৰেমৰ কাহিনী কানুক কবাগৈ— পাহৰি নোযোৱা কোঁ। তেতিয়া আমি দূতী কিংবা আন কাকোৱে অনুসন্ধান কৰা নাই। দুয়োজনৰ মিলনত পঞ্চবাণধাৰী মদনেই মধ্যস্থ কৰিছিল। এতিয়া তেওঁৰ প্ৰতি মোৰ মনত বিৰাগ উপজিছে। সেইবাবেই তোমাক দূতী কৰা হৈছে।

সুপুৰুষৰ এনেকুৱাই প্ৰেমৰ ৰীতি নে? প্ৰতাপচন্দ্ৰ মহাৰাজৰ দ্বাৰা বৰ্ধিতমান কবি ৰামানন্দই এইদৰে কৈছে।

## ০ চণ্ডীদাস ০

### আক্ষেপানুৰাগ

*শ্ৰীৰাগ*

সুখেৰ লাগিয়া এঘৰ বাঁধিলু
আনলে পুড়িয়া গেল।
অমিয়া-সাগৰে সিনান কৰিতে
সকলি গৰল ভেল।।
সখি কি মোৰ কৰমে লেখি।
শীতল বলিয়া ও চাঁদ সেবিলু
ভানুৰ কিৰণ দেখি।।
উচল বলিয়া অচলে চড়িলু
পড়িলু অগাধ জলে।
লছিমি চাহিতে দাৰিদ্ৰ বেঢ়ল
মাণিক হাৰালু হেলে।।
নাগৰ বসালু সাগৰ বাঁধিলু
মাণিক পাবাৰ আশে।
সাগৰ শুকাল মাণিক লুকাল
অভাগীৰ কৰম-দোষে।।
পিয়াস লাগিয়া জলদ সেবিলু
বজৰ পড়িয়া গেল।
কহে চণ্ডীদাস শ্যামেৰ পিৰীতি
মৰমে ৰহল শেল।।

*প্ৰসংগ ঃ—* নায়িকা ৰাধাৰ স্বপ্নভংগৰ কথা গীতটিৰ মাজেদি সাৰ্থক ৰূপত প্ৰকাশ পাইছে

*সকলাৰ্থ—* ৰাধাই ভাবিছে— সুখেৰে থাকিম বুলি এই ঘৰ সাজিছিলোঁ যদিও জুই লাগি পুৰি গ'ল। অমৃতসিন্ধু বুলি ভাবি য'ত স্নান কৰিবলৈ নামিছিলোঁ, সেয়া প্ৰকৃতপক্ষে গৰল সিন্ধুহে। এই সকলোবোৰ মোৰেই কৰ্মফল নেকি? গা শীতলাবলৈ চন্দ্ৰ কিৰণৰ সন্ধান কৰি তাৰ বিনিময়ত পালোঁ কঠিন সূৰ্যদাহ। অচল পৰা ওপৰলৈ উঠিবলৈ গৈ অগাধ জল ৰাশিতহে পতিত হলোঁ। মই লক্ষ্মী বিচাৰিছিলোঁ— পালোঁ দৈন্য। অৱহেলাত হাতৰ মাণিকো হেৰাল। মাণিক পোৱাৰ আশাৰে নগৰ বহালোঁ, সাগৰ

বাছিলোঁ হয়; কিন্তু অভাগীৰ কাৰ্মদোষত সাগৰো শুকাল, মাণিকো লুকাল। পিয়াহত আকুল হৈ মেঘৰ ওচৰত প্ৰাৰ্থনা জনালোঁ যদিও বজ্ৰ নিপাতত সকলো শেষ। চণ্ডীদাসে কয়, কানুৰ পিৰীতি মৃত্যু শেল সদৃশ।

*টোকাঃ*— হৰেকৃষ্ণ মুখোপাধ্যায় সম্পাদিত *বৈষ্ণৱ পদাবলীত* উপৰ্যুক্ত গীতটি জ্ঞানদাসৰ (জ্ঞানদাস কহে) গীতৰূপে সংকলিত হৈছে। সেই গীতটোত নাগৰ বসালু কৰম দোষে শীৰ্ষক স্তবকটি পোৱা নাযায়।

## বাসকসজ্জা নায়িকা

*গান্ধাৰ*

বাধিকা-আদেশে মনেৰ হৰষে,
কুসুম ৰচনা কৰে।
মল্লিকা মালতী আৰ জাতি যূথী
সাজাইছে থৰে থৰে।।
আজ ৰচয়ে বাস শেজ।
মুনি-গণ-চিত হেৰি মূৰছিত
কন্দৰ্পেৰ ঘুচে তেজ।।
ফুলেৰ আচিৰ ফুলেৰ প্ৰাচীৰ
ফুলেতে ছাইল ঘৰ।
ফুলেৰ বালিস আলিস কাৰণ
প্ৰতি ফুলে ফুলশৰ।।
শুক পিক ৰাবী মদন প্ৰহৰী
ভ্ৰমৰ ঝংকাৰে তায়।।
ছয় ঋতু মত্ত সহিত বসন্ত
মলয়-পৱন বায়।।
উজোৰল বাতি মণিময় বাতি
কৰ্পূৰ তাম্বুল ৰাখি।
চণ্ডীদাস ভণে ৰাখি স্থানে স্থানে
শয়ন কৰল গোৰী।।

*প্ৰসংগ ঃ*— প্ৰিয় মিলনৰ আশাত নায়িকাই বিভিন্ন শৃংগাৰাদিৰে বিভূষিতা হৈ সুসজ্জিত কোঠাত ৰৈ থকা কথাই গীতটিৰ মূলকথা।

*সৰলাৰ্থ*— ৰাধিকাৰ আদেশ মতে সখীয়েকসকলে আনন্দ মনেৰে মল্লিকা, মালতী, জাতি, যুতী প্ৰভৃতি ফুলেৰে কোঠাটো সুন্দৰকৈ সজাই তুলিছে। আজি বাসকসজ্জা ৰচনা কৰা হৈছে- যিয়ে মুনিসকলৰো চিত্তত বিভ্ৰম ঘটায়, কন্দৰ্পৰ তেজ নিস্তেজ কৰি পেলায়।

ফুলৰ দাপোন, ফুলৰ বেৰ, ফুলেৰে যোৱা ঘৰ, ফুলৰ বালিচ আৰু আৰামী শয্যা। প্ৰতিটো ফুলতে ফুলশৰ বৰ্তমান। সুসজ্জিত কোঠাৰ ৰখা হ'ল ভাটো আৰু ফুলি চৰাই। মদনৰ প্ৰহৰী ভ্ৰমৰে তাতে তুলিছে মধুৰ গুঞ্জন ধ্বনি। বসন্ত সমেত ছয় ঋতুৰ তাত মহা পয়োজন। জুৰ মলয়া প্ৰবহমান। মণিময় প্ৰদীপৰ আলোকত নিশাটো উজলি উঠিছে। চণ্ডীদাসে কয় যে এনে ৰাতিতে প্ৰিয় মিলনৰ আশাত যথাস্থানত কৰ্পূৰ, তামোল আৰু পানী থৈ ৰাধিকাই শয়ন কৰিলে।

## বিপ্ৰলব্ধা নায়িকা

বঁধুৰ লাগিয়া   শেজ বিছাইলুঁ  
গাঁথিলুঁ ফুলেৰ মালা।  
তাম্বুল সাজালুঁ   দীপ উজাৰলুঁ  
মন্দিৰ হইল আলা।।  
সই পাছে এসব হইবে আন।  
সে হেন নাগৰ   গুণেৰ সাগৰ  
কাহে না মিলিল কান।।  
শাশুড়ী ননদে   বঞ্চনা কৰিয়া  
আইলুঁ গহন বনে।  
বড় সাধ মনে   এ ৰূপ যৌবনে  
মিলব বঁধুৰ সনে।।  
পথ পানে চাহি   কত না ৰহিব  
কত প্ৰবোধিব মনে।  
ৰস-শিৰোমণি   আসিব এখনি  
বড়ু চণ্ডীদাস ভণে।।

*প্ৰসংগ*— কৃষ্ণ আহিম বুলি কথা দিও সময়ত নাহিল। অপেক্ষাৰতা নায়িকাই নিজকে অপমানিত বোধ কৰিছে।

*সৰলাৰ্থ*— বন্ধু কৃষ্ণ আহিব বুলি শয্যা ৰচনা কৰা হ'ল; গঁথা হ'ল ফুলৰ মালা। তেওঁলৈ তামোল কাটি সজাই থোৱা হ'ল, প্ৰদীপৰ আলোকৰে আলোক-উজ্জ্বল কৰি ৰখা হ'ল বাসকগৃহ। পিছে সখি, এই সকলো অথলে গ'ল। সেই গুণৰ সাগৰ নাগৰ কৃষ্ণই মোক লগ ধৰিবলৈ নাহিল। শাহু, ননদক বঞ্চনা কৰি গভীৰ অৰণ্যৰ মাজলৈ আহিলোঁ। এই ৰূপ-যৌৱন ভৰা কালত বন্ধুৰ সৈতে মিলি আনন্দ কৰাৰ বাসনা মোৰ আছিল। পিছে বাটলৈ চাই চাই আৰু কিমান দিনলৈ মনক প্ৰবোধ দিম? ৰস শিৰোমণি শ্ৰীকৃষ্ণ অতিবেগেই আহি পাবহি— এইবুলি বড়ু চণ্ডীদাসে ৰাধিকাক সান্ত্বনা বাণী শুনাইছে।

## খণ্ডিতা নায়িকা

### ৰামাকেলি

ছুঁইও না ছুঁইও না বঁধু ঐখানে থাক।
মুকুৰ লইয়া চাঁদমুখখানি দেখ।। ধ্রু।।

নয়ানেৰ কাজৰ বয়ানে লেগেছে
কালোৰ উপৰে কাল।
প্ৰভাতে উঠিয়া ও মুখ দেখিলু
দিন যাবে আজ ভাল।।
অধৰেৰ তাম্বূল বয়নে লেগেছে
ঘুমে ঢুল ঢুল আঁখি।
আমা পানে চাও ফিৰিয়া দাঁড়াও
নয়ন ভৰিয়া দেখি।।
চাঁচৰ কেশেৰ চিকণ চূড়া
স কেন বুকেৰ মাঝে।
সিন্দূৰেৰ দাগ আছে সৰ্ব গায়
মোৰা হ'লে মৰি লাজে।।
নীলকমল ঝামৰ হইয়াছে
মলিন হইয়াছে দেহ।
কোন ৰসৱতী পেয়ে সুধানিধি
নিঙাড়ি লয়েছে সেহ।।
কুটিল নয়ানে কহিছে সুন্দৰী
অধিক কৰিয়া ত্বৰা।
কহে চণ্ডীদাস আপন স্বভাব
ছাড়িতে নাপাৰে চোৰা।।

*প্ৰসংগ ঃ-* আন উপ নায়িকাৰ সৈতে ৰজনী যাপন কৰি পিছদিনাখন ৰাধাৰ ওচৰলৈ অহা শ্ৰীকৃষ্ণক ৰাধাই কৰা ভৎৰ্সনাই গীতটিৰ মূল কথা।

*সৰলাৰ্থ ঃ-* খণ্ডিতা নায়িকা ৰাধিকাই শ্ৰীকৃষ্ণক ভৎৰ্সনা কৰি কৈছে - তুমি মোক নুছুবা-নুছুবা। য'তে আছা ত'তে বৈ থকা। দাপোন এখন লৈ চন্দ্ৰমুখখনি চালেই সকলো বুজিবা। কাৰোবাৰ চকুৰ কাজল তোমাৰ মুখত লগাত তোমাৰ ক'লা মুখ আৰু ক'লা দেখা হৈছে। সেই মুখখনি আজি পুৱাতে উঠি দেখিলো যেতিয়া গোটেই দিনটো ভালদৰে যাব যেন পাওঁ। ওঁঠৰ তামোল তোমাৰ গালত লাগিছে, টোপোলিকে চকুযুৰি ঢুলঢুলীয়া হৈ পৰিছে। মোৰ ফালে মুখ কৰি এবাৰ থিয় হোৱাচোন - ভালদৰে এবাৰ চাই লওঁ। কুঞ্চিত কেশৰ সুন্দৰ বেণীটো বুকুৰ ফালে কিয়? সিন্দূৰৰ দাগ গোটেই দেহতে লাগি আছে। মই হ'লে

লাজতে মৰি গলৌ হেতেন। তুমি লোৱা নীলা পদুমবোৰ লেবেলি যোৱাত দেহটো মলিন পৰিছে। কোন ৰসমতীয়েনো বাক এনে অমৃত ভাণ্ডাৰ পাই তাক পান কৰি উদণ্ডাই পেলালে? কটাক্ষ নয়নেৰে লৰালৰিকৈ সুন্দৰীয়ে এইবোৰ কথা শুনাই দিলে। চণ্ডীদাসে কয় যে চোৰে কেতিয়াও নিজৰ স্বভাৱ এৰিব নোৱাৰে।

## মানিনী নায়িকা

*ভাটিয়াৰী*

বামা হে কি আৰ বলিব আন।
তোহাৰি চৰণে শৰণ সো হৰি
অবহুঁ না মিটে মান।।
গোবৰ্দ্ধন গিৰি বাম কৰে ধৰি
যে কৈল গোকুল পাৰ।
বিৰহে সে ক্ষীণ কৰেৰ কঙ্কণ
মানয়ে গুৰুয়া ভাৰ।।
কালিয়-দমন কৰল যেমন
চৰণ-যুগল-ৰবে।
এবে সে ভুজংগ ভৰমে ভুলল
হৃদয়ে না ধৰে হাৰে।।
সহজে চাতক না ছাড়য়ে প্ৰীত
না বৈসে নদীৰ তীৰে।
নব জলধৰ বৰিষণ বিনু
না পিয়ে তাহাৰ নীৰে।।
যদি দৈবদোষে অধিক পিয়াসে
পিবয়ে হেৰিয়ে থোৰ।
তবহুঁ তাহাৰি নাম-সোঙৰিয়া
গলয়ে শতগুণ লোৰ।।
চণ্ডীদাস-বাণী শুন বিনোদনী
কি আৰ কৰহ মান।
তুয়া অনুগত শ্যাম মৰকত
তো বিনু ভাবে না আন।।

*প্ৰসংগঃ*- মানিনী ৰাধাৰ সমুখত সখীয়েকসকলে শ্ৰীকৃষ্ণৰ দুৰাৱস্থাৰ বৰ্ণনা দিছে।

*সৰলাৰ্থঃ*- হে সখি ৰাধিকে! আন কথানো তোমাক কি কম। শ্ৰীকৃষ্ণই তোমাৰ পাদমূলত শৰণ লোৱা সত্ত্বেও তোমাৰ এতিয়ালৈ মানেই ভঙা নাই। বিজনে বাওঁ হাতেৰে গিৰি

গোবৰ্ধন তুলি ধৰি গোকুলবাসীক ৰক্ষা কৰিছিল, সেইজন এতিয়া বিৰহত এনেদৰে ক্ষীণাই গৈছে যে হাতৰ খাৰুৰ ভাৰো যেন সহিবলৈ অপাৰগ হৈছেহি। চৰণ যুগলৰ দ্বাৰা কালিয় দমন কৰাজনে আজি আনকি হৃদয়ৰ হাৰ ডালকো ভুজংগ ভ্ৰম কৰি পৰিত্যাগ কৰিছে। চাতক চৰায়ে পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গ'লেও সহজতে নদীৰ তীৰলৈ নাযায় আৰু নৱজলধৰৰ পানী বিনে আন পানী পান নকৰে। যদিহে অধিক পিপাষাৰ কাৰণে দৈৱদোষত অকণমান পানী পানো কৰে, তেনেহলে তাৰবাবে মেঘক চিঞৰি চিঞৰি শতগুণ চকুৰ পানী ওভতাই দিয়ে। কবি চণ্ডীদাসে কৈছে - হে বিনোদিনী তুমিনো আৰু কিমান পৰ মান ধৰিবা? মৰকত মণি ধাৰণকাৰী শ্যামকানু একমাত্ৰ তোমাৰেই অনুগত। তোমাৰ বাহিৰে আনৰ কথা চিন্তা নকৰে।

## • জ্ঞানদাস •

## কলহান্তৰিতা নায়িকা

### বৰাড়ি

আঁচৰে মুখ শশী গোই ঘন ৰোয়সি
কহইতে কহন না ফুৰ।
সো গিৰিবৰধৰ অনত চলল জব
তছু মিলন বহু দূৰ।।
সখি হে কো ঐছন মতি দেল।
সো কাতৰ অতি তাহে তুহুঁ বিৰকতি
অতয়ে বিমুখ ভৈ গেল।।
নিজগণ-বচন শ্ৰবণে নহি শুনলি
না বুঝি কয়লি তুহুঁ ৰোখে।
সো পৰতেখ সাখি মোহে মিলল
অতয়ে পাওসি এত দুখে।।
সো বহু-বল্লভ জগজন-দুৰ্লভ
তেজলি নিজ মন-সাধে।
জ্ঞানদাস কহ সখি তুহুঁ বিৰমহ
কাহে বাঢ়ায়সি খেদে।।

*প্ৰসংগঃ* ৰাধাৰ প্ৰতি সখীৰ উক্তি।

*সৰলাৰ্থঃ*- কৃষ্ণৰ বিৰহত ৰাধাই গোপনে ঘনে ঘনে কান্দি চকুলো মচিছে - মনৰ দুখৰ কথা কওঁ বুলিও ক'ব নোৱাৰে। সেই গোবৰ্ধনধাৰী কৃষ্ণ আতৰি যোৱাৰ লগে লগে তেওঁৰ সৈতে মিলনৰ সপোন বহু দূৰলৈ আতৰি গ'ল। ৰাধাই সুধিছে - হে সখি! তেওঁক কোনেনো এনে মতি দিলে। প্ৰত্যুত্তৰত সখীয়েকে উত্তৰ দিলে - তেওঁ তোমাৰ প্ৰতি

অতিকে অনুৰক্ত আছিল যদিও তোমালোকৰ বিৰক্তি পাইহে তেওঁ বিমুখ হ'বলৈ বাধ্য হ'ল। তেওঁক বুজিবলৈ যত্ন নকৰি তুমি ঠেহ পাতি বহা। সেই কথাৰ প্ৰত্যক্ষ সাক্ষী মোৰ আছে। এতিয়া সেই বাবেই তুমি ইমানখিনি দুখ পাবলগীয়া হৈছে। সেই বহু বল্লভ জগ-জন দুৰ্লভ কানুক নিজৰ দোষত তুমি হেৰালা। সখি! তোমাৰ এইবোৰ কথাই মোৰ মনত খেদ হে বঢ়ায় - এই বুলি নায়িকাই কোৱা বুলি জ্ঞানদাসে জনাইছে।

## প্ৰোষিতভৰ্ত্ৰী নায়িকা

*শ্ৰীৰাগ*

কানু বহল পৰদেশ। জলদ সময় পৰবেশ।।
দামিনী দশ দিশ ধাব। নিকৰুণ কান্ত না আব।।
সজনি কাহে কৰব দিন বন্ধ। জীৱইতে ভেল অশঙ্ক।। ধ্ৰু।।
গগনে গৰজে ঘন ঘোৰ। শুনি উনমত চিত মোৰ।।
জব নিশি বাহিৰে পয়ান। শীকৰে নিকলে পৰাণ।।
দিনকৰ দিবস উপেখি। অলিকুল কমলে না পেখি।।
চাতক পিউ পিউ নাদ। জ্ঞানদাস কহ পৰমাদ।।

*প্ৰসংগঃ*- বৰ্ষাকাল অহাৰ লগে লগে প্ৰোষিতভৰ্ত্ৰী ৰাধিকাই প্ৰিয়জনৰ কথা চিন্তা কৰি আপোন দগ্ধ হৃদয়ৰ বেদনা প্ৰকাশ কৰিছে।

*সৰলাৰ্থঃ*- দূৰ প্ৰবাসী কৃষ্ণৰ বিৰহত ব্যাকুলা ৰাধাই কৈছে - কানু প্ৰবাসত ৰ'ল, বৰ্ষকাল সমাগত হ'ল। বিজুলীৰ চমকনিয়ে দশদিশ আবৰি ধৰিছে কিন্তু নিকৰুণ প্ৰিয়জন এতিয়াও আহি নাপালে। হে সখি! কেনেকৈনো দিনবোৰ বঞ্চিম। প্ৰাণ ধৰি থকাটোৱে কষ্টকৰ হৈ উঠিছে। আকাশত মেঘে গাজিবলৈ ধৰিছে। শুনি হিয়া বিয়াকুল হৈ পৰিছে। যেতিয়া ৰাতি বাহিৰলৈ ওলাব খোজোঁ তেতিয়া, কুঁৱলীৰ কাৰণে প্ৰাণটো ওলাই যাব খোজে। সূৰ্যই দিনক আৰু ভোমোৰাই পদুমক উপেক্ষা কৰিবলৈ অসমৰ্থ (মোৰাৰ দৰে ৰাধাৰো কৃষ্ণক উপেক্ষা কৰিব কেনেকৈ)। জ্ঞানদাসে কয়, চাতক চৰায়ে পিউ পিউ নাদ কৰাৰ দৰে ৰাধিকাৰো প্ৰমাদ চৰিছে।

## • গোবিন্দদাস •

## অভিসাৰিকা নায়িকা

*কামোদ*

শ্যাম-অভিসাৰে চললি সুন্দৰী ধনি
নব নব ৰংগিনী সাথে।
বাম শ্ৰবণ-মূলে শতদল পঙ্কজ

কামজয় ফুল ধনু হাতে।।
ভালহি সিন্দুৰ ভানু-কিৰণ জনু
তঁহি চাৰু চন্দন-বিন্দু।
মুখ হেৰি লাজমে সায়ৰে লুকায়ল
দিনে দিনে ক্ষীণ ভেল ইন্দু।।
কৰি ৰদ-বিৰচিত চাৰু ভূষণ কৰে
মদন জিনিয়া ধনি সাজ।
চৰণহি নূপুৰ মুখৰ মনোহৰ
ৰতি-জয় বাজল বাজ।।
ললিতাদি সখী মিলি মংগল হুলাহুলি
শ্যাম-দৰশ-ৰস-আশে।
দুহু দুহু হেৰইতে দুহু চিত পুলকিত
বলি হাৰি গোবিন্দদাসে।।

*প্ৰসংগঃ*— নায়ক শ্ৰীকৃষ্ণৰ সৈতে মিলন হোৱাৰ অদম্য আশা বুকুত বান্ধি লৈ ৰাধিকাই অভিসাৰৰ কণ্টকময় পথত খোজ দিয়া কথাই গীতটিৰ মূল বক্তব্য।

*সৰলাৰ্থঃ*— শ্ৰীকৃষ্ণৰসৈতে অভিসাৰ কৰাৰ আশাৰে সুন্দৰী ৰাধাই ৰঙিলীসকলৰে সৈতে সাজি কাছি ওলাইছে। তেওঁৰ বাম কৰ্ণমূলত শতদল পংকজ ; হাতত কামজয় ফুলধনু, কপালৰ সেন্দুৰৰ ফোঁটটি সূৰ্যৰ কিৰণৰ দৰে উজ্জ্বল আৰু সুন্দৰ মুখখনি চন্দন বিন্দুৰে সুশোভিত। ৰাধাৰ অপৰূপ ৰূপ দেখি আকাশৰ চন্দ্ৰই লাজতে সাগৰত লুকাল আৰু দিনে দিনে খীনাৰলৈ ধৰিলে। তেওঁ গজদন্ত নিৰ্মিত ভূষণ পৰিধান কৰি মদন কামদেৱৰ বেশ-ভূষাকো চেৰ পেলাইছে। তেওঁৰ চৰণৰ নূপুৰ ধ্বনি আৰু হাতৰ কংকণৰ বাজনে ৰতিবো চিত্ত জয় কৰিবলৈ সমৰ্থ। ললিতাদি সখীসকলে মিলি মংগল উৰুলি ধ্বনিৰে পৰস্পৰে পৰস্পৰলৈ চাই পৰস্পৰৰ চিত্ত পুলকিত কৰিব পৰা বুলি গোবিন্দদাসে কয়।

## মানান্তৰ মিলন

### *ভূপালী*

ৰসৱতী ৰাধা ৰসময় কান।
কো জানে কাহে কয়ল দুহুঁ মান।
দুহুঁ অতি ৰোখে বিমুখ ভই বৈঠ।
দুহুঁ চললী যমুনা জলে পৈঠ।।
কি কহব ৰে সখি কহইতে হাস।
কিয়ে কিয়ে অদ্ভুত দুহুঁ বিলাস।।ধ্ৰু।।
লোচন লোৰে তোৰি দুহুঁ পহ।
পাওল তিমিৰ নিকুঞ্জক অন্ত।।

দুহুঁ দুহুঁ পুছইতে দুহুঁ মতি বাম।
দুহুঁ সে কহল নিজ সহচরী নাম।।
তবমে কহত দুহুঁ মরমক বোল।
সহচরী বলি দুহে দুহুঁ কক কোব।।
যব দুহুঁ মেলি আলিংগন দেল।
গোবিন্দদাস কহ তব কিয়ে ভেল।

*প্ৰসংগঃ*— মান-অভিমানৰ পিছত ৰাধা-কৃষ্ণৰ মিলনৰ ছবি অংকিত হৈছে আলোচিত গীতটিত।

*সৰলাৰ্থঃ*—হে সখি। কোনে জানে, ৰসৱতী ৰাধা আৰু ৰসময় কানুৱে পৰস্পৰে কিয়বা ইমান মান-অভিমান কৰিলে। দুয়ো অতি খঙতে পৰস্পৰ বিপৰীত মুখে বহি ৰ'ল। দুয়ো গৈ বৃন্দাবন পালেগৈ। হে সখি। কিনো ক'ম, ক'লেই হাঁহি উঠে। মদনৰ দ্বাৰা আক্ৰান্ত হৈ এওঁলোকেনো কি নকৰে। কান্দি কাটি দুয়ো পথ অতিক্ৰম কৰি অন্ধকাৰৰ মাজেৰেই নিকুঞ্জৰ অন্তিম প্ৰান্তৰ পাইছেগৈ। আন্ধাৰত কোনোৱে কাকো দেখা নাপাই দুয়ো দুয়োৰে সখীৰ নাম সোধা-সুধি কৰিবলৈ ধৰিলে। সংগী বুলি ভুল কৰি দুয়ো প্ৰেম-প্ৰীতিৰ সকলো কথা কোৱাত লাগিল। শেষত দুয়ো যেতিয়া বাহু মেলি আলিংগনাবদ্ধ হৈ পৰিল, তেতিয়া গোবিন্দদাসে সুধিছে, ইয়াৰ পিছত কি হ'ল বাৰু?

## বৰ্ষাভিসাৰ

*কামোদ*

মন্দিৰ বাহিৰ কঠিন কবাট।
চলইতে শঙ্কিল পঙ্কিল বাট।।
তঁহি অতি বাদৰ দৰদৰ বোল।
বাৰি কি বাৰই নীল নিচোল।।
সুন্দৰী কৈছে কৰবি অভিসাৰ।
হৰি বহ মানস-সুৰধনি পাৰ ।।
ঘন ঘন ঝন ঝন বজৰ নিপাত ।
শুনইতে শ্ৰবন মৰম জাৰি যাত।।
দশ দিশ দামিনী দহন বিথাৰ।
হেৰইতে উচকই লোচন-তাৰ।।
ইথে জানি অব সুন্দৰী তেজবি গেহ।
প্ৰেমক লাগি উপেখবি দেহ।।
গোবিন্দদাস কহ ইথে কি বিচাৰ।
ছুটল বাণ কিয়ে যতনে নিবাৰ।।

*প্ৰসংগ* ঃ—বৰ্ষাভিসাৰ কৰিবলৈ উদ্যত হোৱা ৰাধিকাক সখীসকলে এনে বিপদ সংকুল যাত্ৰা বাৰণ কৰিবলৈ সাৱধান কৰি দিছে।

*সৰলাৰ্থ* ঃ— কঠিন দুৱাৰে ঘৰৰ বাহিৰলৈ ওলোৱাত বাধা দিছে। পংকিল পথত ভয় পদে পদে। বাহিৰত ধাৰাসাৰ বৰষুণ। তোমাৰ নীলা শাৰীয়েনো সেই পানী কিমানখিনি বাধা দিব। মানস-সুৰ-ধনীৰ পাৰত বাস কৰিছে কানু — ঘনে ঘনে বজ্ৰ নিপাত হৈছে, শুনিলেই কাণ আৰু প্ৰাণ যেন জ্বলি যায়। দশোদিশ বিদ্যুতৰ আলোকত হৈ পৰিছে আলোকোজ্জ্বল। ইমান বাধাৰ সত্ত্বেও যদি তুমি ঘৰ এৰি অভিসাৰৰ বাবে বাহিৰ হোৱা, তেনেহ'লে প্ৰেমৰ কাৰণে দেহক উপেক্ষা কৰিব লাগিব। গোবিন্দদাসে কয়, ইয়াত ভাবিবলৈ কিনো আছে ; যি শৰ এবাৰ নিক্ষেপিত হৈছে, তাক জনো পুনৰ্বাৰ ঘূৰাই অনাটো সম্ভৱ ?

## মাথুৰ বিৰহ

### *গান্ধাৰ*

হৃদয় বিদাৰত মনমথ-বাণ।
কো জানে কাহে নহত দুই ঠাম।।
জলু বিৰহানল মন মাহা গোই ।
কঠিন শৰীৰ ভসম নাহি হোই ।।
কাহে সমুঝায়ব মৰমক খেদ।
মৰত না জীয়ত কানুক বিছেক।। ধ্ৰু।।
জো মুখ হেৰইতে নিমিখ বিৰোধ।
পুন হেৰব বলি তাহে পৰবোধ।।
হেৰইতে কুসুমিত কেলি-নিকুঞ্জ।
শুনইতে পিক-ৰব অলিকুঞ্জ-গুঞ্জ।
অনুভবি মালতি-পৰিমল এহ।
কো জানে জীউ ৰহত ইহ দেহ।।
জানইতে কানুক সো আশোয়াস।
চলু মথুৰাপুৰ গোবিন্দদাস।।

*প্ৰসংগ* ঃ— শ্ৰীকৃষ্ণ মথুৰালৈ যোৱাৰ পিছত ৰাধাৰ মৰ্মবেদনাৰ হৃদোময় ৰূপ উপৰ্যুক্ত গীতটি।

*সৰলাৰ্থ* ঃ— ৰাধাই কৈছে মন্মথৰ বাণত মোৰ হৃদয় বিদীৰ্ণ। কিয় জানো সি দুডোখৰ হৈ পৰা নাই। মনৰ মাজত গোপনে বিৰহ বহ্নি প্ৰজ্বলিত হৈছে যদিও শৰীৰ কঠিন

হোৱা বাবেহে সি ভস্ম হৈ পৰা নাই। কানুৰ বিচ্ছেদত মোৰ যি মৰ্মবেদনা হৈছে, তাক কাকনো জনাম! মৰোঁ-জীওঁ কৈ বৈ আছোঁ। যিখন মুখ দেখা কালত চকুৰ পলক পৰিলেও কষ্ট হৈছিল, সেই মুখ পুনৰ্বাৰ কেতিয়ানো দেখিম বুলি মনক প্ৰবোধ দিব পাৰো? কুসুমিত কেলি-নিকুঞ্জ দেখা পালে, কুলিৰ কূজন আৰু ভ্ৰমৰৰ গুঞ্জন শুনিলে, মালতী ফুলৰ সুগন্ধ লবলৈ গ'লে এই দেহত জীউ পখী থাকিব নে নাথাকে, তাক কোনো জানে? ৰাধাৰ অৱস্থাৰ কথা কানুক জনাবলৈ গোবিন্দদাস এতিয়াই মথুৰালৈ যাব বুলি প্ৰবোধ দিছে।

●●●

## অ

অইছন = এনেকুৱা
অ এ, এয়ে = হেৰা, হেৰৌ
অওধ = অধঃ
অংশা = অংশ, ভাগ
অকাজে = অনৰ্থক
অকিৰিতি = অকীৰ্তি
অকূৰ = অক্ৰূৰ
অখন = এতিয়া
অখলা = অকপটতা
অখলে = মৃতলোকত
অখিন = অক্ষীণ
অগ = লৰচৰ কৰিব নোৱাৰা
অংগ = শৰীৰ
অংগদ = বাজু, বাহুভূষণ
অংগিনা = চোতাল
অংগিনী = অংগৰ অংশীভূতা
অগোৰ = অগৰু
অঘাৰে = শ্ৰীকৃষ্ণ
অচৰ = পৰ্বত
অচৰ-সচৰ = চৰাচৰ
অছু = এওঁৰ
অচুহ = অশুভ
অজ = জন্মহীন
অজভৱ = ব্ৰহ্মা
অজানুক = অজ্ঞ
অঝোৰে = অবিৰল ধাৰে
অঞ্জন = কাজল
অঞ্চল = আঁচল
অঞ্চিত = পূজিত
অট্ট = উচ্চ
অট্টবাৰ = চিঞৰ
অত, অতএ = ইমান
অতমিত = অস্তমিত
অতিম = উত্তম
অথই = অগাঢ়
অথিৰ = অস্থিৰ
অদখিন = প্ৰতিকূল
অদভূত = অদ্ভূত
অধ = অৰ্ধ
অধিকাই, অধিকহি = বেছি
অধিয়ান = অধ্যয়ন
অধিৰূঢ় = অভিষিক্ত
অনঘ = নিষ্পাপ
অনছুন = অস্থিৰ
অনাশ্ৰা = অনাশ্ৰয়
অনতৰ = অন্যত্ৰ
অনতয় = অন্যথা
অনৰথ = অনৰ্থ
অনীত = অনাচাৰ
অনুচৰী = দাসী, সখী
অনুদিন = দিনৰ পিছত দিন
অনুপাম, অনুপামা = অনুপম
অনুবন্ধ = অনুবোধ
অনুলেপ = চন্দনাদিৰ অংগৰাগ
অনূপ = জলময়
অনুছুপীয়া = অলপ
অনুক্ষণ = ঘনে ঘনে
অনোঅন = পৰস্পৰ
অনৌপম = অনুপম
অন্টোপ = আটোপ
অন্তকেৰি = যমৰাজ
অন্তিয়াৰি = আন্ধাৰ
অন্যোঅন্যে = পৰস্পৰে
অপতন = পতনহীন
অপমন্যু = অপমান
অপভাৱ = নিন্দা
অপাৰা = অপাৰ

অপাংগে = চকুৰ কোণেৰে
অপৰুব = অপূৰ্ব
অফুৰাণ = অফুৰন্ত
অব, অবহি = এতিয়া
অবইতে = আহিবৰ কালত
অবগুণ, অৱগুণ = দোষ
অবজৰ, অৱজৰ = আজৰি
অবধি = নিৰ্দিষ্ট কাল
অবনিশি = দিনে-ৰাতি
অবহুন = এনেকুৱা
অবহু = এতিয়াই
অবিছেদ = অবিচ্ছেদ
অবুধ = অবুজন
অবেকত = অব্যক্ত
অভৰণ = আভৰণ
অভাগি = ভাগ্যহীনা
অভিলাসা = অভিলাস
অমল = অমূল্য
অৰকত = আৰক্ত
অৰি = চক্ৰ
অৰে = হেৰা, হেৰৌ
অৰ্ভক = শিশু
অলকত = ৰঙচুৱা
অলখিতে = অলক্ষিতে
অলিক = কপাল
অলিন্দ = বাৰান্দা
অলেখি = অলিখিত
অসখিতে = জ্ঞান নথকাত
অহনিশ = দিনে-ৰাতি
অহিত = শত্ৰু
অহি, অহিতে = ইয়াত
অহেৰা = মৃগয়া

আ

আঃ = আনন্দ সূচক শব্দ
আঅল, আৱল = আহিল
আইঠা = উচ্ছিষ্ট
আইয়তী = আয়তী
আউৰ = আকৌ
আউল, আউলা = আহিল
আউলাইয়া = আলুলায়িত ; আকুলিত
আক = ইয়াক
আকলি = চাই
আঁকাৰা = আকৃতিৰে
আঁকুৰ = অংকুৰ
আখি = চকু
আগ = প্ৰথম, হেৰা
আগকু = সমুখলৈ
আঁগন = অংগন
আগৰ = অগৰু
আগলী = অগ্ৰগণ্যা
আগহি = আগাতে
আগি, আগিয়া = জুই
আগিলা = অগ্ৰবৰ্তী
আগু = আগত
আগুনি = জুই
আগুবাঢ়ি = আগবাঢ়ি
আগুৰিয়ে = আগচি
আগুসৰি = আগবাঢ়ি
আগুলি = অগ্ৰবৰ্তী
আগে = সমুখলৈ
আগো = হেৰা, হেৰৌ
আংগুলা = আঙুলি
আঁচৰি = পালন কৰি
আঁচৰে = মচি
আচমিতে = অসখিতে
আচিৰ = দাপোন
আচোট = আঘাত
আছিকৰ = প্ৰগলভ

আছিতে, আছুক = থকা
আছোক = থাকক ছাৰি
আজড়িএগ্রা = খালি কৰি
আঁজি = অঞ্জন ৰেখা
আজ, আজুসে = আজি
আজুলি = আঁজলি
আঞ্চোৰ = আঁচল
আঞোৰ, আঞ্জলি = আঁজলি
আটোপ = গভীৰ
আটায়ে = পৰাজিত কৰিবলৈ
আটাইটাই = গৰ্ব
আঁত = ইয়াত
আটাইতাই = আততায়ী
আতি = অতি
আদ, আধ = অৰ্ধ
আধাৰি, আধাবু = আধাৰ
আঁধি, আধিয়াৰ = অন্ধকাৰ
আধি = মনৰ দুখ
আন, আনত = অন্য
আনল = জুই
আনে বানে = সকলতে
অনুপামা = অনুপমা
আন্ট = আট মূৰ
আঠুকুৰি = কাঠবাজী
আন্ধা = অন্ধ, আন্ধাৰ
আন্ধাৰি, আন্ধিয়াৰি = আন্ধাৰ
আপ, আপন
আপহি, আপুন = নিজে
আপাবু = অপাৰ
আপি = অৰ্পণ কৰি
আফাল = আঘাত
আফালি = আন্দোলন কৰি
আবে = এতিয়া
আবেশ = ভাবাবেগ
আবেসে = এতিয়াহে
আবোৰি = ঢাকি ধৰি
আভীৰ = গোৱাল
আভোগ = উপভোগ
আমূল = অমূল্য
আমোল = অমূল্য গৰ্বিত
আয়া = আহি
আয়াজাত = অহাযোৱা
আৰ = আন, আৰু, পুনৰ
আৰকত = ৰঙচুৱা
আৰতি = আকুলতা
আৰবাৰ = পুনৰ্বাৰ
আৰা = এওঁলোক
আৰিমূৰি = চটফটনি
আলা = আলোকিত
আলাস = এলাহ
আলিপন = আলপনা
আলিস = এলাহতে
আলো = হেৰা, হেৰৌ
আলোল্য = আলসুৱা
আৱত = আহিছে
আৱৰ, আৱৰি = আৰু, পুনৰ
আৱস্য = অৱশ্যে
আশ, আস = আশা
আশেষ = অশেষ
আশোৱাস = আশ্বাস
আসন্তে = আহোঁতে
আসংগ = আসে
আস্ফোট = আঘাত
আহাৰ = এওঁৰ
আহে = হেৰা
আহেক = ইয়াক
আহেৰি = ইয়াৰ

## ই

ইছা = ইচ্ছা
ইছিয়া = ইচ্ছা কৰি
ইথি, ইথে = ইয়াত
ইদানিক = এতিয়া
ইন্‌কে, ইন্‌হি = এওঁৰ
ইন্দ্ৰচাপ = ৰামধেনু
ইন্ধন = জুই জ্বলোৱা উপকৰণ
ইবে = এবে
ইভপাণি = হাতীৰ শুঁড়
ইশ = ঈশ
ইসত, ইসিত = অলপ
ইহ = এই
ইহাৰ = এওঁৰ
ঈৰিষা = ঈৰ্ষা

## উ

উকচ = খোজকঢ়া
উকাস = উদ্ভাসিত
উগত = উদ্‌গত, উঠা
.উগাৰ = উদ্‌গীৰ্ণ, কোৱা
উগিল = উদিত হ'ল
উঘাট, উঘাৰল = উদ্‌ঘাটিত
উঘাৰি = অনাবৃত কৰি
উচউৰ = উচ্চ স্তন
উচকই = চমকাই
উচল = উচ্চ
উচংক = সন্দেহ
উচংগ = মিলন, ওপৰভাগ
উচাট = উচাটন
উচাটন = অস্থিৰ
উচুক = উৎসুক
উচুকি = উৎসাহিত হৈ
উচ্ছংক = তললৈ নমা
উছৰ = অতিক্ৰান্ত হ
উছল = উচ্ছলিত
উছাট =ব্যাকুলতা
উজন্টি = ভৰিৰ আঙুঠি
উজৰ, উজোৰ = উজ্জ্বল
উজাৰ = উন্মত্ত
উজুৰি, উজোৰ,
উঝোৰ = উজ্জ্বল
উঝন্টি = উজুটি খোৱা
উৰলি = উত্তোলন কৰি
উটকই = উৎপীড়ন হোৱা
উটপাত = নিৰ্মূল
উঠিএ = উঠি
উন্ট = উট
উতপল = ভেটফুল
উতপাতি = উৎপাত কৰি
উতৰাল = কোলাহল
উতাৰি = নমাই
উৎপাতক = নাশ কৰোঁতা
উতিম = উত্তম
উত্তান = চিত হৈ শোৱা
উত্তাৰি = উদ্ধাৰ কৰি
উদ = পানী, জল
উদ্‌গীম = উদগ্ৰীৱ
উদাম = সবল, উদ্দাম
উদিস = উদ্দেশ্য, উৱাদিহ
উদেশ = উদ্দেশ্য
উধ = উৰ্ধ
উধাৰ = উদ্ধাৰ
উনহি = এওঁ, তেওঁ
উনাকে = এওঁক, তেওঁক
উনাএঁ = শুনিবলৈ সাজু হ
উনিকৰ = এওঁৰ, তেওঁৰ
উন্নিন্দ্য = অনিন্দ্য

উপচংক = শংকিত
উপচাৰ = সম্বোধন
উপজল = জন্মিল
উপভোগ = ব্যৱহাৰ
উপতাপ = আপদ, উৎপাত
উপমুৱা = উপমা
উৰাংগ = কৰতাল
উপাম = উপমা
উপাৰি = উভালি
উপালম্ভ = উপলুণ্ডা
উপাৱন = উপহাৰ
উপাড়ল = উভালিলে
উফাৰি = আচাৰ খাই পৰি
উভ = উচ্চ
উভবাব = উচ্চ বাব
উভাড়ি, উভাৰি = উভালি
উভি = তুলি
উমগ = হৰ্ষোৎফুল্ল
উমতায়লি = বলিয়া কৰা
উমতি = উন্মাদনা
উমৰ = অস্থিৰ
উমৰাসব = ছৰ্দাবসকল
উৰ = বক্ষ
উৰজ = স্তন
উৰি, উড়ি = ওপৰলৈ তুলি
উৰু = বিশাল
উৰুফাল = বন্ধনমুক্ত হ'বলৈ যত্ন কৰা
উৰে = পিছে, বক্ষস্থলত
উৰ্দ্ধৰ = উজ্জ্বল
উল, উলফুল = হুলস্থুল
উলঢাল = অবিন্যস্ত
উলি = আতিগুৰি
উল্লাসি = উল্লাসিত হৈ
উৱৰে = ওপৰত
উসমিস = হুলুস্থুল
উসৃত = ওখ
উহি, উহিয়া = এই

এ

এ = এই, এতিয়া, হেৰা
এক = এটা, একেলগে
একখানি = এখন
এক গাচি = এগছি
এক ঠান = এঠাই
এক ঠাম = এঠাই
একলে = অকলে
একসৰী = একাকিনী
একা = অকলে
একু = একমাত্ৰ, একো
একুপালং = একমাত্ৰ পালোতা
একেশ্বৰ = অকলশৰীয়া
একেচৰী = অকলশৰীয়া
এখনে = এতিয়া
এখনো = এতিয়াও
এত, এতমান = ইমান
এতি = ইমান
এথা, এথাতে = ইয়াত
এন, এনে = এনেকুৱা
এড়ি = এৰাই
এবে = এতিয়া
এভো = এই
এমন = এনে
এহি, এহ = এই, এইটো
এহে, এহেন্ত = এওঁলোক

ঐ

ঐ = হেৰ, সৌ
ঐচন, ঐছন = এনে
ঐসন, ঐছে, ঐসে = এনেকৈ

ঐহিক = ইহলোক সম্পৰ্কীয়

ও

ও = তেওঁ, তাই
ওই = এই
ওজ = পদ্ম
ওঝা = উপাধ্যায়
ওতিম = উত্তম
ওদন = ভাত
ওঢ়নি = ওৰণি
ওৰ = সীমা
ওৰে = হেৰা
ওলাহন = অনুযোগ
ওৱাহোৱা = এনেকুৱা
ওহাড়িআঁ = ঢাকি
ওহি = এওঁ, এনেকৈ, এয়া
ওহো = এওঁ

ঔ

ঔচন = এনে
ঔখদ = ঔষধ
ঔৰ = আৰু
ঔৰ্ব = বাড় বাগ্নি, পাৰ্থিৱ

ক

ক অল, কৱল = কৰিলে
কইনা = কন্যা
কউ, কএ = কৰি
কখাৰি = শুকান
কওন = কোন
কচ = স্তন
কচালিয়া = মোহাৰি
কচুক, কচুৱা = কাঁচুলি
কচু, কচুই = কিছু
কটিপয় = কেইটামান
কটিমহু = কংকাল
কণ্ডিয়া = কৰিয়া
কতন, কতনা = কিমান
কতি = ক'ত, কিছু, কিয়
কতিনা = কতনো
কতিলাই = কিয়নো
কতিলাগা = কিয়নো
কতিহু, কতিহো = ক'ত, কোনো
কথা = ক'ৰ
কথি = ক'ত, কেতিয়া
কনয়া = সোণ
কনাই = কৃষ্ণ
কনেট = কনিষ্ঠ
কন্দুক = ঢোপ
কন্ধ = স্কন্ধ
কন্নিকা = কৰ্ণিকাৰ
কপূৰ, কাপুৰ = কৰ্পূৰ
কবন্ধ = স্কন্ধ
কবহু, কবহো = কেতিয়া
কবিলাস = বাদ্য বিশেষ
কবু, কবে = কেতিয়া
কবেৰি = কবৰী
কমন = কেনেকুৱা
কমনে = কিয়, কেনেকৈ
কয়, কয়ে,
কয়েকহো = কৰি, হৈ
কয়লি = কৰিলি
কয়ো = কৰি
কৰইতে = কৰোঁতা
কৰকটা = কৰকৰা ভাত
কৰগ = ডালিম
কৰজ = নখ
কৰতা = কৰ্তা
কৰতু = কৰি
কৰমোৰি = হাত মুচৰি

কৰসিয়া = কৰিলে
কৰু = কৰে
কৰৈচ = কৰিছ
কলানিধি = চন্দ্ৰ
কলিয়া, কালা = ক'লা
কবলিনী = কমলিনী
কহতু = কৈ, কৈছে
কহি আ, কহি এ = কৈ
কহিব = ক'ব
কহল, কহলু = কলোঁ
কহসি = কৈছোঁ
কহু, কহো = কওঁ
কহেয় = কৈছে
কা = কি
কাই = কোনে ? দেহ
কাকু = কাকুতি, কাকনো
কাকুবাণী = কাকুতি
কাঁকলি = কঁকাল
কাচনি = সাজ-সজ্জা
কাচি = সাজি-কাছি
কচুৱা, কছুৱা = বক্ষাবৰণ
কাচে = ওচৰলৈ
কাঞ্চি = টঙালি
কাঞ্চুৰি = কাঁচলি
কা ঠকি = কাঠৰ
কাতৰি = মিনতি
কান, কানাই = কৃষ্ণ
কানে = কৃষ্ণই
কাম = কামনা, কাৰ্য, মদন
কামৰ = কামোৰ
কাম্‌ = কাৰ্য
কামান = ধনু
কাৰন্ত = কৰোঁতা
কাৰি = কালি, চিয়াহী
কাৰে = কাক
কালি = কালিয় নাগ
কালিয়া = শ্ৰীকৃষ্ণ
কালিন্দী = যমুনা
কাহে = কাক, কলৈ, কিয়
কাহেক = কাক
কানেনু = ক'লৈ
কাহেৰি = কাক
কাহ্ন = কৃষ্ণ
কিএ, কিয়েকহো = কেনেকৈ
কিক লাই = কেনেকৈ
কিচ = বোকা
কিতব = শঠ
কিতাইল = কি লাগে
কিনা = কিনো
কিসব = কিহ ৰ
কীৰ = শুক পাখি
কীলিত = পীড়িত
কুখ = কুশ
কুখ = কুশল
কুচ, কুচক = স্তন
কুজ্ঝটি = কুহেলিকা
কুটিল = বেঁকা
কুত্তা = কুকুৰ
কুপন্থ = প্ৰতিকূল
কুলজা = সৎকুলৰ কন্যা
কুলব্ৰতিনী = কুলব্ৰত ধাৰিণী
কুলিশ = বজ্ৰ
কুলিশ পাতন = বজ্ৰপাত
কুহক = মৰীচিকা, ধনিকথা
কু = কুলিৰ মাত, অমাবস্যা
কুহু কুহু = কুলিৰ মাত
কৃশিম = কৃশতা
কে = কোনো

কেউ = কাকো
কেউৰ = কেয়ূৰ
কেকা = ময়ূৰৰ মাত
কেনা = কোন, কোনে
কেমন = কেনেকুৱা
কেৰি = খেল বিশেষ
কেৰুবলী = গুৰিয়াল
কেশৱ = শ্ৰীকৃষ্ণ
কেহ, কেহো, কেহু = কোনোৱে
কৈচন, কৈছন = কেনেকৈ
কৈচা, কৈছে = কেনেকৈ
কৈতব, কোষ = কপটক্ৰোধ
কৈতে = কৰ'লৈ
কৈব = ক'ব
কো. কোই = কোন, কোনো
কোইল = কুলি
কোটোৰা = এবিধ খেল
কোথা = ক'লৈ
কোথাক, কোথেৰ = কৰ
কোৰ = ফুল কলি
কোড় = ক্ৰোড়
কোড়া = চাবুক
কোল = ক্ৰোড়, ওচৰ
কোনে = একাষে

## খ

খগপতি = গৰুড়
খঙ্গ = খং
খচৰ = খেচৰ
খঞ্জন = বলিমাহী চৰাই
খঞ্জবিটা = বালিমাহী চৰাই
খণ্ড কপালিয়া = ভণ্ডাকপাল
খণ্ডক, খণ্ডন = খণ্ডন কাৰ্য
খণ্ডা = খণ্ডন কৰ
খণ্ডিত চাপ = কাঁচি জোন
খত = ক্ষত, চুক্তি পত্ৰ
খন্টচোৰ = গভাইট চোৰ
খন্দ = ফচল
খপুৰ =পাণবটা
খৰ = তীক্ষ্ণ, অনাবৃষ্টি
খৰগ = খৰ্গ
খৰবাণী = কটুক্তি
খৰশাণ = শাণিত
খৰ, খৰা = গ্ৰীষ্মকাল
খল খলি = উচ্চ স্বৰে
খসায়া = খহাই
খাআ = খাই
খাখাৰ = কলংক
খাগৰ = খাগৰি
খানি খানি = খণ্ড খণ্ড
খানিক = ক্ষন্তেক
খাৰি = দাগ
খায়াদায়া = খাই-বৈ
খীতে = মাটিত
খীন, খীনা = ক্ষীণ
খিনী = ক্ষীণা
খীৰ = গাখীৰ
খীৰিয়া = ঘন গাখীৰ
খিল = বিন্ধু
খুচি = আনন্দ
খুজি, খুজিয়া = বিচাৰি
খুধা = ক্ষুধা
খুণি = কোঠালী
খুম্পিণ = খৰকেৰি
খুবলি = মধুৰ স্বৰ
খেট = লাঠি
খেদ = আক্ষেপ
খেদ, খেদল, খদাই = খেদি
খেন কেন = ল'ৰা ছোৱালীৰ আধা কুটা মাত

খেনে খেনে = প্ৰতিমুহূৰ্ত্তে
খেপি = ক্ষেপন কৰি
খেড়, খেৰ = খেৰ
খেৰি = খেলি
খেলনা, খেলা = খেল্য
খেলন, খেলান = খেলন
খেয়াৰি = খৈলুৱৈ
খৈ = আখৈ
খোজগুটি = খোজকাঢ়ি
খোটা = দোষাৰোপ কৰা
খোপি = কোঠালী
খোপিয়ে = পেলাই
খোম = পাটৰ কাপোৰ
খৌণী = ক্ষৌণী

গ

গজমতি = গজমুক্তা
গজমোতিম = গজমুক্তা
গঞ্জাইলোঁ = খেদালোঁ
গঞ্জনু = তুচ্ছ কৰোঁতা
গঞ্জস = গালি দিয়া
গঞ্জি = তুচ্ছ কৰি
গদ = ব্যাধি, ৰোগেৰে
গধূল = গধূলি
গনাগন = কৰ্ণপাত
গড়ায়া = বগৰাই
গৰী = গাই
গৰল = বিষ
গৰসি = গিলি
গৰাৱলি = হানিকৰ
গাৰি = গিলি পেলাই
গৰিহা = তিৰস্কাৰ
গৰাই = কটাই, পঠাই
গৰাবি = অপবাদ
গহন, গহনা = গাঢ়
গহি = গ্ৰহণ কৰি
গাই = গাভী, গ্ৰহণ কৰি
গাগৰী = কলহ
গাণ্ঠি = গাঁঠি
গাত = গাত্ৰ
গাথা = মালিতা
গাধৰ = গাধ
গান্ধৰ্বিকা = ৰাধা
গান্ধিনী = অক্ৰূৰৰ মাতৃ
গাৰি = গালি
গাৱ = শৰীৰ, দেহ
গিছে = গৈছে
গিম = গ্ৰীৱা
গিয়ান = জ্ঞান
গুআ, গুৱা = তামোল
গুঞ্জ, গুঞ্জা = লাতুমণি
গুঞ্জক = গুঞ্জন কৰা
গুঞ্জাৰ = লাতুমণি
গুঞ্জাচড়া = স্তনৰ মালা
গুঞ্জাৱলী = স্তন হাৰ
গুপতে = মনে মনে
গুমান = অভিমান
গুম্ফ = গোঁফ
গুৰুৱা = বেছি
গুৱাল = গাখীৰ বেপাৰী
গেণ্ডুৱা = খেল
গেৰু, গেৰুৱা = ৰঙামাটি
গেয়ো = গ'ল
গেহ = ঘৰ
গোৱাই = কটাই
গোজাৰি, গোৱাৰি = গোৱালী
গোই = গোপন কৰি
গোওঁৰা = গৰু

গো কণ্ঠ পাশ = গৰুৰ পঘা
গোণ্ডা = ধূৰ্ত
গোণ্ডাৰ = গ্ৰাম্য
গোৰজ = ধূলি
গোড়ে = গেৰোহাত
গোপত = গুপ্ত
গোৰখ = এণ্ডা গাখীৰ
গোৰল = হানিকৰ
গোৰী = গৌৰী
গোষ্ঠী = বাথান
গৌড়িয়া = গৌৰৱতী
গৌৰি = গৌৰাংগী
গৌৰা = শুক্ৰ

ঘ

ঘঞ্চাল = হেচা
ঘট ঘম = ঘমঘন্ট
ঘটে ঘটে = হৃদয়ে হৃদয়ে
ঘটা = আড়ম্বৰ
ঘটি, ঘটিকা = ঘন্টা
ঘন = মেঘ, ডাঠ
ঘনঘটা = মেঘৰ আড়ম্বৰ
ঘন ঘন = বাৰেবাৰে
ঘন বস = বৰষুণ
ঘনসাৰ = কৰ্পূৰ
ঘন্টা লাড়ি = জোকাৰি
ঘন্টিকা = সৰু ঘন্টা
ঘৰম = ঘাম
ঘৰণী, ঘৰিণী = গৃহিনী
ঘৰহি ঘৰহি = ঘৰে ঘৰে
ঘৰাকাটি = লুটি খাই পৰ
ঘৰামুটি = লুটি খাই পৰ
ঘৰিষণ = ঘৰ্ষণ
ঘসিয়ে = ঘঁহি
ঘাঅ = ঘাত
ঘাট = নৈৰ দাঁতি
ঘাটি = দোষ
মাটি সাৰি = এৰাই, হাতসাৰি
ঘাটিয়া = ঘাটুৰৈ
ঘাড় = ডিঙি
ধাতন, ঘাতা = বধ কৰোঁতা
ঘাতি = বধ কৰি
ঘাতুক, ঘাতেক = বধ কৰোঁতা
ঘালি, ঘালে = আঘাত কৰি
ঘাগুৰি = জুনুকা
ঘেনি, ঘেনিয়ে = গ্ৰহণ কৰি
ঘেৰি = আগুৰি
ঘোল = মাখন তোলা গাখীৰ
ঘোষ = গোৱাল, ঘোষণা
ঘোষি = জুইৰ আখল

চ

চই = চৰিকা লতা
চকৰ = চক্ৰ
চকিত = ভয়-চঞ্চল
চকোৰ = চাকৈ-চকোৱা
চকোৰা = পহৰাদাৰ
চংক = আতংক
চটক = চৰাই বিশেষ
চটি = পাতল, গৰ্ব
চড় = হাতৰ তলুৱাৰ আঘাত
চড়াই = লগাই
চাড়ি, চড়িয়া = আৰোহণ কৰি
চতুৰ বয়ন = ব্ৰহ্মা
চপয় = ছন্দ বিশেষ
চপকবে = তৎক্ষণাৎ
চবিন = প্ৰবীণ
চৰপটি = চুপটি

চলন্তা = যাওঁতা
চলিকহো = গৈ
চৰৰ =চৰ
চৰবি = চৰবি পদুৰ ছাল
চৱাল = ল'ৰা
চৰ্পটি = চুপটি, কটি বিশেষ
চৰ্বি = দাঁত কামুৰি
চণ্ড = খণ্ডাল
চাকৰ = ভৃত্য।
চাকৰি, চাকেৰি = সেৱা
চছি = ঘন ক্ষীৰ
চাটু = তোষামোদ
চাটু নাটু = ভালৰি বোলোৱা
চাড় = সামান্য, ছাই
চাড়ি = পৰিত্যাগ কৰি
চাতুৰি = দুষ্টালি
চাপৰি = হাত তালি
চাপি, চাপিত্র = চাপি গৈ
চায়া = চাই
চালি = ভাঙি
চাস = ধনু
চাহেব = মালিক
চিকন বৰণী = কলা নাৰী
চিকৰ, চিকুৰ = চুলি
চিত, চিন্তি = চিত্ত
চিনান = স্নান
চিবুক = থুতুৰি
চিয়াইল = জগালে
চিৰ = সদা, কাপোৰ
চিৰি = শ্ৰী, বিদীৰ্ণ কৰি.
চীত নলিনী = অঁকা পদ্ম
চীৰ =বস্ত্ৰ
চুচুক = স্তন
চুত = আম্ৰগছ

চুমিপ = খাপ দি
চুম্বি = চুমা খাই
চুৰ = চূৰ্ণ
চুৰবি = চৌৰব, চামৰ
চেতিয়া = চেতন পাই
চেলি = পাট কাপোৰ, চোলা
চোক্কা = ডকাইট
চোক্কামাৰি = চৌচামাৰি
চোট = আঘাত
চোড়াই = এৰাই
চোৰা = চোৰ
চৌপড় চৌতিতি = চাৰিওকালে

## ছ

ছটা = আভা
ছত্ৰী = ক্ষত্ৰিয়
ছল = ছন্ম, ছল
ছন্ন = উ চ্ছন্ন
ছনি = শৰেৰে পূৰ্ণ কৰি
ছনে বনে = যত্ৰ তত্ৰ
ছবিল = লৱণ্যময়
ছাৱাল, ছৱালি = ল'ৰা
ছাই = ছায়া
ছাঁদ = গঠন, আকৃতি
ছাড় = ত্যাগ কৰা
ছাতি, ছাতিয়া = বুকু
ছানি, ছনিয়া = ব্যাপি বেঢ়ি ধৰি
ছান্দনি জৰী = গৰুত উঠিবলৈ ভৰিত লগোৱা জৰী
ছান্দ, ছান্দি = বান্ধি
ছাৰ = তন্ম, ব্যৱধাৰ
ছাৱা = ল'ৰা
ছাহেৰ = পৰাকী
ছিড়িয়া, ছিঢ়ি = ছিদি

ছিপা, ছিপাই = লুকাই
ছিয়ে = ছিঃ ধিক্
ছিৰল = শীতল
ছিৰি = কান্তি, শ্ৰী
ছিৰিফল = বেল
ছুটব = এৰি যাব
ছুটব = এৰিলে
ছুটি যায় = এৰি যাব
ছৈল = শঠ
ছোট = ক্ষুদ্ৰ
ছোড় ছোড়য়ে = পৰিত্যাগ কৰা
ছোহাৰা = শুকান খেজুৰ

## জ

জই = যদি
জগ = জগৎ
জগ অনকো = জগাবলৈ
জগজন = জগদ্ বাসী
জগ জীউ = জগতৰ প্ৰাণ
জগৰা = অপৰাধ
জগভৰি = জগৎ ভৰি
জঘন = স্ত্ৰীৰ নিতম্বৰ সমুখ
জছু = যৈছু
জড়ল = বেঢ়িলে
জড়াজড় = জৰ্জৰিত
জনি, জনী, জনু = যদি
জনিকহো = জন্মালে
জপিয়ে = জপ কৰি
জপু = জপ কৰ
জমক = সমাৰোহ
জৰকটা, জলকটা = পইতা ভাত
জৰজৰ = জৰ্জৰ
জৰমে = জন্মে
জৰি = জন্মসূত্ৰে
জলদ = বাৰিষা
জল্পন - সিল্পন = বৃথা বাক্য
জব = যেতিয়া
জহা = য'ত
জা = যাব, পুত্ৰ
জাকৰ, জাকেৰি, জাকু = যাৰ
জাগ = জগ্ৰত হ
জাগৰ = জাগৰিত
জাচন = প্ৰাৰ্থনা
জাদ = খোঁপা
জানি, জানিয়া, জানিয়ে = জানি
জানু পাৰি = আঁঠু লৈ
জান্তে = বেগতে
জামিনি = যামিনী
জাৰত = জৰ্জৰিত
জাৰা = জ্বালা
জালিয়া = লগাই
জাসু = যাৰ
জাহে, জাহেৰি = যাৰ
জিউ = কন্যা, জীৱ
জিনিয়ে = জয় কৰি
জীবন্তে = জীৱিত কালত
জুতী = জ্যোতি
জুদা = পাৰ্থক্য
জুমুৰিকা = গোৱালী
জুড়া = চুলিৰ খোপা
জুৰাই = উচিত
জুৱাৰ = দ্যুতকাৰ
জেঠ = জ্যেষ্ঠ
জৈচন, জৈছন, জৈছে = যেন
জোঁ, জোই = যি
জোটন = যোগাযোগ
জোনা = জ্যোৎস্না
জোও = যৌৱ

জোনি = যেন
জানো = জানোচা
জাহি = যি
জোতি = জ্যোতি

## ঝ

ঝকোৰ = ঠেলা হেঁচা
ঝংক = গুঞ্জন
ঝংকৰ = গুণ গুণ কৰা
ঝংকাৰ, ঝংকাৰা = ঝনজুন শব্দ
ঝগৰা = কাজিয়া
ঝটিকা = বায়ু প্ৰবাহ
ঝনক = শোভা, ঝন্-জুন শব্দ
ঝনকাৰ = ঝন্ জুন শব্দ
ঝন্টাঝোট = জোটাজোট
ঝম্প, ঝাম্প = জপিওৱা
ঝমকত = জমকত
ঝৰ্বাৰি = জাৰি
ঝলক, ঝলকা = দীপ্তি
ঝলকিত = আলোকিত, উদ্ভাসিত
ঝলমলি, ঝলমলু = জিকমিক
ঝকাৰি = জোকাৰি পেলাই
ঝাকি = জাকি মাৰি
ঝাকে = জাকপাতি
ঝাৰ্ৰকি = নিস্ফল
ঝাকৰ = ত্ৰিমৰ
ঝান্টে = সোনকালে
ঝাম্প, ঝাপলি = ঢাকনি
ঝাঁপটা = স্ত্ৰীলোকৰ অলংকাৰ
ঝাঁপতাল = সংগীতৰ তাল
ঝাৰৰ = শ্ৰীহীন, শীনোৱা
ঝাৰৰি, ঝাৰক = শীনাই
ঝাৰি = জাৰি, পানী-পাত্ৰ
ঝি = কন্যা

ঝিক, ঝিকি = জিক্‌মিক
ঝিকমিক = জিক্‌মিক
ঝিংকৰয় = জিকাৰ মাৰে
ঝিনিকি = নূপুৰাদিৰ শব্দ
ঝিয়াৰী = কন্যা, জিয়াৰী
ঝিলমিল, ঝিলমিল = জিল্‌মিল
ঝুণ্টা, ঝুণ্টা = মিছা
ঝুনা = শুকান
ঝুম ঝুম = জুনুকাৰ শব্দ
ঝুমুৰ = সংগীত বিশেষ
ঝুমুৰি = ছন্দ বিশেষ
ঝুমুৰিয়া = মূৰ্চ্ছি
ঝুৰয়ে, ঝুৰে, ঝুৰি, ঝুৰিয়া = বৈ, নিগৰি
ঝুলনা = দোলনা

## ট

টংকাৰ, টংকাৰি = ধনুৰ জোৰৰ শব্দ
টলমল = অস্থিৰ
টাটেক = বলেৰে
টানে = বলেৰে
টাৰ = যাপন কৰা
টালনা, টালনি = কপালি, কঁপ
টিক = মূৰৰ দীঘল চুলি
টিকৰ = টিকধৰি, বিবাহিত
টিকলি = স্ত্ৰীৰ কপালৰ অলংকাৰ
টুটই, টুটত, টুটা = হ্ৰাসপোৱা
টুটৰ = নষ্ট হোৱা
টুটল = কম হোৱা
টুম্বল = তুমুল
টৌপ = স্তূপ

## ঠ

ঠক্ ঠক = তবিৰ শব্দ
ঠমক = নৃত্যৰ ভংগী
ঠমকা, ঠমকে = নাচৰ ঢেও

ঠমক = বৈ বৈ
ঠাই = স্থান, থান বান হ
ঠাকুৰ = গৰাকী
ঠাকুৰালি = মালিকত্ব
ঠাট = দল
ঠাঁঠ = আড়ম্বৰ
ঠাৎকাৰ = ঠাৎ শব্দ
ঠান = সদৃশ
ঠাম, ঠামা = ঠাইলৈ
ঠাৰি = চকুৰ সংকেত
ঠাৰে ঠাৰে = সংকেতত
ঠাৱ = স্থান
ঠাহৰ = লক্ষ্য
ঠিকন = সংকেত
ঠুকি = আঘাত কৰি, বজাই
ঠুট = চৰাইৰ মুখ
ঠেকৰ = অহংকাৰ
ঠেকনা = আলম্বন
ঠেকা = বাধা
ঠেঙনা = গালি
ঠেজনা = ঠেলা হেচা
ঠেটা = দুষ্ট
ঠোৰা ঠোৰা = অলপ

ড

ডকায়া = বাহিৰ কৰি
ডগমগি = অস্থিৰ হৈ, আলোড়িত হৈ
ডম্ফ = বাদ্য বিশেষ
ডৰিয়া = ভয় কৰি
ডাক, ডাকি, ডাকিয়ে = মাতি
ডাগ = দাগ
ডাটি = টানি
ডাবিম্ব = দাড়িম
ডাহক, ডাহকী = ডাউক
ডিগৰ = ধূৰ্ত্ত
ডিণ্ডিম = বাদ্য বিশেষ
ডুলে = লৰচৰ কৰে
ডেৰ = জাপ
ডেৰ = ঘৰ
ডোৰ = জৰী
ডোলাৱে, ডোলে = ওলমে

ঢ

ঢক্কা = ঢকা, বাদ্য বিশেষ
ঢংগ = ঢং, ৰীতি, ঠগবাজি
ঢৰ ঢৰ = ঢল ঢল
ঢলঢলিয়া = বগা, উজ্জ্বল
ঢাকি = ব্যাপি
ঢাণ্ডী, ঢাণ্টী = শকত তিৰোতা
ঢল = তন্দ্রা
ঢুল ঢুল = কাঁহোতে হোৱা ধ্বনি
ঢুলা = দোলা
ঢুলে = দোলে
ঢেৰি = স্তূপ
ঢোৰ = ঢলিপৰা
ঢোল = দোল

ত

তইঅও = তথাপি
তংকা = আতংক
তচু তহু = তাত, তোৰ, তোমাৰ
তাত্রি = তাই
তড়িত জড়িত = বিজুলী লাগি থকা
তত = সিমান
ততকালে = তেতিয়াই
তথা = তাত
তৰি = তাঁৰ, তালৈ
তৰিয়ে = তাত
তন = তনু

তনয়া = পুত্ৰ
তনিকৰ = তেওঁৰ
তনুপাত = শৰীৰৰ পতন
তনুৰুচি = তনু সৌন্দৰ্য
তপসাই = তপস্যা কৰি
তৰ = তেন্তে; তেতিয়া
তবধ = স্তব্ধ
তবল = ঢোলৰ দৰে বাদ্য
ত বহু, তত্তো = তথাপি
তত্ত = তত্ত্ব
তত্তি, তত্তিয়া, তত্তো = বৈ
তযু = তোমাৰ
তৰতৰ, তৰতৰি = থৰ্থৰ
তৰণা = উদ্ধাৰকৰ্তা
তৰণী = নাও
তৰল = অস্থিৰ
তৰাস = ত্ৰাস, ভয়
তৰি = উদ্ধাৰ কৰি
তৰে = কাৰণে
তৰ্জনা = ভৰ্ৎসনা
তলপ = শয্যা
তলমহ = বিচনাৰ মাজত
ত য়, তহিস্তি = তাত
তা = সেই, তাৰ
তাক, তাকৰ, তাকেৰি = তাক, তেওঁক
তাকু = তাক
তাকে নাই = তালৈ
তাত = বোপাই
তাতল = গৰম, তপত
তাতুল = তেওঁৰ সমান
তাতে = সেই ঠাইত
তাবিকা-বিগো = ভ্ৰমৰৰ মাত
তান = তেওঁৰ
তাম্হ, তামহ = তাত
তাৰণ = ত্ৰাণ
তাৰণা = শাসন
তাৰা = তেওঁলোক
তাৰি, তাৰিঞা = উদ্ধাৰ কৰি
তাৰি নাই = তেওঁলৈ
তাড় = বকা কৰা
তাৰে = তাক
তালি = চাপৰি
তাৰত, তাৰে = কষ্ট দিয়ে
তাসৰাক = তেওঁলোকক
তাসৰাৰ = তেওঁলোকৰ
তাসনে = তেওঁৰ সৈতে
তাসু, তাহি, তাহে, তাহেক, তাহেৰ,
তাহেৰি, তাহেত = তেওঁৰ, তাৰ
তিৰি, তিৰী = স্ত্ৰী
তিৰিমিৰি = জিলিকনি
তিলএকু = অলপ সময়ো
তিলেক = কন্তেক
ত্ৰিবলিত = তিনি আৰু পেটৰ ত্ৰিৰেখা
তীৰিথ = তীৰ্থ
তুমহি, তুহুঁ = তুমি
তুৰ = তুল্য
তুল, তুলি, তুলিয়ে = ডাঙি
তুলা, তুলে = পাজা
তুৱা, তুৱাজন = তোমাৰ
তৃ = স্ত্ৰী
তৃপিতি = তৃপ্তি
তেখনে = তেতিয়া
তেজি, তেজিয়া তেজে = ত্যাগ কৰি
তেঞো তেহো = তেওঁ
তেবেলে, তেতো তৈখনে = তেতিয়া
তেমনে = নিয়াৰে
তোৰা, তোৰি, তোৰে = তোৰ, তোমাক
তৈখন, তৈহে = তেনেকৈ

